# অধ্যাপক হেমন্তকুমাৰ শৰ্মা



সম্পাদনা—কণকচন্দ্ৰ ডেকা

অধ্যাপক হেমন্তকুমাৰ শৰ্মা স্মৃতি-ৰক্ষা সমিতি
গুৱাহাটী

Adhyapak Hemanta Kumar Sarma  A collection of poems, articles and literary criticism on the life and works of Professor Hemanta Kumar Sarma, edited by Shri Kanak Chandra Deka, Secretary, Adhyapak Hemanta Kumar Sarma Smriti Rakshya Samiti, Published by Suravi Sahitya Samaj, Guwahati  Price Rs 65/-

---

'অধ্যাপক হেমন্তকুমাৰ শৰ্মা'

সম্পাদনা : শ্ৰীকনকচন্দ্ৰ ডেকা

প্ৰকাশক : সুৰভি সাহিত্য সমাজ,
গুৱাহাটী

প্ৰচ্ছদপট : শ্ৰীত্ৰৈলোক্য দত্ত

মুদ্ৰক অৰুণোদয় প্ৰেছ
শিলপুখুৰী—

প্ৰথম সংস্কৰণ . জানুৱাৰী, ১৯৯৪

মূল্য : ৬৫ ০০ টকা

# সম্পাদকৰ নিবেদন

প্ৰজাপিতা ব্ৰহ্মাকুমাৰী স্বৰূপা পৰমাত্মাৰ সঙ্গমাত্মা অধ্যাপক হেমন্তকুমাৰ শৰ্মাই অবিনাশী সুখ শান্তিৰ পৰমধামলৈ ১৯৯২ চনৰ ১৮ জানুৱাৰীৰ দিনা ব্ৰহ্মমুহূৰ্ত্তত যাত্ৰা কৰিলে। পত্নী-কন্যা, আত্মীয় স্বজন বন্ধু বান্ধৱৰ মায়াৰ শিকলি ছিঙি তেওঁৰ আত্মা ঈশ্বৰীয় শক্তিৰ লগত বিলীন হ'লেও আত্মা পৰমাত্মা বিশ্বাসী-সকলৰ কাৰণে তেওঁৰ দেহা গুচি গলেও দেহী আমাৰ লগতে আছে, প্ৰতিমুহূৰ্ত্ততে আছে আৰু চিৰন্তন থাকিব। কাজেই পোন প্ৰথমে অধ্যাপক শৰ্মাৰ বিদেহী আত্মাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনাই উৰ্দ্ধমূল বৃক্ষৰ বীজৰূপী পৰমাত্মাৰ লগত অন্তৰ জ্যোতিৰে তেওঁক বিচাৰোঁহক। তেতিয়া উপলব্ধি কৰিম তেওঁ আমাৰ প্ৰত্যেকৰ হৃদয়ত বিৰাজমান হৈ আছে আৰু সদায় থাকিব।

চিত্তক আনন্দ দিয়া কনক কিৰণেৰে অকনিমাই বঞ্চিত কৰা নৱদ্বীপক্ষেত্ৰত যাইশিপা পাতি বহা কলক্ৰমৰ এটি ডাল ঝাড়ি আহি কামৰূপ কামদা ভূমিত বিয়পি পৰিছিল। সেই ডালৰ এটি শাখাত নাট্যকাৰ ধনেশ্বৰ শৰ্মাৰ জন্ম। তেওঁৰ ঔৰষত হোমেশ্বৰ ওৰফে হেমন্তকুমাৰ শৰ্মাৰ জন্ম। ইন্দ্ৰ-শচীৰ দাম্পত্য-প্ৰীতিৰে সুখী ইন্দিৰা—হেমন্তৰ সংসাৰ ভৰিপৰিছিল দীপশিখা, ৰূপা-গীতি লেখা, আৰু সাহিত্য-সঙ্গীত-চিত্ৰমোদী একমেৱ পুত্ৰ অঞ্জন। অঞ্জন নিৰঞ্জন হ'ল। দহমাহ পিচত পুত্ৰশোকত জৰ্জ্জৰিত পিতৃ হেমন্তই নশ্বৰ দেহ এৰি দেহী—পুত্ৰৰ সমীপত নিকুঞ্জ ভাৱনাৰে অধিষ্ঠান কৰিলে। মায়াৰ বান্ধোনৰ পৰা মুক্ত পিতা-

পুত্ৰ পৰমধামত এতিয়া কিমান সুখী। কিন্তু মায়াৰ জালত সোমাই কক্‌বকাই থকা আমিবোৰ কিমান দুখী।

অধ্যাপক হেমন্ত কুমাৰ শৰ্মাৰ দেহৰ লগত আমাৰ সম্পৰ্ক নাছিল, কিন্তু তেওঁৰ আত্মাৰ লগত আমাৰ ঘনিষ্ঠ সম্পৰ্ক ঘটিছিল আৰু যোৱা একুৰি পোন্ধৰ বছৰ গাটাতে ছাটোৰ দাৰ লাগি থাকি যেন জ্যোতিৰ্বিন্দু পৰমাত্মাৰ সৈতে সুক্ষ্মাত্মাৰ মিলন ঘটিছিল। আজি সেই জ্যোতিৰ্বিন্দু আমাৰ পৰা সুদূৰত থাকিও আমাৰ হৃদয়ত সোণালী কিৰণ সিঁচি থকা-উপলব্ধি কৰিছো।

অধ্যাপক হেমন্তকুমাৰ শৰ্মাৰ জাগতিক আত্মশ্ৰাদ্ধৰ দিনা ১৮।১।৯২ তাৰিখ ষাঠি সত্তৰ গৰাকী শোকাৰ্ত্ত-ব্যক্তিৰ অশ্ৰুলেখাৰে "অশ্ৰু-অঞ্জলি" সম্পাদনা কৰি হৃদয়ত উদ্ভূত-শাক কিছু পাতল কৰিছিলো। অধ্যাপক হেমন্তকুমাৰ শৰ্ম্মা স্মৃতি-ৰক্ষা সমিতিৰ সম্পাদকৰ দায়িত্বত থাকি অসম ৰাজ্যিক সংগ্ৰহালয়ৰ সঞ্চালক সংবন্ধু ডক্টৰ ৰবীনদেৱ চৌধুৰীৰ কাৰ্য্যকৰী সহায়ত ১৯৯২ চনৰ ১৫ আৰু ১৬ আগষ্ট তাৰিখে স্থানীয় লক্ষ্মীৰাম বৰুৱা সদনত ডক্টৰ মহেশ্বৰ নেওগদেৱৰ পৌৰোহিত্যত অধ্যাপক হেমন্তকুমাৰ শৰ্ম্মা স্মৃতি-বক্তৃতামালাৰ অনুষ্ঠান কৰা হৈছিল। ৰাষ্ট্ৰীয় সংগ্ৰহালয়ৰ (প্ৰো, ভাই-চেন্সলাৰ অধ্যাপক জি, এন পন্ত ডাঙৰীয়াই আমাৰ অনুৰোধ ৰক্ষা কৰি (১) The Arms and Ammunitions of Ancient and Medeaval India (২) Ivory Art Works of India বিষয়ৰ ওপৰত দুটা তথ্যপূৰ্ণ বক্তৃতা দিছিল। স্মৃতি ৰক্ষা সমিতিৰ ফালৰ পৰা উক্ত-বক্তৃতা দুটি পুথিৰ আকাৰত ছপা কৰি উলিওৱা হৈছে।

স্মৃতি-ৰক্ষা সমিতি অধ্যাপক হেমন্তকুমাৰ শৰ্ম্মাৰ দ্বিতীয় মৃত্যু বাৰ্ষিকীৰ দিনা (১৮।১।৯৪) অসমৰ সাহিত্য সংস্কৃতি-শিল্পপ্ৰেমী ৰাইজৰ হাতত "অধ্যাপক হেমন্তকুমাৰ শৰ্ম্মা" নামক স্মৃতি গ্ৰন্থ এখনি হাতত তুলি দিয়া প্ৰতিজ্ঞা লৈছিলোঁ। গভীৰ অৰ্থসঙ্কটৰ

মাজেদি একুৰি এটা অসুবিধাৰ মাজত পুথিখনি ৰাইজৰ হাতত তুলি দিবলৈ পাই স্মৃতিৰক্ষা সমিতিয়ে সুখ অনুভৱ কৰিছে। যিসকল আমনে কবিতা, প্ৰবন্ধ পাতি দি স্মৃতিগ্ৰন্থখনিৰ সৌষ্ঠৱ বঢ়াইছে আৰু স্মৃতি গ্ৰন্থখনিৰ ছপাৰ খৰচ হিচাপে যিসকল ব্যক্তি বা অনুষ্ঠানে আমাক অকুণ্ঠ সহায় আগবঢ়াইছে তেখেতসকলৰ ওচৰত আমি ঋণী হৈ থাকিলো। তদুপৰি বন্ধুবৰ শ্ৰীত্ৰৈলোক্য দত্তই পুথিখনিৰ প্ৰচ্ছদপট অঙ্কন কৰি আৰু অৰুণোদয় প্ৰেছৰ স্বত্বাধিকাৰী ভাতৃদ্বয়ে পুথিখনি ছপা কৰি দি আমাৰ কৃতজ্ঞতাৰ পাত্ৰ হৈছে।

গ্ৰন্থখনি ছপাওতে অনিচ্ছাকৃতভাবে ক'বৰাত ত্ৰুটি-দোষ থাকিব পাৰে। তাৰ বাবে মাৰ্জনা বিচাৰিছোঁ।

সম্পাদক,

শ্ৰীকনকচন্দ্ৰ ডেকা

# সূচী-পত্ৰ


| | | | পৃষ্ঠা |
|---|---|---|---|
| ১। | ভাল পাওঁ (কবিতা) | হেমন্তকুমাৰ শৰ্মা | ১ |
| ২। | মৃত্যুৰ্মা অমৃতঙ্ গময় | অধ্যাপক কমলেশ্বৰ শৰ্মা | ৩ |
| ৩। | পিতৃ শোকত | কুমাৰী নীতিলেখা দেৱী | ৬ |
| ৪। | ড° হেমন্তকুমাৰ শৰ্মাৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি | শ্ৰীজিতেন্দ্ৰ নাথ শৰ্মা | ১০ |
| ৫। | প্ৰণতি | শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য | ১১ |
| ৬। | অধ্যাপক হেমন্তকুমাৰ শৰ্মাৰ বংশাৱলী আৰু লেখকৰ জীৱনালেখ্য | শ্ৰীদেৱেশ্বৰ শৰ্মা | ১২ |
| ৭। | মোৰ চিৰ আৰাধ্য স্বামী ড হেমন্তকুমাৰ শৰ্মাৰ পুণ্য স্মৃতিত | শ্ৰীমতী ইন্দিৰা দেৱী | ১৯ |
| ৮। | পৰম পূজনীয় শহুৰ দেৱলৈ শ্ৰদ্ধাঞ্জলি | শ্ৰীপৰেশচন্দ্ৰ ভাগৱতী | ৩২ |
| ৯। | ড° হেমন্তকুমাৰ শৰ্মাদেৱৰ শৈশৱ-ৰোমন্থন | শ্ৰীৰমেশ চন্দ্ৰ শৰ্মা | ৪২ |
| ১০। | হেমন্ত জেঠাৰ সৌঁৱৰণত | শ্ৰীজয়ন্তদেৱ শৰ্মা | ৪৯ |
| ১১। | পূজনীয় দেউতাৰ করুণ স্মৃতিত | শ্ৰীমতী ৰূপলেখা দেৱী | ৫৩ |
| ১২। | ড° হেমন্তকুমাৰ শৰ্মাদেৱক মই যিদৰে জানো | শ্ৰীপ্ৰফুল্লকুমাৰ শৰ্মা | ৫৯ |
| ১৩। | ভৱন্তুপৰতে অন্ধকাৰ | অধ্যাপক কমলেশ্বৰ শৰ্মা | ৬৪ |
| ১৪। | ড° হেমন্তকুমাৰ শৰ্মা—এটি শ্ৰদ্ধাঞ্জলি | শ্ৰীনীলনাথ বৰুৱা | ৭১ |

পৃষ্ঠা


১৫। ড° হেমন্তকুমাৰ শৰ্মাৰ স্মৃতিত : শ্ৰীনৰেন্দ্ৰনাথ শৰ্মা : ৭২

১৬। একমাত্ৰ সচেতন নাগৰিক শ্ৰীকীৰ্ত্তিনাথ হাজৰিকা ৭৭

১৭। ড° হেমন্তকুমাৰ শৰ্মা চাৰৰ স্মৃতিত :
বসন্তকুমাৰ ভট্টাচাৰ্য্য ৮০

১৮। ড° হেমন্তকুমাৰ শৰ্মাৰ সান্নিধ্যত •
শ্ৰীনৱদ্বীপ ৰঞ্জন পাটগিৰি ৮৩

১৯। শিক্ষাগুৰু শ্ৰদ্ধেয় ড° হেমন্তকুমাৰ শৰ্মা •
ড° নবীন চন্দ্ৰ শৰ্মা ৯২

২০। মৃত্যু বিজয়ী হেমন্ত শৰ্মা • শ্ৰীযতীন গোস্বামী ১০৪

২১। ড° হেমন্তকুমাৰ শৰ্মাৰ স্মৃতিৰেখা •
ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য ১০৭

২২। হেমন্তকুমাৰ শৰ্মাৰ চাৰিত্ৰিক বিশেষত্ব
অধ্যাপক দুৰ্গেশ্বৰ শৰ্মা ১১২

২৩। গৱেষক অধ্যাপক হেমন্তকুমাৰ শৰ্মা
ড° বাণীকান্ত শৰ্মা • ১১৮

২৪। হেমন্তকুমাৰৰ গৱেষণা-তৃষ্ণা
ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী ১৩১

২৫। ড° হেমন্তশৰ্মাৰগুণাৱলী অধ্যাপক যোগেশ দাস ১৪১

২৬। অধ্যাপক হেমন্তকুমাৰ শৰ্মাৰ সৌৰৱণত •
ড নিশিপদ চৌধুৰী ১৪৪

২৭। শিক্ষাগুৰু ড° হেমন্তকুমাৰ শৰ্মাৰ সৌৰৱণত
ড° ৰবীনদেৱ চৌধুৰী ১৫৩

২৮। অধ্যাপক ডক্টৰ হেমন্তকুমাৰ শৰ্মাৰ লোক-সাহিত্যৰ
প্ৰচ্ছদপট আৰু সম্পৃক্ত বিষয়ৰ এটি সমীক্ষা
ড° অৰুণিমা ভৰালী ১৫৬

২৯। ড° হেমন্তকুমাৰ শৰ্মা • অধ্যক্ষ ভৱানন্দ ডেকা ১৭৪

পৃষ্ঠা


৩০। মোৰ দৃষ্টিত হেমন্তকুমাৰ শৰ্মা •
অধ্যাপক ভূপেন্দ্ৰ কুমাৰ বৰ্মা ১৭৮

৩১। ড হেমন্তকুমাৰ শৰ্মাৰ সান্নিধ্যত
শ্ৰীগোপীকান্ত তালুকদাৰ ১৮৩

৩২। ড° হেমন্তকুমাৰ শৰ্মাৰ স্মৃতিত • শ্ৰীকামেশ্বৰ ঠাকুৰীয়া ১৮৭

৩৩। দেউতালৈ ভক্তিৰ অঞ্জলি • শ্ৰীদীপশিখা ভাণ্ডাৰী ১৯৬

৩৪। হোমেশ্বৰ খৰ্টেৰ ভুৰবীয়া স্মৃতি দীপালী শৰ্মা ১৯৯

৩৫। কামেশ্বৰ-পাৰে পাৰে শ্ৰীবঞ্জিত কুমাৰ শৰ্মা ২০২

৩৬। আজিৰ সমাজ : শ্ৰীৰাম গোস্বামী ২০৬

৩৭। এটি সম্ভাৱনাৰ অপচয় • শ্ৰীফণী তালুকদাৰ ২১০

৩৮। অসম সাহিত্য সভাৰ মজিয়াত শৰ্মাছাৰ
অধ্যাপক শ্ৰীপৱনকুমাৰ বৰুৱা ২১৪

৩৯। অধ্যাপক হেমন্তকুমাৰ শৰ্মাৰ চুটি গল্প
অধ্যাপক উপেন্দ্ৰনাথ শৰ্মা ২১৮

৪০। Socio Religious life of the Assamese
Hindus (Foreword)
Dr Maheswar Neog ২২৯

৪১। ন হুস্থতে হুস্থ মানো শৰীৰে শ্ৰীঅনিমা গোস্বামী ২৩২

৪২। মাজুপিতাৰ কৰুণ স্মৃতিত বঞ্জিৎ কুমাৰ শৰ্মা ২৩৪

৪৩। ড° হেমন্তকুমাৰ শৰ্মা বিয়ৈৰ স্মৃতিত শ্ৰীঅমৃতচন্দ্ৰ শৰ্মা ২৩৫

৪৪। পৰম শ্ৰদ্ধাৰ শৰ্মাচাৰ কল্পনী ঠাকুৰ ২৩৬

৪৫। পৰিশিষ্ট

# ভাল পাওঁ

হেমন্তকুমাৰ শৰ্ম্মা

ৰৰ ভাল পাওঁ মই প্ৰকৃতি বালাক
সৰলা জীয়াৰী তাই
কপট চাতুৰী নাই
বিশ্বত বিৰাজি থাকে সেবি সুজোতাক
সুকোমল সৌন্দৰ্যত ভুলোঁ আপোনাক।
বনৰ চৰাইটিক ভাল পাওঁ মই
গছৰ ডালত পৰি
গীতৰ লহৰী তুলি
ললিত মধুৰ সুৰে প্ৰীতি গীত গাই
শান্তিৰ নিজৰা যেন হৃদয় জুৰায়।
ৰৰ ভাল পাওঁ মই গোলাপ কলিটি
আশা ভৰা ফুলপাহি
মাৰে মিঁচিকিয়া হাঁহি
হৃদয়ত আঁকি লৈ প্ৰেমৰ ছবিটি
পাটৰ ওৰণি গুচাই মাৰে হাঁহিটি।
প্ৰাণে প্ৰাণে ভাল পাওঁ সান্ধ্য সমীৰণ
আৰু অতি মনোলোভা
বেলিৰ ৰাঙলী আভা
ভাল পাওঁ চন্দ্ৰমাৰ বিমল কিৰণ
প্ৰাণত আশ্বাস দি যে দিছে বহুদিন।
ভাল পাওঁ সকলোকে গোটেই বিশ্বৰ

যিপিনেই ঘূৰি চাওঁ
সিপিনেই দেখা পাওঁ
প্ৰেমৰ ছবিটি মাথোঁ। এই জগতৰ
আহা! কি সুন্দৰ বান্ধ বিমল প্ৰেমৰ।
ভাল পাওঁ, ভাল পোৱা কথাটিক মই
জগতখনিত চাওঁ
ভালপোৱা দেখা পাওঁ
ৰচিছে যিজনে বিশ্ব ভাল পোৱালৈ
ভাল পোৱাৰ মাজতেই আছে বিশ্ব ৰৈ।

প্ৰথম কবিতা (১০ম মান শ্ৰেণী)
(নৈবেদ্য আলোচনী)
১৯৪৮ চন

# মৃত্যুৰ্মা অমৃতং গময়

অধ্যাপক কমলেশ্বৰ শৰ্মা

( হেমন্তশৰ্মাৰ করুণ স্মৃতিত এটুপি চকুলো )

সাগৰৰ তীৰত
বৈ আছো মই
ধ্রুব তৰা চাই।

পশ্চিমৰ পচোৱা বতাহে
মোৰ গা নকপায়,
সোনালী তৰালী আহি
মোৰ মন নভুলায়।

সাগৰ তীৰত
বৈ আছো মই
ধ্রুব তৰা চাই।

সোন বেলি ফুল তৰা
কেনি গুচি গ'ল,
ৰূপ ৰস গন্ধ স্পৰ্শ
নিৰাকাৰ

সাগৰৰ তীৰত
বৈ আছো মই
ধ্রুব তৰা চাই।

ঊষাৰ মোহিনী আভা,
অস্তিম ৰক্তিম শোভা,

এন্ধাৰে দাঁতিচা টানি
সকলো পোহৰে ছানি,
প্ৰেম-প্ৰীতি পৰিবাৰ,
হ'ল একাকাৰ,
জীৱন যৌৱন ব্যাপি,
নাই পাৰাপাৰ।

সাগৰ তীৰত
বৈ আছো মই
ধ্ৰুৱ তৰা চাই

আহা বন্ধু, আহা সনাতন,
চুম্বক দৃষ্টিৰে মোক কৰা পৰিত্ৰাণ।

বাসাংসি জীৰ্ণানি যথা বিহায়
চূৰ্ণ হ'ল মোৰ জীৰ্ণ আভৰণ,
শ্বেত বস্ত্ৰ কৰো পৰিধান।

প্ৰেয়তকৈও প্ৰেয় তুমি
শ্ৰেয়তকৈও শ্ৰেয়,
তুমি বন্ধু অপৰাজেয়।

সাগৰ তীৰত
বৈ আছো মই
ধ্ৰুৱ তৰা চাই।

ব'লা বন্ধু যাও আগুৱাই—
বিদ্যুৎ বেগেৰে নিয়া বাট দেখুৱাই।

ৰবৰ সময় নাই,
ৰবৰ সকাম নাই,

এই যাত্ৰা অনাদি কালৰ
এই যাত্ৰা মহা মিলনৰ।

সাগৰ তীৰত
বৈ আছো মই
ধ্ৰুৱ তৰা চাই।

আহা মুক্তি দাতা,
আহা ত্ৰাণ-কৰ্ত্তা,
আহা মোৰ পৰম বান্ধৱ,
জড় জীৱনৰ বিভূতি বৈভৱ।

সাগৰ তীৰত
বৈ আছো মই
ধ্ৰুৱ তৰা চাই।

শুনিছো কল্লোল বন্ধু,
তৰঙ্গৰ অনন্ত উচ্ছ্বাস।
বিজয়ৰ মহান উল্লাস।

এয়ে মোৰ শুভ লগ্ন,
এয়ে শুভ ক্ষণ,
মুক্ত হস্তে, শুদ্ধ চিত্তে,
দিয়া স্নেহ আলিঙ্গন,
কৰা কৃপা বৰিষণ।

লৈ বলা বন্ধু মোক
ধ্ৰুৱ লোক লৈ
শান্তিস্থান লৈ
মৃত্যোৰ্মাং অমৃতং গময়—



# পিতৃ-শোকত

কুমাৰী গীতিৰেখা দেৱী

হৃদয়াকাশে উচুপিছে,
অশ্ৰুবন্যাৰ নাই পাৰাপাৰ।
হিয়াৰ কুঠৰীত
বজ্ৰপাতে শেলিছে
অভ্ৰ ভেদি।
অনন্ত-গহ্বৰত উমি উমি জ্বলা
শোকৰ বহ্নি
সুমাৰ কাহানি?
হায়! পিতৃ, তুমি আৰু নাই!
তুমি আৰু নাই, নাই, নাই
জানো, সমুদ্ৰ কল্লোল
আহে আৰু যায়
ইটি মনুষ্য জীৱনৰ ঠাই
হাঁহি কান্দোনৰ সানমিহলি,
জন্ম-মৃত্যুৰ ৰণাঙ্গন
প্ৰচণ্ড প্ৰলয় আহে, যায় সহজে অতিক্ৰমি
যদিও গছ-লতা, ঘৰবাৰী কৰে ছাৰখাৰ,
কিন্তু, ভয়ঙ্কৰ প্ৰকৃতিয়ে জীৱন ধুমুহাৰ
নোহে ই ব্যৰ্থ, নহয় নিষ্ফল
মৃতক জানো আহে উভতি মৰতলৈ?
হায়! পিতৃ তুমি আৰু নাই।

সংসাৰ সমুদ্ৰত কৰ্‌কৰাই
হৈছোঁ অগ্ৰসৰ
দুটি প্ৰাণী—মা আৰু মই।
বৈচিত্ৰ্যময় এই বৰিতল, প্ৰহেলিকাময়
তোমাৰ বুকুতে এদিন
ৰক্তজৱা হৈ ফুলি উঠি
মোৰ মৰমৰ পিতৃদেৱ,
তুমি কৰিলা শয়ন।
স্নেহ আৰু বাসনাৰ এনাজৰি ছিঙি—
অকালতে গ'লাহে মৰহি,
প্ৰতিভাৰ বিলালা সৌৰভ।
হে পিতৃদেৱ,
তুমি অবিহনে আজি দেখোঁ
শূন্যময় চৌদিশ,
শূন্য আলয়, শূন্য থাপনা
শূন্য প্ৰাণ, শূন্য হৃদয়।
পোহৰক গ্ৰাস কৰি এন্ধাৰৰ খিতাপি
যেন ই পূৰ্ণগ্ৰাস চন্দ্ৰগ্ৰহণ।
জীৱন-মৰুভূমিত ক'ত গ'লা হেৰায়?
হায়! পিতৃদেৱ!
বৃক্ষ-পল্লৱক সুধিলেও নাপাওঁ
তাৰ সন্নিধান।
আহা সেকি উজ্জ্বল তৰা এটি হৈ
সৌ সুন্দৰ শান্তিময় নীলিম
গগণৰ কোলাত?
ধৰাৰ আলজাল ভাঙি

যাওঁ খোজকাঢ়ি [illegible] [illegible]
তোমাৰ কোঁঠালিলৈ বুলি [illegible]
চকু ফুৰাওঁ পঢ়া মেজখনলৈ, চকীখনলৈ,
হায়! কেৱল শূন্যতাৰে স্থান,
নিশাৰ গভীৰতা আহে নামি—
তোমাৰ কোঁঠালিৰেদি আগৰাৰে। পুনৰ
পেলাওঁ দৃষ্টি বিছনাখনলৈ বুলি
হায়! শূন্যতাৰেই বিৰাজমান,
ভাষা নাই মোৰ অবুজ বেদনা।
থাবলৈ বহোঁ বহিয়া
হায়! তুমি বহা চকীখনো যে শূন্য,
উহ! কি যে তীব্ৰ বেদনা
মগ্ন হওঁ অধ্যয়নত
হঠাতে নিস্তব্ধতা ভাঙি আহে কঁপাই
একোখন হুচকীয়া যান, দুৱাৰ
আগপথেদি—
সেই একেই সুৰ, যেন এইমাত্ৰ বুলিলা,
তুমি আহিবা।
তন্দ্ৰা ভাগে, হায়! তুমিতো [illegible]!
বিতোপন সাজে খোৱা [illegible]।
কিন্তু, ই কি?
এয়া যে প্ৰতিচ্ছবি তোমাৰেই।
সেই একে মুখ, একে [illegible], একে [illegible]।
সকলোতে দেখোঁ তুমি বিৰাজমান,
প্ৰতি পাতে পাতে তোমাৰ [illegible] হাঁহি
বুজিলোঁ, আহা তুমি [illegible]

এই সকলৰ পুথি-পাঁজিৰ মাজতেই।
আৰু আত্মা প্ৰকৃতি-কোলাত।
হে মুক্তিকামী স্বৰ্গগত আত্মা,
বৰ্ষণ কৰা আশীৰ্বাদ।
খলাবমাৰে ভৰা জটিল জীৱন
কাঁইটীয়া বাট বহুদূৰ
নিয়া তুমি বাট দেখুৱাই
আলোকৰ সন্ধান; জ্ঞানৰ পোহৰ মেলি
হাঁহি হাঁহি যাম আগবাঢ়ি
তোমাৰেই পদৰেণু চুমি।

— × —

# ড° হেমন্তকুমাৰ শৰ্ম্মাৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি

শ্ৰীজিতেন্দ্ৰ নাথ শৰ্ম্মা

হেমন্ত ঋতুত জন্ম হেমন্ত কুমাৰ।
নেপালা কৰিব তুমি সৌৰভ বিস্তাৰ॥
বংশৰ প্ৰদীপ তুমি দেশৰ প্ৰদীপ।
কালৰ কৰাল গ্ৰাসত হ'লা নিৰ্ব্বাপিত॥
নুফুলিল ফুলকলি নহ'ল প্ৰস্ফুতিত।
সাহিত্যৰ মনোভাৱ নহ'ল বিকশিত॥
নাই আজি সুমধুৰ মুগুনো কণ্ঠস্বৰ।
নাই সেই বাণী আজি কটন কলেজৰ॥
ক'ত গ'লা ক'ত ৰলা নেপাওঁ বিচাৰি।
তোমাৰ বিহনে সবে কান্দিছে ঢাকুৰি॥
সাহিত্য সেবক তুমি হেমন্ত কুমাৰ।
হাঁহি ভৰা মুখ আৰু নেদেখোঁ তোমাৰ॥
অকালতে এৰি গ'লা ইহধাম এৰি।
নিষ্ঠুৰ নিয়ঁতি নিলে তোমাক সাদৰি॥
হায় বিধি কিয় তোৰ নিষ্ঠুৰ পৰিহাস।
ড হেমন্তক তই কৰিলিহি গ্ৰাস॥
প্ৰকৃতিৰ বাধ্য এই মনুষ্য জীৱন।
গতিৰোধ নহে তাৰ নহয় খণ্ডণ॥
'যি কেইডাল বাখি গ'লা তুমি পুষ্পহাৰ।
সেইয়েই কৰিব তোমাৰ সৌৰভ বিস্তাৰ॥
তোমাৰ আত্মাই যেন কৰে স্বৰ্গবাস।
বিভুৰ সমীপে মোৰ এই অভিলাস॥

—×—

# প্ৰণতি

প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য

শৰতৰ শুকুলা মেঘৰাশি ঠেলি
অসমলৈ এদিন আহিল হেমন্ত
অসমৰ মাতৃৰ সাহিত্যৰ আকাশৰ
বিস্তাৰিলে দূৰ দিগন্ত।
লাচিত নগৰৰ এক বিশেষ নাম
শৰ্ম্মা ড° হেমন্তকুমাৰ,
সদাহাস্য বদন, প্ৰচাৰ বিমুখ
লোক সাহিত্যৰ কাণ্ডাৰী আমাৰ।
শিল্পীৰ গুণগান গো'ৱা কথা-শিল্পী তুমি
হঠাতে সৰগলৈ গ'লা
হ্ৰস্বজীৱন কালতে তুমি
সাহিত্যৰ ভোটাতৰা হ'লা।
তোমাৰ ছবিটি হাঁহো হাঁহো কৰি।
উজ্বলি উঠে আমাৰ মনত
মাথো সেৱা এটি যাচিলো সাদৰেৰে
আজিৰ পবিত্ৰ ক্ষণত॥

— x —

# অধ্যাপক হেমন্তকুমাৰ শৰ্মাৰ বংশাৱলী আৰু তেখেতৰ জীৱনালেখ্য

শ্ৰীদেৱেশ্বৰ শৰ্মা

অধ্যাপক হেমন্তকুমাৰ শৰ্মাৰ বংশৰ অষ্টম পূৰ্ব পুৰুষ আছিল কনৌজ দেশৰ। পোন্ধৰ শতিকাৰ মধ্য ভাগত ৰাজনৈতিক অস্থিৰতাৰ বাবে বহু পৰিয়াল ভাৰতৰ পূব দিশলৈ আহে। সেই বোৰৰ ভিতৰত অন্য এটা ব্ৰাহ্মণ-পৰিয়াল গৌড় (বৰ্ত্তমান বঙ্গদেশ) দেশলৈ আহি নৱদ্বীপত সংস্থাপিত হয়। তেতিয়া বঙ্গ আৰু উৰিষ্যাত শ্ৰীচৈতন্য মহাপ্ৰভুই (১৪৮৫-১৫৩৩ খৃ) বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰি আছিল। উক্ত ব্ৰাহ্মণ পৰিয়ালৰ লোক ইন্দ্ৰজিৎ দেৱশৰ্মাই চৈতন্য পন্থা গ্ৰহণ কৰে।

তেতিয়া অসমৰ পশ্চিম দিশত মহাৰাজ নৰ-নাৰায়ণে (১৫৪০-১৫৮৬ খৃ°) বিশাল কোচ ৰাজ্য শাসন কৰি আছিল। দৰংখণ্ড কোচ ৰাজ্যৰ অন্তৰ্গত আছিল। পণ্ডিত ইন্দ্ৰজিতে সপৰিয়ালে নৱ-দ্বীপৰ পৰা আহি দৰঙৰ ৰাজ পুখুৰীৰ ওচৰত সংস্থাপিত হয়। পাণ্ডিত্যৰ পৰিচয় প্ৰকাশ পোৱাত তেওঁ ৰাজ-কৃপা লাভ কৰে।

কিছু বছৰৰ পিছত ৰজা নৰ-নাৰায়ণৰ ভতিজা ৰঘুদেৱৰ ৰাজত্ব কালত (১৫৮১-১৬০১ খৃঃ) ইন্দ্ৰজিতৰ পুত্ৰ বচস্পতি ভৰা-কঁহৰালৈ উঠি আহে। বাচস্পতি এজন বেদান্ত পণ্ডিত আছিল। এওঁৰ পুত্ৰ ৰাজবল্লভ হাজোৰ ওচৰৰ শানপাৰালৈ উঠি আহে। ওচৰত ৰামুণ্ডী পাহাৰ। ইয়াতে সংস্কৃত টোল পাতি বেদ, উপনিষদ আদি অধ্যাপনা কৰিবলৈ লয়।

ৰামবংশৰ দুটি পুত্ৰ—যথাক্ৰমে প্ৰাণপতি আৰু দানপতি। তেতিয়া মানৰ আক্ৰমণৰ (১৮২৪ খৃঃ) ফলত প্ৰজাবিলাকৰ দুখ-দুৰ্গতিৰ অন্ত নাই। নিৰাপত্তাৰ বাবে পৰিয়ালটো নলবাৰীৰ পশ্চিমে থকা মূলাবস্তুছিলৈ উঠি আহে। ইয়াতে প্ৰাণপতিৰ পুত্ৰ শম্ভুনাথ আৰু সোণেশ্বৰৰ জন্ম হয়। দানপতিৰ পুত্ৰ হ'ল কালীৰাম আৰু ৰামপাল। ইহঁত কিছুবছৰ পিছতে পিপলিবাৰীলৈ স্থানান্তৰিত হয়।

শম্ভুনাথৰ পুত্ৰ ছয়জন। যথাক্ৰমে বনমালী, বংশী, ভৃগুনাথ, কৃষ্ণকান্ত, দধিনাথ আৰু যজ্ঞদত্ত। শম্ভুনাথৰ দিনত পৰিয়ালটোৱে লক্ষ্মী আৰু সৰস্বতীৰ আশীৰ্বাদ লাভ কৰিছিল। নলবাৰী চহৰৰ ৫ কি মি. উত্তৰে থকা কাছিমপুৰত বহু ভূ-সম্পত্তি লাভ কৰে। নিজ গৃহত সংস্কৃত টোল পাতি বেদ, ব্যাকৰণ, উপনিষদ, জ্যোতিষ আদি বিষয়ৰ অধ্যাপনা কৰিছিল। শম্ভুনাথ অধ্যাপকৰ পুত্ৰ ভৃগুনাথ সুদূৰ কাশীধামলৈ গৈ সংস্কৃত পঢ়ি আহি নিজ টোল চলায়। টোলৰ প্ৰাক্তন ছাত্ৰ ডেকপাৰা গাওঁ নিবাসী পণ্ডিত সত্যনাথ ভট্টাচাৰ্য্যই কৈছে যে তেখেতে পঢ়াৰ সময়ত ছাত্ৰৰ সংখ্যা আছিল ষোল্লজন। ছাত্ৰাবাসটো আছিল মূল গৃহৰ, অৰ্থাৎ হাউলিৰ পূব দিশত। ভৃগুনাথৰ মৃত্যুৰ পিছতে টোল বন্ধ হয়। ভৃগুনাথে কেবাখনো সংস্কৃত গ্ৰন্থ ৰচনা কৰে, তাৰে এখন সাঁচি পতীয়া পুথি সংৰক্ষণ কৰা হৈছে। বংশীধৰ আৰু কৃষ্ণকান্তই কোচবিহাৰ আৰু জলপাইগুড়ি অঞ্চলত যাজনিক কাৰ্য্য কৰিছিল আৰু দধিনাথ এজন ভাল চিকিৎসক আছিল। বিয়াৰ পিছতে যজ্ঞদত্তৰ মৃত্যু হয়।

সোণেশ্বৰৰ পুত্ৰ দুজন—লোকনাথ আৰু ৰূপনাথ। 'লোক নাথৰ পুত্ৰ হ'ল ৺শ্ৰীকান্ত শৰ্মা আৰু কবিৰাজ শ্ৰীহংসনাথ শৰ্মা। থুৱাদেউ ৺শ্ৰীকান্ত শৰ্মা এজন নাট্যকাৰ, সুৰকাৰ, নাট পৰিচালক

আৰু অভিনেতা আছিল। তেখেতে ড° হেমন্তকুমাৰ শৰ্মাৰ পূৰ্ব-পুৰুষৰ বংশাৱলীৰ সংক্ষিপ্ত ইতিহাস সংৰক্ষণ কৰে।

শম্ভুনাথৰ প্ৰথম পুত্ৰ বনমালীৰ ল'ৰা-সন্তান আছিল চাৰিজন। যথাক্ৰমে ধনেশ্বৰ, ধৰ্মেশ্বৰ, হৰেশ্বৰ আৰু নৰেশ্বৰ। এই ধনেশ্বৰেই হ'ল ড° শৰ্মাৰ পিতৃ নাট্যকাৰ ধনেশ্বৰ শৰ্মা। কুৰিশতিকাৰ দ্বিতীয় আৰু তৃতীয় দশকত মৌলিক নাট—হৰিশ্চন্দ্ৰ, ৰণচণ্ডী মায়ামন্ত্ৰ, নল দময়ন্তী, উষা, কুশিল কুৱৰী, সংসাৰ-চিত্ৰ আদি ৰচনা কৰে। তেখেতৰ জন্ম হয় ১৮৯১ খৃ আৰু মৃত্যু হয় ১৯৫১ খৃত। তেখেতৰ পত্নী ৺অন্নপূৰ্ণা দেৱী এগৰাকী ধৰ্মপ্ৰাণা বিদুষী মহিলা আছিল।

ধনেশ্বৰ শৰ্মাৰ পুত্ৰ চাৰিজন আৰু কন্যা তিনিজনী। তেওঁলোক হ'ল—৺প্ৰফুল্ল ড হেমন্তকুমাৰ, শ্ৰীদেৱেশ্বৰ আৰু শ্ৰীমনোজ কুমাৰ। কন্যা তিনিজনী হ'ল শ্ৰীসত্যভামা, ৺কিৰণবালা আৰু শ্ৰীআদিতি দেৱী। ৩৪ বয়সত ইং ১৯৬ চনত পত্নী আৰু দুজনী কন্যা এৰি থৈ প্ৰফুল্ল কুমাৰ শৰ্মাৰ মৃত্যু হয়। শ্ৰীদেৱেশ্বৰ শৰ্মা আৰু শ্ৰীমনোজ কুমাৰ শৰ্মা দুখন স্থানীয় হাই স্কুলৰ প্ৰধান শিক্ষক।

ড হেমন্তকুমাৰ শৰ্মাই ১৯২৯ ই, চনত ১৫ চেপ্তেম্বৰ পিপলিবাৰী গাঁৱত জন্ম গ্ৰহণ কৰে। তেখেত সৰুৰে পৰা ধীৰ স্থিৰ আৰু মেধাসম্পন্ন লৰা আছিল। ১৯৪১ চনত উক্ত গাৱঁৰ প্ৰাথমিক বিদ্যালয়ৰ পৰা বৃত্তি পাই উত্তীৰ্ণ হয়। ককয়া মধ্য ইংৰাজী বিদ্যালয়ত ২ বছৰ পঢ়ি নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা বৃত্তি লৈ প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। ১৯৫১ ই, চনত নলবাৰী কলেজৰ পৰা আই, এ প্ৰথম বিভাগত পাছ কৰে। ১৯৫০ ইং আৰু ১৯৫১ ইং চনত যথাক্ৰমে মাতৃ আৰু পিতৃৰ বিয়োগ ঘটে। আৰ্থিক দুৰৱস্থাৰ মাজতো তেখেতে চাকৰি আৰু টিউচন্ কৰি

১৯৫৫ ইং চনত কটন কলেজৰ পৰা অনাৰ্চ সহ বি এ পাছ কৰে। ১৯৫৭ ইং চনত গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত দ্বিতীয় শ্ৰেণীৰ প্ৰথম হৈ এম এ পাছ কৰে। সেই বছৰত উক্ত বিষয়ত প্ৰথম স্থান কোনোৱে পোৱা নাছিল। অসমীয়াত সৰ্ব্বোচ্চ নম্বৰ পোৱা বাবদ 'বাণীকান্ত কাকতি সোৱৰণী বঁটা" লাভ কৰে।

১৯৫৬ ই. চনত মহীশূৰ বিশ্ব-বিদ্যালয়ত ভাষা বিজ্ঞানৰ প্ৰশিক্ষণ লয়। ১৯৭৪ ই. চনত তেখেতৰ গবেষণা গ্ৰন্থ Fasts and Festivals in the District of Kamrup ৰ জৰিয়তে পি এইচ ডি ডিগ্ৰী লাভ কৰে।

চাকৰি জীৱন আৰম্ভ কৰে ১৯৪৯ ইং চনত পাণবজাৰ বালক প্ৰাথমিক বিদ্যালয়ত ১৯৫১ চনত গৰ্ডন হাই স্কুলৰ সহকাৰী শিক্ষক আৰু ১৯৫৩ ৫৫ চনত দমদমা হাই স্কুলত শিক্ষকতা কাম কৰে। ১৯৫৫ ৫৮ ই. চনত গুৱাহাটীত প্ৰথন গ্ৰন্থগাৰিক হিচাপে সেৱা আগবঢ়ায়। ১৯৫৮ ই. চনৰ পৰা জীৱনৰ শেষলৈকে অৰ্থাৎ ১৯৯২ ইং চনৰ ১৮ জানুৱাৰীলৈ কটন মহা বিদ্যালত অসমীয়া বিভাগত অধ্যাপনা কৰে। তেখেতৰ তত্বাৱধানত কেবাজনো পুৰুষ মহিলাই পি এইচ ডি ডিগ্ৰী লাভ কৰে।

সৰু কালৰ পৰা তেখেত সামাজিক আৰু সংগঠনিক গুণৰ অধিকাৰী আছিল। সৰু কালতে নিজ গাওঁ পিপলিবাৰীৰ ছাত্ৰ সম্পাদক হৈ লৰা ছোৱালীৰ মাজত একতা আৰু শৈক্ষিক পৰিবেশ আনিবলৈ যত্ন কৰিছিল লগতে গাৱঁৰ জ্ঞানদায়িনী পুথি ভড়ালটোৰ বহুত উন্নতি সাধন কৰে গুৱাহাটী মহানগৰীৰ বহু অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত আছিল। পিপলিবাৰী গাৱঁৰ ডেকা চামক লৈ "পিপলিবাৰী মিলন সমাজ" গঠন কৰে। উক্ত অনুষ্ঠানৰ তেখেতে আছিল সভাপতি বহুদিন নলবাৰী ছাত্ৰ-সভা আৰু জেউতি আলোচনীৰ লগত জড়িত আছিল। তেখেতৰ

কবিতা, প্ৰবন্ধ আদি গৰ্ডন হাইস্কুলৰ মুখ-পত্ৰ নৈবেদ্য, জেউতি বামধেনু, দৈনিক অসম অসম সাহিত্য সভা পত্ৰিকা, অগ্ৰদূত আদি অৰ্দ্ধ-সপ্তাহিক আৰু অন্যান্য দৈনিক, সপ্তাহিক কাকতত প্ৰকাশ পায়। গুৱাহাটীৰ সৰিতা সভা, জোনাকী সাহিত্য সমাজ, বিহু-সংস্কৃতিক অনুষ্ঠান আদিৰ লগতো তেখেতে জড়িত আছিল। ভাৰতৰ বিভিন্ন প্ৰান্তত অনুষ্ঠিত সৰ্বভাৰতীয় প্ৰাচ্য বিদ্যাসন্মিলনত অসমৰ পৰা বহুবাৰ প্ৰতিনিধিত্ব কৰিছিল।

১৯৫৫ ইং চনৰ পৰা তেখেত অসম সাহিত্য সভাৰ লগত জড়িত। অসমীয়া জাতিৰ বুকুৰ আমঠু স্বৰূপ এই ভাষা-সাংস্কৃতিক অনুষ্ঠানটিৰ লগত নিবিড ভাৱে সম্পৰ্ক গঢ়ি উঠে। ঘৰুৱা তথা ব্যক্তিগত সমস্যা যিয়েই নেথাকক লাগে, সেইবোৰক পিঠি দি সাহিত্য সভাৰ কামত যোগ দিছিল। কাৰ্য্য-দক্ষতাৰ গুণত প্ৰথমতে কাৰ্য্যকৰী সভাৰ সদস্য, সহ-সম্পাদক, ১৯৭০-৭১ ইং চনত পত্ৰিকা সম্পাদক ১৯৭৩-৭৪ ই, চনত সাধাৰণ সম্পাদক হয়। ১৯৯০-৯১ ইং চনত অসম সাহিত্য সভাৰ উপ-সভাপতি নিৰ্বাচিত হয়। কাৰ্য্যকালৰ ভিতৰত সাহিত্য সভা বিভিন্ন দিশত উন্নতি সাধন কৰে। তেখেতৰ দিনত সাহিত্য সভাৰ মুখপত্ৰখন তিনি-মহীয়া গুচি এমহীয়া পত্ৰিকালৈ ৰূপান্তৰিত কৰে। বহু গ্ৰন্থৰ সম্পাদনা আৰু প্ৰকাশ কৰে। অকাল বিয়োগে সাহিত্য সৃষ্টিৰ ক্ষতি পেলায়। বহু লোকে ভাবিছিল যে অদূৰ ভৱিষ্যতে এই নীৰৱ সাহিত্য-সাধকজনে অসমীয়াৰ প্ৰাণৰ অনুষ্ঠান অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰিব। ঈশ্বৰে সেই আশা পূৰণ হ বলৈ নিদিলে।

তেখেতৰ মৌলিক আৰু সম্পাদিত গ্ৰন্থ প্ৰকাশ হলেও অধিক। মৌলিক গ্ৰন্থৰ ভিতৰত কিছুমান হল ১। অসমীয়া সাহিত্যৰ দৃষ্টিপাত ২। অসমীয়া সাহিত্যৰ শ্ৰেণি ৩। কাবেৰীক পাতক পাতে

( ভ্ৰমণ কাহিনী ), ৪। কামৰূপীয়া লোক সাহিত্য ৫। কিংবদন্তিৰ সাধু ৬। এই মালাধাৰী (গল্প) ৭। স্মৃতিৰ পলাশ (গল্প) ৮। এন্ধাৰৰ পাৰ ভাঙি (উপন্যাস) ৯। ব্যক্তিত্বৰ জিলিঙনি (জীৱনী), ১০। Fasts and Festivals in the District of Kamrup ( গৱেষণা গ্ৰন্থ ) ইত্যাদি ।

সম্পাদিত গ্ৰন্থ সমূহৰ ভিতৰত আছে —১। চুটি গল্প সংকলন ২। সাহিত্য সমীক্ষা, ৩। নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প ৪। মাধৱ দেৱৰ চোৰধৰা আৰু পিম্পৰা গুচোৱা নাট ৫। বীণাৰ ঝঙ্কাৰ ৬। ৰজনী বৰদলৈৰ ৰচনামালা ৭। চৌধাৰীৰ সাহিত্য প্ৰতিভা, ৮। কামৰূপ ৰত্নমালা ( ১ম খণ্ড আৰু ২য় খণ্ড ) ৯। অসমীয়া লোক-গীতি সঞ্চয়ন ১০। হাজৰিকাৰ সাহিত্য প্ৰতিভা ১১। সাহিত্য সুৰভি ১২। সাহিত্য চয়ন ১৩। অসম গৌৰৱ ১৪। নলিনীবালা দেৱী ১৫। কৰ্মযোগী গিৰিধৰ শৰ্মা ১৬। বীৰেন্দ্ৰ ভট্টাচাৰ্য্যৰ সাহিত্য-কৃতী ১৭। ধনেশ্বৰ শৰ্মাৰ পৌৰাণিক নাট 'কুণ্ডিল কুৱঁৰী' ইত্যাদি। উল্লেখিত গ্ৰন্থ সমূহৰ কিছুমান একক হিচাপে আৰু কিছুমান যুটীয়াভাৱে সম্পাদনা কৰিছে ।

ভৱিষ্যতৰ কেবাখনো পুথিৰ আঁচনি অসম্পূৰ্ণভাৱে ৰৈ গ'ল । সেইবোৰৰ ভিতৰত অসমৰ নাট্য শিল্পী সকলৰ জীৱন-জেউতি, অসমৰ লোক গীতি সংগ্ৰহ আদি । মনত বহু আশা আৰু পৰিকল্পনা লৈ থাকোঁতে হঠাতে হৃদযন্ত্ৰ বিকল হৈ ১৯৯২ ই. চনৰ ১৮ জানুৱাৰীত অকাল বিয়োগ ঘটে। চিৰ হাস্য মুখী, সদালাপী ব্যক্তি গৰাকী আমাৰ মাজৰ পৰা নাইকিয়া হ'ল। সাংসাৰিক জীৱনত বহু ঘাত-প্ৰতিঘাত পাইছিল। তথাপি সেইবোৰ প্ৰকাশ নকৰিছিল, নীৰৱে সকলো সহ্য কৰিছিল। মৃত্যুৰ কিছুমাহ আগতে একমাত্ৰ কুৰিবছৰীয়া পুত্ৰ অঞ্জনৰ বিয়োগ ঘটে। এই ঘটনাই তেখেতক বৰ আঘাত দিয়ে। ১৯৯২ ইং চনৰ ১৮ জানু-

ৰাতীৰ পুৱা ৮ বজাত তেখেতে শেষ নিশ্বাস ত্যাগ কৰে। বিয়োগ বাতৰি বন জুইৰ দৰে গুৱাহাটী মহানগৰী তথা দেশৰ বিভিন্ন ঠাইলৈ প্ৰচাৰ হয়। সহস্ৰ গুণমুগ্ধ বন্ধু-বান্ধৱ, সহকৰ্মী, ছাত্ৰ-ছাত্ৰী আৰু ঘৰৰ আত্মীয় স্বজন-সকলে লাচিত নগৰৰ নিজ গৃহত তেখেতৰ শেষ দৰ্শন লাভ কৰে। সন্ধিয়া নৱগ্ৰহ শ্মশানত শেষ কৃত্য সমাপন কৰে।

মৃত্যুৰ সময়ত পত্নী শ্ৰীইন্দিৰা দেৱী, কন্যা ৩ জনী, জোৱাই-নাতি আৰু পৰিয়ালৰ ২ জন ভাই, বাই-ভনী আৰু ভতীজাসকলক এৰি থৈ যায়।

কবি গুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰৰ এফাকি কবিতাৰে এই মহান ব্যক্তি গৰাকীৰ বিদেহী অমৰ আত্মালৈ শ্ৰদ্ধা নিবেদন কৰিলোঁ।

"এনেছিল সাথে কৰি মৃত্যুহীন প্ৰাণ,
মৰণে তাহায় তুমি কৰে গেল দান।"

# মোৰ চিৰ আৰাধ্য স্বামী ড° হেমন্তকুমাৰ শৰ্মাৰ পুণ্য স্মৃতিত

**শ্ৰীমতী ইন্দিৰা দেৱী**

মোৰ জীৱনৰ চৰম-দুৰ্ভাগ্যৰ দিনটো হঠাতে ভাবিব নোৱাৰাকৈ আহি পৰিছিল ১৯৯১ চনৰ ১৮ জানুৱাৰী শনিবাৰে। মানুহৰ জন্ম মৃত্যু আছেই, তথাপি তেখেতৰ ইমান সোনকালে এই বয়সতে কমময় জীৱনৰ অবসান ঘটিব বুলি কেতিয়াও ভবা নাছিলোঁ। সদায় পুৱাৰ পৰা ৰাতিলৈ কামৰ তালিকা তেখেতৰ ডায়েৰীত লিখি থয়, সেইমতেই দিনটোৰ কাম সম্পন্ন কৰে। অসুখ হিচাপে দেখাত কোনো বেমাৰ নাছিল, কিন্তু ১৯৮৮ চনত মোৰ এক-মাত্ৰ লৰা ৰূপমৰ (অঞ্জন শৰ্মা) কিডনীৰ বেমাৰ হোৱাত তেখেতৰ এটি গভীৰ [illegible] পৰে। অঞ্জনক প্ৰথমে ভেলোৰত নিয়া হৈছিল। তাত চিকিৎসা নোহোৱাত মাদ্ৰাজৰ Guest Hospital ত নিছিল। তাৰ অসুখত আমি দুয়োজনে জীৱনৰ এটা অভাৱনীয় কষ্টৰ সন্মুখীন হব লগা হৈছিল। মাদ্ৰাজৰ অত্যন্ত চোকা ৰদৰ তাপত হস্পিতেলত অহা যোৱা কৰা, ডাক্তৰক লগ ধৰা, কিছুমান Foreign ঔষধ এখেতে হস্পিতেলৰ পৰা চিটিবাছেৰে ১৬/২০ মাইল দূৰলৈ গৈ অনা, সদায় তাৰ চিকিৎসাত আৰ্থিক শাৰীৰিক আৰু মানসিক উদ্বিগ্নতাত কটাব-লগীয়া হোৱাই এখেতৰ Heart ৰ অসুখ আৰম্ভ হয়। এখেতৰো শৰীৰ পৰীক্ষা কৰাত (E.C.G. কৰোঁতে) Guest Hospital ৰ Cordiology ৰ বিখ্যাত ডাক্তৰ মিশ্ৰই এখেতৰ Heart ৰ

অসুখ হোৱাৰ চিন পাইছিল আৰু ঔষধ নিয়মিয়াকৈ খাবলৈ দিছিল। অঞ্জনৰ মাদ্ৰাজত অস্ত্ৰোপচাৰ কৰাৰ পৰা মুঠতে সাত-মাহৰ পাছত তাক সুস্থ কৰি আমি গুৱাহাটীলৈ ঘূৰি আহিছিলোঁ। গুৱাহাটীলৈ অহাৰ পাছত এখেতে কলেজৰ ক্লাছ কৰাৰ উপৰিও সাহিত্য সভাৰ কাম, পিতৃ নাট্যকাৰ ধনেশ্বৰ শৰ্মাৰ জন্ম শত-বাৰ্ষিকীৰ কাম আৰু নানা কামত ব্যস্ত হৈছিল। অঞ্জনৰ operation ৰ পাছত তাৰ স্বাস্থ্য ভাললৈ আহিছিল আৰু সিও স্নাতক পৰীক্ষা দিবলৈ পঢ়া-শুনাত মনোযোগ দিছিল। কিন্তু গুৱাহাটীৰ Medical কলেজৰ Naphrology Dept ৰ মূৰব্বী ডাক্তৰ গৰাকীয়ে "তাৰ ভাল হোৱাৰ পাছত অতি প্ৰয়োজনীয় ঔষধ এটা মাদ্ৰাজৰ ডাক্তৰৰ লগত পৰামৰ্শ নকৰাকৈ বন্ধ কৰি দিয়াৰ পাছৰে পৰা অঞ্জনৰ নতুনকৈ লগোৱা কিড্‌নী আকৌ ক্ৰমান্বয়ে অকামিলা হব ধৰিলে। পিছত মাদ্ৰাজলৈ তাক তিনি-বাৰ Check-up ত নিয়া হৈছিল। তথাপি তাৰ বেয়া হব ধৰা কিড্‌নী ভালৰ ফাললৈ নাহিল। শেহত গুৱাহাটী মেডি-কেলত 'ডায়েলিছিছ' কৰি থাকোঁতে হঠাৎ বিজুলী সৰবৰাহ বন্ধ হোৱাত সি মৃত্যুৰ মুখত পৰিল। তাৰ পাছৰ পৰা এখেতৰ অন্ত-ৰত পুত্ৰশোকৰ দাবানল উমি উমি জ্বলিছিল যদিও বাহিৰত জোৰ কৰি মানসিক দৃঢ়তা দেখুৱাই সাহসেৰে হাঁহিমুখীয়া, মৃদুভাষী স্বভাৱেৰে সমাজৰ জনহিতকৰ কামবোৰ কৰি গৈছিল। মৃত্যুৰ আগদিনা ১৭ জানুৱাৰী তাৰিখে ৰাতিপুৱা উঠি মাঘমাহৰ ঠাণ্ডাতো প্ৰাতভ্ৰমণ কৰি আহি মুখ ধুই চাহ খাই বাতৰি কাকত পঢ়ি পঢ়ামেজত বহে। তাৰপাছত নমান বজাত গা-ধুই গোঁসাইসেৱা কৰি বজাৰলৈ যায়। কাৰণ ১৬ তাৰিখে মাজু ছোৱালীক জোৱা-ইৰ সৈতে সেইদিনাৰ বাবে (১৭ তাৰিখৰ) মাঘবিহুৰ নিমন্ত্ৰণ কৰি আছে। ১৭ তাৰিখে দুপৰীয়া ১ বজাত ভাত খাই ২ বজাত

জোনাকী সাহিত্য সমাজে আয়োজন কৰা ৺ৰজনীকান্ত দেৱ শৰ্মাৰ বছৰেকীয়া মৃত্যুতিথি উপলক্ষে মিটিঙত গৈ বক্তৃতা দি গধূলি ৭·৩০ বজাত ঘৰলৈ সোনকালে আহে যিহেতু ঘৰত গধূলি ভাতৰ নিমন্ত্ৰণৰ অতিথি আছিল। মিটিঙৰ পৰা আহি ঘৰত এখেতে এম, এ পৰীক্ষাৰ বহী চাই আছিল। ৰাতি ৯-৩০ বজাত তেখেতৰ সোদৰ প্ৰতীম অধ্যাপক শ্ৰীকনকচন্দ্ৰ ডেকাৰ সৈতে হাঁহি ধেমালি কৰি ভাত খাই ১০-৩০ বজাত শুইছিল। ৰাতি ভাল টোপনি অহা নাছিল। পিছদিনা ১৮ জানুৱাৰী তাৰিখে ৰাতিপুৱা ৬-৩০ বজাত উঠি বাথৰুমৰ পৰা আহিয়ে মূৰটো বেয়া লাগিছে বুলি কৈ বিছনাত পৰি যায়। আনদিনাৰ দৰে সেইদিনাও এখেত প্ৰাত ভ্ৰমণত ওলাব বুলিয়ে ভাবিছিলোঁ। কিন্তু এখেত উঠিয়ে আকৌ বিচনাত পৰি ছাটি-ফুটি কৰি লাহে লাহে মাত কথা দিব নোৱাৰা হ'ল। কাষৰ মানুহক খবৰ দি ডাক্তৰ অনাত তৎক্ষণাত গুৱাহাটী মেডিকেল কলেজ হস্পিতাললৈ নিবলৈ কলে। কিন্তু হস্পিতাললৈ যোৱাৰ বাটতে গাড়ীতে তেখেতে শেষ নিশাস পেলালে। হস্পিতাললৈ নিওঁতে অজ্ঞান হৈছিল বুলিহে ভাবিছিলো আৰু তাত ডাক্তৰে চিকিৎসা কৰাৰ পাছত সুস্থ হব বুলি ভাবিছিলোঁ। ডাক্তৰে পৰীক্ষা কৰি মৃত বুলি কোৱাত মোৰ অন্তৰ হাঁহাকাৰ কৰি উঠিল। পৃথিৱীখন মোৰ ভৰিৰ তলৰ পৰা খহি পৰা যেন হ'ল। লগে লগে যেন মোৰ জীৱনটো হঠাতে সলনি হৈ গ'ল, আন্ধাৰৰ ডাৱৰে যেন ছাটি ধৰিলে। তেখেতৰ অবিহনে জীৱনৰ বাটত কিদৰে অকলশৰে আগবাঢ়ি যাব লাগিব এনেবোৰ চিন্তাই দেহ-মন আগুৰি ধৰিছিল। দুজনী ছোৱালীক বিয়া দিলো, একমাত্ৰ ল'ৰা অঞ্জন ঢুকাল। এতিয়া সুমলীয়া ছোৱালী কমা আছে। তাইৰ মুখলৈ চাই সংসাৰত থকা দিনবোৰ অতিবাহিত কৰিবলৈ ধৰিছোঁ। নিয়তিৰ কি নিষ্ঠুৰ পৰিহাস!

১৯৬০ চনৰ ১৮ এপ্ৰিলত আমাৰ বিয়া হৈছিল, বিয়াৰ পাছত আমাৰ সাংসাৰিক জীৱন আৰম্ভ হ'ল। তেখেত আছিল অতিশয় মৰমিয়াল, সহানুভূতিশীল, আন্তৰিকতাপূৰ্ণ, হাঁহিমুখীয়া বিশাল অন্তৰৰ, সহজ সৰল প্ৰাণৰ খোলামনৰ পুৰুষ। আমাৰ বিয়াৰ আঠমাহৰ পাছতে এখেতৰ ডাঙৰ ককায়েক 'টাইফয়েদ' জ্বৰত ঢুকায়। তেতিয়াৰ পৰা এখেতৰ বৌয়েক আৰু তেওঁৰ দুজনী ছোৱালীৰ ভৰণ-পোষণ দায়িত্বও এখেতৰ ওপৰতে পৰিছিল। তদুপৰি তেখেতৰ তলৰ দুজন ভায়েকৰ শ্ৰীমান দেৱেশ্বৰে এম-এ পঢ়ি আছিল আৰু শ্ৰীমান মনোজে বি-এ পঢ়ি আছিল। এওঁলোকৰ মাক দেউতাক এখেতে কলেজত পঢ়ি থাকোতেই এবছৰৰ আগে-পিছাকৈ ঢুকাইছিল। মাক দেউতাক এখেতৰ পঢ়ি থকা অৱস্থাত ঢুকুৱাই নানা দুখ-কষ্টৰ সন্মুখীন হৈও শেহত এখেতে অসমীয়া বিভাগত এম-এ পাছ কৰি কটন কলেজৰ অধ্যাপক হৈ কৰ্মজীৱন আৰম্ভ কৰিছিল। এখেতে দুয়ো ভায়েকক পঢ়াই-শুনাই চাকৰিত সুমাই বিয়া-বাক কৰাই দিছিল। ডাঙৰ ককায়েকৰ ছোৱালী দুজনীকো ডাঙৰজনী দুবছৰ বয়সৰ পৰা আৰু সৰুজনী পাঁচ মাহৰ পৰাই ডাঙৰ দীঘল কৰি B A পাছ কৰালৈকে বৌয়েক আৰু ছোৱালী দুজনীৰ দায়িত্ব বহন কৰিছিল।

আমাৰ বিয়াৰ পাছৰ পৰাই এখেতক সদায় পৰীক্ষা দিয়া ছাত্ৰৰ নিচিনাকৈ পঢ়ামেজত কিতাপ পঢ়াত আৰু লিখি থকা অৱস্থাত পুৱা-গধূলি দেখিছিলোঁ। বন্ধ দিনত দুপৰীয়া অলপ সময় জিৰাই আৰু পুনৰ পঢ়া মেজত বহে। অসম সাহিত্য সভাৰ লগত এখেত নিবিড়ভাৱে জড়িত আছিল। এখেতক মই প্ৰতি-বছৰে সাহিত্য সভাত যোৱা দেখিছিলোঁ। সাহিত্য সভাৰ ভিতৰত থকা নিয়মাৱলীবোৰ ভালকৈ জানিছিল। চৰকাৰৰ পৰা টকা সংগ্ৰহ কৰি অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হৈ থাকোঁতে

সাহিত্য সভাৰ উন্নতিৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিল। তাৰ উপৰি গাঁৱে-ভূঞে বহু ভিতৰুৱা স্কুলৰ বাৰ্ষিক বঁটা বিতৰণী সভা, বহাগ বিহুৰ মিটিঙত সভাপতি হৈ গৈছিল। আৰু কিছুমান মিটিঙত নিৰ্দিষ্ট বক্তা হিচাপে গৈছিল। এখেতে কলেজৰ অনুষ্ঠানবোৰত বসাল বক্তৃতা দিছিল।

মই বিবাহিত জীৱনত এখেতৰ পৰা অফুৰন্ত মৰম চেনেহ পাইছিলো। আমাৰ মাজত সদায় বুজাবুজিৰ ভাব আছিল কাৰণে দুয়োৰে মাজত মিলাপ্ৰীতিৰ ভাব অটুট আছিল। আমাৰ সাংসাৰিক জীৱনৰ পাতনি মেলাৰ সময়ত টকা-পইচাৰ যথেষ্ট অভাৱ আছিল কাৰণে এখেতে পৰিয়ালৰ দায়িত্বও বহন কৰিব লগা হৈছিল। গতিকে কিতাপ পত্ৰ লিখি কেনেকৈ দুপইচা অৰ্জন কৰিব পাৰে আৰু অসমীয়া সাহিত্যৰ উন্নতি সাধন কৰিব পাৰে তাৰকাৰণে একাণপতিয়াকৈ মনোযোগ দিছিল। এখেতে লাহে লাহে পৰীক্ষাৰ কামো প্ৰতিবছৰে বহুত পাইছিল। মেঘালয় universityৰ পৰীক্ষাৰ প্ৰশ্ন কটা আৰু পৰীক্ষাৰ কামো কৰিছিল। এখেতে ককায়েকৰ পৰিয়াল আৰু ভায়েকহঁতক চোৱাৰ উপৰিও আমাৰ নিজৰ চাৰিটা ল'ৰা-ছোৱালীক কোনো দিনে অভাৱৰ কথা জানিব নিদিয়াকৈ মৰম চেনেহৰ মাজেৰে ডাঙৰ কৰিছিলে। মোৰ আৰু এখেতৰ মাজত কোনো দিনো টকা পইচা বা অন্য কোনো ঘৰুৱা কথা লৈ অশান্তি হোৱা নাছিল। চাৰিওটা ল'ৰা-ছোৱালীক লৈ এখেতৰ লগত মোৰ এখন শান্তি সুখৰ ঘৰ গঢ় লৈ উঠিছিল। এনেকৈয়ে আমি জীৱনটোত আগবাঢ়ি গৈ আছিলো। কিন্তু ১৯৮৮ চনত অঞ্জনৰ কিডনীৰ অসুখ আৰম্ভ হোৱাৰ পিছৰ পৰা আমাৰ সাংসাৰিক জীৱনত অশেষ কষ্ট হৈছিল। সি দুৰাৰোগ্য ৰোগত ভুগি অশেষ কষ্ট পাই শেহত ১৯৯১ চনৰ ৪ ফেব্ৰুৱাৰীত

ইহলীলা সম্বৰণ কৰিলে। পুত্ৰশোকৰ আঘাতত আমাৰ মনৰ সুখ শান্তি নোহোৱা হ'ল। অঞ্জনৰ চিকিৎসাৰ ত্ৰুটি কৰা নাছিলো। কিমান মন্দিৰত সি সুস্থ হবৰ কাৰণে দান দি পূজা-পাতল কৰিছিলো তথাপি নিয়তিৰ নিষ্ঠুৰ পৰিহাসত সি ২২ বছৰ বয়সতে আমাক সকলোকে কন্দুৱাই গুচি গ'ল। এখেতে যোৱা বছৰ All India History and culture Society ৰ অধিবেশনত যোগ দিবলৈ ভুপাললৈ যাওঁতে বাটত এলাহাবাদত এৰাতি থাকি "ত্ৰিবেণী সঙ্গম"ত তাৰ অস্থি বিসৰ্জন দিওঁতে পুত্ৰশোকত অন্তৰ কঁপি উঠিছিল। এখেতে যোৱাবছৰ (১৯৯১ ইং) দেউতাক নাট্যকাৰ ধনেশ্বৰ শৰ্মাৰ (মোৰ শহুৰ) জন্ম শতবাৰ্ষিকী উৎসৱ পিপালবাৰী নলবাৰী আৰু গুৱাহাটীৰ লক্ষীধাম বৰুৱা সদনত আনুষ্ঠানিকভাৱে পালন কৰি সুযোগ্য পুত্ৰৰ কৰ্ত্তব্য পালন কৰিছিল। এখেতে দউতাকৰ হাতে লিখা "কুণ্ডিল কুঁৱৰী" নাটকখন আৰু নিজে সংগ্ৰহ কৰা "ব্যক্তিত্বৰ জিলিঙনি" নামৰ গ্ৰন্থ সম্পাদনা কৰিছিল। মিলিওবাৰ সুচাৰুৰূপে চলাওঁতে এখেতে বহুখিনি কষ্ট কৰিছিল।

"Plain living and high thinking" এখেতৰ জীৱনৰ ব্ৰত আছিল। এখেতৰ স্ব-ৰচিত পুথি হিচাপে ভ্ৰমণ কাহিনী 'কাবেৰীৰ পাৰে পাৰে' অসমীয়া সাহিত্যত দৃষ্টিপাত', 'সাহিত্যৰ বেঙুণি', 'সাহিত্য বিচিত্ৰা', আদি প্ৰবন্ধ 'স্মৃতিৰ পলাশ', সেই মালাধাৰী, 'ৰাখী-বন্ধন', 'সন্ধ্যাৰাগ' আদি গল্পৰ পুথি 'কিংবদন্তীৰ সাধু' উল্লেখযোগ্য। তদুপৰি সঙ্কলন, সম্পাদনা কৰি উলিওৱা কিতাপো বহু আছে, যেনে—'অসম গৌৰৱ', 'লোকগীতি সঞ্চয়ন', 'কামৰূপ লোকগীতি সংগ্ৰহ', 'ৰজনীকান্ত বৰদলৈ', 'নলিনীবালা দেৱী', 'গিৰিধৰ শৰ্ম' আৰু বহুকেইজন লেখকৰ ওপৰত সংগ্ৰহ কৰি কিতাপ ৰচনা কৰিছিল। মুঠ কিতাপ এখেতে ত্ৰিশৰো

ওপৰ ৰচনা কৰি উলিয়াইছিল। বহু আলোচনীত এখেতে লিখা প্ৰবন্ধ সিঁচৰিত হৈ আছে। তেখেতে যোৱা বছৰ মায়ং অঞ্চলৰ জন সংস্কৃতিৰ ওপৰত নিজে গৈ তথ্য সংগ্ৰহ কৰি এখন কিতাপ মৃত্যুৰ আগে আগে প্ৰেছত দিছিল। যোৱাবছৰ সাহিত্য সভাত কিতাপখন ছপাই উলিয়ালে। তেখেত আজীৱন অসম সাহিত্য সভাৰ লগত জড়িত আছিল। কেইবাবছৰো কাৰ্যনিৰ্বাহকৰ সদস্য, এবাৰ সাহিত্য সভাৰ পত্ৰিকা সম্পাদক হওঁতে পত্ৰিকাখনি মাহে কীয়াকৈ উলিয়াইছিল। কামৰূপ সাহিত্য পৰিষদৰ তেখেত সভাপতি আছিল। তাৰ উপৰি অসম লেখক সমবায় সমিতি, পুৰীস্থ শ্ৰীমন্ত শঙ্কৰদেৱ সংস্কৃতি সমাজ, সাহিত্য সভা, সাহিত্য কানন, জোনাকী সাহিত্য সমাজৰ লগত জড়িত আছিল। কামৰূপ অনুসন্ধান সমিতি, অসম প্ৰকাশন পৰিষদ, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, অসম ৰাজ্যিক সংগ্ৰালয় আদিৰ লগত জড়িত আছিল। তদুপৰি সৰ্বভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলন, বুৰঞ্জী সন্মিলন, জনসংস্কৃতিৰ সন্মিলনতো তেখেতে গৱেষণা পত্ৰ দাখিল কৰিছিল।

তেখেত গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ শিক্ষাদানৰ এজন বিশিষ্ট কাৰ্যনিৰ্বাহক সভ্য আছিল। তাৰ সমস্যাবোৰৰ এখেতে যুক্তিৰে সমাধান কৰিছিল। সাহিত্য একাডেমীৰ উপদেষ্টা বৰ্ডৰ (পৰামৰ্শদানৰ) সক্ৰিয় সদস্য আছিল। লোক-সংস্কৃতিৰ গৱেষক হিচাপে এখেতে বহু উচ্চ পৰ্যায়ৰ কাম কৰি আছিল। এখেতে যোৱা গ্ৰন্থমেলাৰ সময়তে দিল্লীত তখেতৰ ছপা হৈ ওলোৱা থেছিছৰ একপি কিনি আনি মনৰ আনন্দত মোক ঘৰৰ দুৱলিৰ পৰাই সুখবৰ দিছিল।

এখেতে ডক্টৰেট উপাধি লাভ কৰিবলৈ গৱেষণাৰ কাৰণে কামৰূপৰ গাওঁবিলাকত গৈ সাংস্কৃতিক উৎসৱবোৰৰ টোকা লিখি তথ্য সংগ্ৰহ

কৰোঁতে কেইবা বছৰো কষ্ট কৰিছিল। মোৰ তেতিয়া ল'ৰা-ছোৱালী সক আছিল। মই অকলেই ঘৰখন চাবলগা হৈছিল।

এখেতে সময়ৰ সদায় সদ্-ব্যৱহাৰ কৰিছিল। বেল বা মটৰত দূৰৈ ঠাইলৈ গলে হাতত এখন কিতাপ বা আলোচনী পঢ়ি গৈছিল।

এখেতে মিটিং আদি কৰিলেও ক্লাছ ক্ষতি কেতিয়াও নকৰিছিল। এখেতে পঢ়োতে ছাত্ৰ ঘৰলৈ আহিলে মোক কয়— "চাবে ক্লাচ ক্ষতি কেতিয়াও নকৰে, যিমানেই নিজৰ ব্যক্তিগত কাম নাথাকক লাগে নিয়মিতভাৱে ক্লাছ কৰিবই।" গোটেইদিন ক্লাছ কৰি উঠি নানা কামত গৈ গধূলি ঘৰ পাই ভাগৰ লাগিলেও কোনো ব্যক্তি এখেতক বিচাৰি আহিলে বা কোনোবা বন্ধু বা আত্মীয় স্বজন আমাৰ ঘৰলৈ আহিলে দিনটোৰ পৰিশ্ৰমৰ পাছত ভাগৰ লাগিলেও ওলাই নহাকৈ নাথাকে। হাঁহি মাতে কথা পাতি চাহ-তামোল খুৱাই বিদায় দিয়ে। নিজৰ কষ্ট হ'লেও বিৰক্তি ভাৱ প্ৰকাশ নকৰে। আলহীক সোধপাছ কৰি এখেতে বৰ ভাল পায়। ভাতৰ নিমন্ত্ৰণ কৰা মানুহক এখেতে নিজে বৰষুণেই হওঁক বা ৰ'দেই হওঁক স্কুটাৰেৰে গৈ মাছ মাংস, দৈ-মিঠাই, শাক-পাচলি আনি যোগাৰ কৰি দিছিল। নিমন্ত্ৰণ কৰা মানুহৰ লগত নানা হাঁহি ধেমালিৰে কথা পাতি আনন্দ পাইছিল। ঘৰত কাম কৰা ছোৱালীক 'মাই' বুলি মৰমত মাতিছিল। কলেজৰ সাধাৰণ চকিদাৰ এজনৰ বিয়াতো এখেতক নিমন্ত্ৰণ কৰিলে 'উপহাৰ দি তেওঁলোকৰ গাৱঁৰ ঘৰত গৈ শুভেচ্ছা জনাই নিমন্ত্ৰণ ৰক্ষা কৰিছিল। এয়া আছিল এখেতৰ উদাৰ-প্ৰকৃতিৰ স্বভাৱ। এখেতে ছাত্ৰক পুত্ৰৱৎ মৰম কৰিছিল। মহিলাৰ প্ৰতি সু-ব্যৱহাৰ আছিল। সক ল'ৰা ছোৱালীক কোলাত লৈ মৰম কৰিছিল। বৃদ্ধলোকক পিতৃ-তুল্য জ্ঞান কৰিছিল। ছাত্ৰ ছাত্ৰীয়ে ঘৰত কিবা দুৰূহ পাঠ পঢ়িব আহিলে নিজৰ পঢ়া কাম এৰিও ভালকৈ

বুজাই দিছিল। এখেতৰ তলত তিনিজন ছাত্র ছাত্রীয়ে ইতিমধ্যে 'ডক্টৰেট' উপাধি পাইছিল আৰু এজন ছাত্ৰৰ থেছিছ এখেতে মৃত্যুৰ আগেয়ে চাই দিছিল। যোৱা বছৰ (১৯৯১) দিল্লী University য়ে এখেতক reserch কৰা PhD ডিগ্রীৰ student ৰ কাৰণে "Expert' কৰি নিছিল।

এখেতৰ ভায়েক আৰু ভাই বোৱাৰীহঁতে এখেতৰ প্ৰতি পিতৃব্য সম্মান দেখুৱাইছিল আৰু ভাল ভাব আছিল। বৌয়েক ভতিজাক আৰু পৰিয়ালৰ সম্বন্ধীয় মানুহখিনিয়ে এখেতক লৈ বংশৰ গৌৰব কৰিছিল। এইলোকৰ পৰিয়ালৰ মাজত মিলাপ্ৰীতিৰ ভাব অটুট আছিল। এখেতৰ অমায়িক ব্যৱহাৰ আৰু মৃদুভাষী কথাই সকলোকে আকৃষ্ট কৰিছিল। কোনোলোকে এখেতৰ লগত ত্ৰবাৰ চিনাকী হৈ কথা পাতিলে জীৱনত পাহৰিব নোৱাৰিছিল। এখেতৰ চিৰ হাস্যময় মুখ আৰু অন্তৰৰ অফুৰন্ত মৰম চেনেহৰ কাৰণে সকলোৱে ভাল পাইছিল। সেই কাৰণে মৃত্যুৰ পাছত 'অজাতশত্ৰু' নামে জনাজাত হৈছিল। কাৰোপ্ৰতি এখেতৰ বিদ্বেষ ভাব নাছিল। এখেত উদাৰ প্ৰকৃতিৰ লোক আছিল আৰু মানবিয়তা গুণ আছিল কাৰণে আনৰ দুখত দুখী আৰু সুখত সুখী আছিল। আনৰ কৰ্মক্ষেত্ৰত কৃতকাৰ্যতা দেখিলে সদায় অভিনন্দন জনায়। নিজে কিতাপ লিখা মানুহ আৰু আনকো কিতাপ লিখিবলৈ উৎসাহ-উদ্গনি দিছিল। এখেতৰ কাৰোপ্ৰতি বেয়া ভাব নাছিল কাৰণে মানুহৰ সদায় ভাল দিশটোহে দেখে। কোনো ব্যক্তিৰে বেয়া কামটো বুজিবলৈ চেষ্টা নকৰে। তাৰফলত সময়ত নিজৰ ব্যক্তিগত জীৱনত বহুতো ক্ষতি হৈছিল।

এখেত ফুটবল খেলা চায়ো ভাল পাইছিল। 'বৰদলৈ ট্ৰফি' খেলত সদায় Season টিকট কিনি চাইছিল। এখেত সঙ্গীত-

প্ৰিয় লোক আছিল। ৰাজকাপুৰৰ চিনেমা, লতা-মঙ্গেশকাৰ আৰু মুকেশৰ গান খুব ভাল পাইছিল। মুকেশৰ 'দোষ্ট দোষ্ট নাৰাহা প্যাৰ প্যাৰ নাৰাহা' গানটো এখেতে প্ৰা য় গাইছিল। বিষ্ণুৰাভাৰ গানবোৰো গুণগুণাই গাই থাকে। কলেজৰ হোষ্টেলৰ ল'ৰা-ছোৱালীবোৰ পিক্‌নিকত গলে এখেতক সদায় যাবলৈ নিমন্ত্ৰণ কৰিছিল। কাৰণ পিক্‌নিকত গলে এখেতৰ হাস্যৰসৰ কথাৰে সকলোকে আনন্দ দিছিল। পিক্‌নিক পাৰ্টিৰ লগত গলে ৰসাল কথা আৰু চিনেমাৰ গান গাই গাই সকলোকে আনন্দ দিছিল। এইবোৰ কথা ঘৰত আহি মোক কয়হি।

এখেতে গুৰুজনাক সদায় শ্ৰদ্ধা-ভক্তি কৰিছিল। মই জনাত এখেতে সদায় বহাগ বিহুত আৰু নতুন বছৰত জীৱিত কালত ৺নলিনীবালা দেৱী, ৺গিৰিধৰ শৰ্মা আৰু ৺অতুলচন্দ্ৰ হাজৰিকা দেৱক ফুলাম গামোচা দি সেঁৱা কৰিছিল। এতিয়াও এখেতে মৃত্যুৰ আগলৈকে ড° মহেশ্বৰ নেওগক ( এখেতৰ শিক্ষাগুৰু ) বহাগ বিহু আৰু তেখেতৰ জন্মদিনত ফুলাম গামোচা দি সেৱা কৰিছিল।

এখেত সৌন্দৰ্যৰ পূজাৰী আছিল। প্ৰকৃতিৰ সৌন্দৰ্য, স্থাপত্য শিল্প ভাস্কৰ্য আদিৰ সৌন্দৰ্য চাই উপভোগ কৰিছিল। 'সুন্দৰৰ আৰাধনাই জীৱনৰ খেল' এখেতৰ জীৱনৰ উদাহৰণ আছিল। এখেত ভ্ৰমণ প্ৰিয়ও আছিল। ভাৰতবৰ্ষৰ প্ৰায়বোৰ ঠাই এখেতে দৰ্শন কৰি আনন্দ পাইছিল। অন্য ঠাইলৈ গ'লে ডায়েৰিত টোকা লিখি আনি কল্পনাৰে ৰহন সানি সৰল ভাষাত কিতাপ লিখিছিল। এখেতে কিতাপ খুব ভাল পাইছিল। প্ৰতি বছৰে গ্ৰন্থ-মেলাত বহু টকাৰ কিতাপ কিনি ঘৰত আলমাৰীত নাম লিখি সজাই থৈছিল। এখেতে হাঁহি হাঁহি কৈছিল—'মোৰ অন্য সম্পত্তি নাই কিতাপেই সম্পত্তি।' এখেতে বহুত বাছিয়ান কিতাপ গ্ৰন্থ-মেলাত অজনৰে সৈতে কিনিছিল। তেখেতৰ ভাব আছিল—

'এতিয়াটো সময় নাই গতিকে পেঞ্চন লোৱাৰ পাছত বাছিয়ান কিতাপ পঢ়ি বাছিয়া দেশৰ ওপৰত কিতাপ লিখিম আৰু পাৰিলে বাছিয়া ভ্ৰমণ কৰিম। কিন্তু মনৰ আশা পূৰ্ণ নহওঁতেই ভগৱানে তেখেতক লৈ গ'ল!

এখেতৰ প্ৰিয় খাদ্য আছিল মাছ, শাক-পাচলি, দৈ আৰু জাহাজী কল। High Pressure থকা কাৰণে মাংস, কণী নাখাইছিল। কোনো দিনে খোৱাত ওজৰ আপত্তি নাছিল। মই চাফ-চিকুণকৈ বান্ধি দিওঁ সদায় তৃপ্তিৰে খাইছিল। পেটৰ বেমাৰ কোনো দিনো নাছিল। ফল-মূল খাই এখেতে বৰ ভাল পাই ছিল। ভালকৈ কৰা চাহ এখেতে খাই ভাল পাইছিল। পুৰা-গধূলি বহু সময় পঢ়ি থাকিলে মই যদি ভাল চাহ একাপ পঢ়া-মেজত দিওঁছি, হাঁহি মাৰি বৰ তৃপ্তিৰে চাহ খাই মোক ধন্যবাদ জনাইছিল।

এখেতে দুৰ্গাপূজা বা বিহু উৎসৱত মোক আৰু ল'ৰা-ছোৱালী হঁতক লৈ গৈ বৰ আনন্দ পাইছিল। মোৰ লগত মঠ-মন্দিৰ-বোৰত জাৰকালি প্ৰায়ে গৈছিল। এখেতে আত্মীয় আৰু বন্ধু বান্ধৱৰ ঘৰত মোক লৈ বা অকলেও সদায় খা খবৰ কৰিবলৈ গৈছিল। এখেতে নিজৰ ব্যস্ততাৰ মাজতো মানুহৰ ঘৰত আৰু গুৰুজনৰ ঘৰত Social Visit দিছিল। বিয়া-বাৰু বা কাৰো-বাৰ অসুখ বিসুখ শুনিলে সদায় খবৰ কৰিবলৈ গৈ যথাসাধ্যে সহায় কৰিছিল।

আমাৰ সাংসাৰিক জীৱনত আমাৰ একমাত্ৰ ল'ৰা অঞ্জন ঢুকুৱাৰ পাছত আমাৰ তিনিজনী ছোৱালী আছে। ডাঙৰ ছোৱালী বীতা আৰু ডাঙৰ জোঁৱাইক খুব মৰম-চেনেহ কৰিছিল। কলেজৰ গৰম বন্ধ বা পূজাৰ বন্ধত প্ৰায়ে গৈ খবৰ কৰিছিল। ডাঙৰ ছোৱালীৰ নাতি দুটাক কোলাত লৈ খেলা-বস্তু আৰু চোলা-কাপোৰ দি মৰম কৰিছিল।

তাঙৰ জোঁৱাইক নিজৰ পুত্ৰৰ দৰে ভাবিছিল। মাজু ছোৱালী কণা আৰু মাজু জোঁৱাইৰ প্ৰতিও অশেষ মৰম-চেনেহ আছিল। সিহঁতকো মাজে-সময়ে খা-খবৰ লব গৈছিল। সৰু ছোৱালী কমা এখেতৰ আলাসৰ লাক আছিল। তাইৰ কম বয়স হৈ আছিল কাৰণে তাই এম, এ পাছ কৰাৰ পাছতহে তাইৰ বিয়াৰ কথা ভাবিব বুলি মোক কৈছিল। কিন্তু হায়! তেখেতে জী-জোঁৱাই, নাতি মোক আৰু সৰু ছোৱালীজনীক আৰু বন্ধু-বান্ধৱ সকলোকে কন্দুৱাই থৈ এঘণ্টাৰ ভিতৰতে যোৱা ১৮ জানুৱাৰীৰ, (১৯৯২) পুৱা ৮৩০ বজাত মৰমৰ বস্তুবোৰ এৰি অজান দেশলৈ গুচি গ'ল। মোৰ আজি ঘৰখন সেমেকা। সৰু ছোৱালীজনী আৰু মই অকলে আছোঁ। নিয়তিৰ নিষ্ঠুৰ বিধানত মোৰ সুখৰ সংসাৰ চুৰমাৰ হৈ গ'ল। দূৰ-দূৰণিৰ নীলিম আকাশলৈ চাই ভাবো 'পিতা-পুত্ৰৰ অংশ্বাৰি আত্মাই এই যন্ত্ৰণাময় পৃথিবীৰ পৰা আঁতৰি গৈ যেন পৰমাত্মাত লীন হৈছে গৈ। তেওঁলোকৰ পবিত্ৰ আত্মাই যেন মুক্তি লাভ কৰিছে।'

জীৱন-যাত্ৰাত মই যেন আজি অকলশৰীয়া পাথক। কেতিয়াবা আকাশৰ ফালে চাই থাকোঁতে দূৰণিত অকলশৰীয়া পক্ষী এটা উৰি যোৱা দেখিলে মোৰ মনত ভাব হয় ময়ো যেন মোৰ অকলশৰীয়া জীৱনটো এন্ধাৰৰ মাজেদিয়ে হ'লেও আগবাঢ়ি যাব লাগিব। তেখেতৰ আশীষ নিৰ্মালি যাতে সদায় পাই থাকোঁ— এয়েই মোৰ সৰল মিনতি। মোৰ বিয়াৰ দিনৰ পৰা এখেতৰ অন্তিম সময়লৈ হাঁহি মাতৰ এখেতৰ লগত থকা জীৱনৰ স্মৃতিবোৰ সদায় স্মৃতি-পটত জাহি থাকে। এখেতক আৰু অঞ্জনক সপোনত মই সদায় দেখো। সপোনত দেখিলে জীয়াই থকাৰ দৰেহে দেখি, পুৱা সাৰ পালে মনটোত দুখৰ বেদনাবোৰ আহে হঠাৎ যে কি হৈ গ'ল! 'এয়েই নেকি মানৱ-জীৱন!' চকুলোৰে

ধোঁৱা দেখোঁ, অন্তৰত শোকে খুন্দা মাৰি ধৰে। তথাপি কমাৰ কথা ভাবি মই যেন মনলৈ সাহস আনো, মনোবল আনো। মনটো স্থিৰ কৰোঁ। এনেদৰে দিনবোৰ অতিবাহিত কৰিছোঁ ··· কাক কম মোৰ মনৰ দুখ-বেদনাবোৰ ··· ।

তেখেত আছিল মানৱীয় গুণৰ আকৰ। তেখেতৰ সহজ-সৰল প্ৰাণৰ খোলা হাঁহি আৰু সুৱদি মাতষাৰ মোৰ মনত অনবৰত জাগি থাকে। মই ভাবো এখেতৰ নিচিনা চিৰহাস্যময়, বিশাল অন্তৰৰ সহৃদয়পূৰ্ণ, অজাতশত্ৰু আৰু সহানুভূতিশীল পুৰুষ আজিৰ জগতত তেনেই বিৰল। তেখেতৰ পুণ্য আত্মাক সভক্তিৰে অশ্ৰু-অঞ্জলিৰে প্ৰণিপাত জনালোঁ। তেখেতৰ আত্মাই চিৰশান্তি লাভ কৰক।

ওম্ শান্তি শান্তি'

## পৰম পূজনীয় শঙ্কৰদেৱলৈ শ্ৰদ্ধাঞ্জলি

শ্ৰীপৰেশ চন্দ্ৰ ভাগৱতী

১৮ জানুৱাৰী, ১৯৯২ ইং। আগবেলা ১১.৪৫ বজাত উপাযুক্তৰ কাৰ্যালয়ত দুজন বিষয়া বন্ধুৰে সৈতে কথা-পাতি আছো। সচৰাচৰ বিনাকামে উপাযুক্তৰ কাৰ্যালয়লৈ নাযাওঁ। কিন্তু সেইদিনা গৈছিলোঁ এনেয়ে। এজন পিয়নে আহি ক'লে "চাৰ আপোনাৰ ফোন আহিছে।"আচৰিত হৈ সুধিলোঁ—"মোৰ বুলি কেনেকৈ জানিলা?

"আপোনাৰ নাম কৈছে।"

অগত্যা উঠি গলোঁ। মনত সন্দেহ। কাৰণ এই সময়ত মই ইয়াত থকাৰ কথাও নাই। তদুপৰি মোৰ ফোন আহিবলগীয়াও নাই। কিন্তু ফোন মোৰেই আছিল। ইয়ে কঢ়িয়াই আনিছিল এক নিষ্ঠুৰ বিয়োগ বাতৰি শঙ্কৰ ড হেমন্তকুমাৰ শৰ্মাদেৱৰ। খবৰটো দিছিল খুৰা কনক চন্দ্ৰ ডেকাই যি জন আছিল শঙ্কৰৰ অতিকে অন্তৰঙ্গ, সোদৰ প্ৰতিম। সেয়ে বিশ্বাস নকৰি নোৱাৰিলোঁ। নিৰ্বাক হৈ গলোঁ কিছুক্ষণ। তাৰ পিছতেই কৰ্ত্তব্য ঠিক কৰি ললোঁ।

গোৱালপাৰাৰ পৰা যেতিয়া গুৱাহাটী পাওঁ তেতিয়া সময় প্ৰায় ৫ বাজিছে। লোকে ভৰি আছে পদূলিমুখ। তেতিয়ালৈকে মোৰ পত্নী ৰীতাক কোৱা হোৱা নাছিল যে মৰমৰ দেউতাক আৰু ইহজগতত নাই। কোৱাৰ আৰু প্ৰয়োজনো নহ'ল। আমাক দেখা মাত্ৰে কোনো আত্মীয়ৰ পুনৰ আৰম্ভ হৈ গ'ল উচুপনি। ঘৰ সোমাযেই দেখিলোঁ -চ'ৰাঘৰত উত্তৰলৈ মুখ কৰি শান্ত সৌম্য মুখখনিৰে শুই আছে তেওঁ। নাই কোনো যন্ত্ৰণাৰ ছাপ অথবা

কোনো আক্ষেপৰ চিন। আৰু নোৱাৰিলোঁ। কৃত্ৰিম গাম্ভীৰ্য আৰু ধৈৰ্যৰ বান্ধ উটুৱাই লৈ গ'ল চকুলোৱে। আক্ষেপ উথলি উঠিছিল মোৰ—এয়েই যদি পৰিণাত হয় তেন্তে কি প্ৰয়োজননো আছিল ভগৱানৰ এইহেন সুন্দৰ-সুঠাম দীৰ্ঘ অবয়ব। সদা-হাস্যময় মুখমণ্ডলেৰে এই দেহটো সৃষ্টি কৰাৰ? এতিয়া সাধিবনে এই দেহে কাৰোবাৰ কিবা প্ৰয়োজন? ইঁহাকাৰ ধৰনি চিন্তা ভাৱনাৰ ওৰ নৌপৰোতেই চাৰিওফালৰ মানুহবোৰৰ মাজত ব্যস্ততা আৰম্ভ হ'ল। ৰাতিপুৱা আঠমান বজাতেই শহুৰে সংসাৰ নাটৰ পট পেলাইছিল। আৰু পলম কৰিব নোৱাৰি। শেষ যাত্ৰাৰ বাবে সাজু কৰিলে তেওঁক। শাহু আইৰ স্বামী আমাৰ দেউতা, ভাতৃ সকলৰ দাদা, ভতিজাসকলৰ খুৰা, বৰদেউতা, নাতিৰ ককা, সমবয়সীয়াসকলৰ বন্ধু-বান্ধৱ আৰু অলেখ ছাত্ৰ-ছাত্ৰীৰ বাবে মৰমৰ শ্ৰদ্ধাৰ 'চাৰ'ক সোনকালে চকুৰ আঁতৰ কৰিব লাগে। কি বিচিত্ৰ মানুহ। কি বিচিত্ৰ তাৰ সামাজিক ব্যৱস্থা। এনেকৈয়ে চলি আছে অহা-যোৱাৰ খেলা। অকলেই অহা আৰু অকলেই যোৱা। তেন্তে কি 'দূৰৰ বাজনা শুনিলে কি হব, মাজত তোমাৰ তেনেই ফাঁকি?' হ'ব নোৱাৰে। ইতিমধ্যে হেজাৰজনে এই কথা প্ৰমাণ কৰি থৈ গৈছে বুৰঞ্জীৰ বুকুত। তাক লৈয়ে বাচি আছে মানুহৰ সমাজে সংস্কৃত। মৰণশীল জগতত একমাত্ৰ বাচি থকাৰ উপায় সমাজত কিছু দি যোৱা। আৰু তাৰেই প্ৰয়াসী আছিল ড° হেমন্তকুমাৰ শৰ্মা।

১৯৮৫ চনৰ এপ্ৰিল মাহত তেখেতৰ লগত মোৰ প্ৰথম পৰিচয় হয় কটন কলেজৰ হোষ্টেলৰ বাসভৱনত। মোহনীয় ব্যক্তিত্বৰ গৌৰবৰ্ণৰ, চাৰে পাঁচ ফুটতকৈয়ো ওখ, সু-স্বাস্থ্যৰে সভা-শুৱনি মানুহজন। কিন্তু শহুৰ-জোঁৱাইৰ সম্পৰ্ক হোৱাৰ পিছত যেতিয়া তেখেতক ওচৰৰ পৰা পালোঁ তেতিয়া জানিলোঁ যে অকল

শাস্ত্ৰিক ভাৱেই নহয় আন্তৰিক ভাৱেও অতি নিৰ্মল অন্তৰৰ মানুহ। কাৰো কেতিয়াও অন্তৰত আঘাত পোৱা ধৰণৰ কথা তেখেতে ক'ব নোৱাৰিছিল আনকি কোনোবাই ভুল কৰা বুলি নিশ্চিতভাৱে জানিলেও তেখেতে বিনম্ৰভাৱে 'হয় জানো?' বুলি কৈ মনোযোগ কৰাবে আঙুলিয়াই দিছিল। তেখেত ইমান মোহনীয় ব্যক্তিত্বৰ অধিকাৰী আছিল যে যিয়ে এবাৰ লগ পাইছিল তেওঁ কেতিয়াও পাহৰিব নোৱাৰিছিল। তখেত যেতিয়া আমাৰ মঙ্গলদৈৰ ঘৰলৈ মান প্ৰথমবাৰ গৈছিল তেতিয়া আশীৰ দেউতা পাব [illegible] ডক্টৰ শৰ্মাক লগ ধৰি কথা পাতিছিল অতি আন্তৰিকভাৱে। তাৰপিছত মই ঘৰলৈ গ'লেই ডাঙৰ পিতাই তেখেতৰ কথা সুধিবে আৰু কেতিয়া আহিব বুলি। আৰু কি মোক কৈছিল যে তেখেতে জীৱনত অসমৰ ইমূৰৰ পৰা সিমূৰলৈ বহুত মানুহকেই লগ পাইছে, কিন্তু এনে সুন্দৰ মানুহ খুব কমহে পাইছে। তেখেতক লগ পোৱা মানুহৰ কথা যেনে তেনে, আনকি কাহানিও লগ নোপোৱা মানুহেও তেখেতক শ্ৰদ্ধা কৰিছিল, ভাল পাইছিল। আমাৰ বিয়াৰ সময়ত মোৰ [illegible] আছিল এজনী জিলা। জিলা কোষাগাৰ বিষয়া বন্ধুজনৰ লগত কথা পাতি আছো। এনেতে বিয়াৰ কথা ওলাল। যেতিয়া জানিব পাৰিলে যে মই ড° হেমন্তকুমাৰ শৰ্মাৰ ছোৱালী বিয়া কৰাইছো তেতিয়া তেওঁ মন্তব্য কৰিছিল যে মই বৰ 'লাকী' মানুহ কাৰণ মই শহুৰ 'হচাপে হেমন্ত শৰ্মাক পাইছোঁ'। তেওঁ অৱশ্যে কথা প্ৰসঙ্গত ক'লে যে তেওঁ শহুৰক দেখাই নাই। তেওঁৰ কথা শুনিছে, তেওঁৰ কিতাপ পঢ়িছে আৰু কিতাপৰ বেটুপাতত ছবি দেখিছে। ছবিটো দেখিলেই হেনো তেখেতৰ ভাল লাগি যায়, শ্ৰদ্ধাত মূৰ দোঁ খাই যায়। মই বুজিছিলোঁ, বৰ আন্তৰিকতাৰেই তেখেতে কথাখিনি কৈছিল। মোক ভাল

লগোৱাৰ কোনো প্ৰয়োজনো নাছিল, তেনে কৰাও নাছিল। অকল সেয়াই নহয় তাৰপিছতো মই এনে বহুজন ব্যক্তিক লগ পাইছোঁ। যি তেওঁৰ ছাত্ৰ নাছিল বা তেওঁৰ সংস্পৰ্শলৈ অহাও নাই অথচ মোৰ লগত কথা পাতোতে তেখেতৰ প্ৰসঙ্গ ওলালে চাৰ' বুলি সম্বোধন কৰিহে কথা কয়। এনে জনপ্ৰিয় লোক আছিল তেখেত। মই ভাবে, ইয়াৰ গুৰিতে আছিল কটন কলেজৰ এজন নিষ্ঠাবান অধ্যাপক হিচাপে তেখেতৰ খ্যাতি আৰু অন্যান্য সামাজিক-সাংস্কৃতিক অনুষ্ঠান সমূহৰ লগত থকা ওতপ্ৰোত সম্পৰ্ক। তেখেতে যি কামকেই নকৰক সদায় আন্তৰিকতাৰে আৰু নিষ্ঠাৰে কৰিছিল। তাৰ ফলতেই তেখেতে নিজে জড়িত হোৱা অনুষ্ঠান-সমূহৰ কথা বাদেই অসমৰ গুৱাহাটী বিশ্ববিদ্যালয় আৰু নিজৰ কলেজৰ গুৰুত্বপূৰ্ণ গা নীয় কামবোৰত তেখেত জড়িত হ'ব-লগীয়া হৈছিল। তেখেতৰ নিষ্ঠাৰ ওপৰত আস্থা থকাৰ বাবেই এই জাতীয় কামৰ বোজা তেখেতৰ ওপৰত অধিকভাৱে ন্যস্ত হোৱাত তেখেতৰ ায আ াৰ । ২৪ ঘণ্টাই ঠাণ্ডা। ফলত ৰাতি-পুৱাই ওলাই গৈ ৰাতি ঘৰ সোমোৱাটো তেখেতৰ নিত্য নৈমিত্তিক কৰ্ত্তব্য হৈ পৰিছিল। অৱশ্যে মাজতে আধা মুখাকৈ ভাতকেইটা খাই যোৱা প্ৰায়েই দেখিছিলোঁ। তেখেতে নিজ বিভাগীয় আৰু সামাজিক কামত ইমান আপোনভোলা হৈ গৈছিল যে নিজৰ পাৰিবাৰিক জীৱনৰ কথা ভাবিবলৈ আহৰি নাছিল। কিন্তু সেই-বুলি পৰিয়ালৰ কাকোকেই তেখেতে কোনো বস্তুৰ অভাৱ-অনুভৱ কৰিবলৈ দিয়া নাছিল। নিজৰ আৰু বৃহত্তৰ পৰিয়ালৰ সকলোৰে প্ৰতি তেখেতৰ আছিল আন্তৰিক স্নেহ। তেখেতক এই উদাৰ অকৃত্ৰিম ব্যক্তিত্বৰ বাবে কোনোৱে তেখেতৰ কথা অৱজ্ঞা কৰি-বলৈ সাহস নকৰিছিল। প্ৰায় তিনিকুৰিৰ দেওনাৰ ওচৰ পোৱা মানুহজনৰ কৰ্মশক্তি দেখি মই পেটেপেটে লাজ পাইছিলোঁ।

নিজৰ এলেহুৱা স্বভাৱৰ কথা ভাবি। পিছত কৰিম বুলি কোনো কামকে পেলাই থোৱা তেওঁতক দেখা নাছিলোঁ।

গুৱাহাটীলৈ আহিলে মই সদায় ৰাতিপুৱা শুই উঠি তেখেতক নিজৰ পঢ়া টেবুলতে দেখিছিলোঁ। খুব কম পৰীক্ষাৰ্থীয়েহে বোধ হয় এইদৰে নিয়মিত পঢ়া শুনা কৰে। জাৰৰ দিনত—ঠাণ্ডাত যাতে পঢ়াত অসুবিধা নাপায় তাৰবাবে এটা 'হিটাৰ' আনি লৈছিল। সাধাৰণতে চাহ-ভাত খোৱাৰ সময়ত পাতলীয়া ঘৰুৱা কথা পাতে। সেই সময়ত প্ৰায়েই খুঁহুটীয়া কথা কৈ ভাল পাইছিল। পুৰণা হিন্দী চিনেমাৰ গীতবোৰ তেখেতৰ খুব প্ৰিয়। সেয়ে আনসময়ত সুবিধা নহয় বাবে খাবৰ পৰত গীত শুনি শুনি খোৱা আছিল তেওঁতৰ অভ্যাস। আলহী আহিলে তেখেতে নিজে বজাৰ সমাৰ কৰি আনি ভালকৈ খুৱাই ভাল পাইছিল। আনকি তেখেত ঘৰত থকাৰ সময়ত মই কিবা পালে থাউকতে ঘৰুৱা খবৰ-বাতৰি লোৱাৰ লগতে নিজে মোৰ বাবে পিন্ধা ধুতী, গামোছা চেণ্ডল আদি আনি দিয়ে যাৰ প্ৰতিবাদ স্ব হও। নিতৌ তেখেতে গা পা ধুই পূজা সৰা কৰিব বাহিৰৰ কামত ওলায় যায় কোনো মানুহৰ অনুৰোধ, আমন্ত্ৰণ নিমন্ত্ৰণ তেওঁতে উপেক্ষা কৰিব নোৱাৰিছিল। নিজে অসুবিধা ভোগ কৰি হ'লেও তেখেতে আইনে ভাল পোৱা কাম কৰি কুৰিছিল। তাৰ বিনিময়ত কিছুমানে অকৌ তেওঁতক মানসিক আঘাত পোৱা ধৰাৰ প্ৰতিদানো দিছিল, কিন্তু তেওঁতে এই বাৰ নীৰৱে সহি গৈছিল। তেওঁতে সকলো কামকেই আচৰণ কৰি সেইমতে নিয়াৰিকৈ কৰিবলৈ ভাল পাইছিল। বদঅভ্যাস বুলিবৰ একো দেখা নাছিলোঁ তেখেতৰ। নিজে মিতব্যযী যদিও আনৰ কাৰণ তেখেত আছিল যথেষ্ট উদাৰ খৰচী। কিবাকিবি উপলক্ষ্যত আত্মীয় স্বজনক উপহাৰ আনি দি তেখেতে আনন্দ পাইছিল।

শত্ৰুৰ যে অকল এজন ভাল শিক্ষকহে আছিল এনে নহয়, তেখেত আছিল আজীৱন উচ্চখাপৰ ছাত্ৰ। নতুন ঠাইলৈ গ'লে তেখেতৰ লগত টোকাবহী এখন লৈ গৈছিল আৰু আক-তাক সুধি সেই ঠাইৰ লোক সংস্কৃতি সম্পৰ্কীয় তথ্যবোৰ টুকি লোৱা মই দেখিছিলোঁ। যিবোৰ আমি সদায়েই সাধাৰণতে অৱজ্ঞা কৰোঁ। নজনা কথা সুধিবলৈ বা জানি ল'বলৈ তেখেতে লাজ নকৰিছিল।

এইহেন সৰলচিত্তীয়া, হাঁহিমুখীয়া মানুহজনৰ জীৱনলৈ হঠাৎ নামি আহিছিল চৰম দুৰ্যোগ ১৯৮৮ চনত। সেই বছৰৰ আৰম্ভণিতে একমাত্ৰ পুত্ৰ, কটন কলেজৰ ছাত্ৰ অঞ্জনৰ ধৰা পৰিল কিড্‌নিৰ অসুখ। অঞ্জনো আছিল দেউতাৰ সকলো গুণৰে উত্তৰাধিকাৰী কমনীয়া সুযোগ্য পুত্ৰৰ দুৰাৰোগ্য বেমাৰে মানুহজনক ভিতৰি ভিতৰি মচৰি পেলালে, কিন্তু প্ৰচণ্ড মানসিক শক্তিৰে তেখেতে পৰিস্থিতি চম্ভালি লৈ অঞ্জনৰ চিকিৎসা চলাই গ'ল। সেই সময়তে দেখিছিলোঁ মানুহজনৰ জনপ্ৰিয়তাৰ জোখ। বহুজনে উপযাচি অঞ্জনৰ চিকিৎসাৰ বাবে পা-পইচাৰে সহায় কৰিছিল তেখেতক। আন্ত-আৰোগ্য কামনা কৰা চিঠি আহিছিল অসমৰ ইমূৰ সিমূৰ অসংখ্যজনৰ পৰা, আনকি তেখেতৰ লগত কোনো ধৰণৰ দেখা-সাক্ষাৎ নোহোৱা লোকৰ পৰাও তেখেতলৈ আহিছিল সাহসৰ সান্ত্বনাৰ বাণী। এই ক্ষেত্ৰত তেখেতৰ আত্মীয়-স্বজনৰ সহায় সাৰথিৰ কথা কোৱা বাহুল্য। অৱশ্যে ইয়াৰ মাজতো দুই এজন স্বচ্ছল আত্মীয়ৰ ব্যতিক্ৰম ব্যৱহাৰ দুখেৰে লক্ষ্য কৰিছিলোঁ, যদিও সেই সকলকো তেখেতে সময়ত সমানে সদ্ব্যৱহাৰ কৰা দেখি তবধ মানিছিলোঁ। অৱশেষত সেই বছৰে আগষ্ট মাহত ম'দ্ৰাজত অঞ্জন সফল অপাৰেচনৰ মূৰত প্ৰায় সুস্থ হৈ ঘৰলৈ ঘূৰি আহে। এই গোটেই সময়চোৱাতে তেখেতৰ শাৰীৰিক, মানসিক, আৰ্থিক যথেষ্ট ক্ষতি হৈছিল যদিও কোনো

দিনেই বাহ্যিকভাৱে বিচলিত হোৱা নেদেখিছিলোঁ। আনকি এই সময়চোৱাৰ মাজতো তেওঁৰ হাতত থকা পৰীক্ষাৰ বহী চাই ঘূৰাই দিছিল, নানান অনুষ্ঠানৰ লগত চিঠি পত্ৰেৰে দৰকাৰী কাম-বোৰ মানুহৰ লগত যোগাযোগ কৰিছিল।

অৱশেষত লাহে লাহে ভাইটি অঞ্জনে নিজকে চম্ভালিব পৰা হৈছিল। আকৌ পৰীক্ষা দিয়াৰ মনেৰে পঢ়া-শুনা আৰম্ভ কৰি-ছিল, দেউতাকৰ নানান কামত সহায় কৰিছিল। এইখিনি সময়তে আহি পৰিছিল শহুৰৰ দেউতাক, কৃতী শিক্ষক, নাট্যকাৰ ৺ধনেশ্বৰ শৰ্মাৰ জন্ম-শতবাৰ্ষিকী। এই পৰিস্থিতিত অইন যিকোনো মানু-হলে এই লৈ মূৰ ঘমামলৈ মানসিক বলৰ অভাৱ হ'লহেঁতেন। কিন্তু উপযুক্ত পিতৃৰ উপযুক্ত পুত্ৰৰ নিদৰ্শন দাঙি ধৰিছিল তেখেতে। তেখেতৰ উদ্যোগত আৰু অন্যান্য সাহিত্যানুৰাগীৰ সহযোগত পিতা-কৰ জন্ম-শতবাৰ্ষিকী উদ্‌যাপন হৈছিল একে একে নলবাৰীত, নিজ গাওঁ পিপলিবাৰীত আৰু গুৱাহাটীত। যথেষ্ট সংখ্যক নাম-জলা সাহিত্যিক বিদ্বান ব্যক্তি আদিয়ে এই অনুষ্ঠানত যোগ দি তেখেতৰ সংপ্ৰচেষ্টাক আদৰণি জনাইছিল আৰু তেখেতেও পাই-ছিল পিতৃঋণ সামান্য পৰিশোধৰ শান্তি। কিন্তু এইকণো সহ্য নহ'ল বিধাতাৰ। অঞ্জনক চাই থকা গুৱাহাটীৰ ডাক্তৰৰ ভুল নিৰ্দেশত সি প্ৰয়োজনীয় ঔষধ এটি খোৱা বন্ধ কৰিলে আৰু তাৰ নতুনকৈ সংযোজিত কিডনী নষ্ট হোৱা আৰম্ভ হ'ল। এইবাৰ ডাক্তৰে ক'লে পুনৰ অপাৰেচনৰ বাহিৰে অইন উপায় নাই। আগৰ-বাৰেই খৰচান্ত হোৱা শহুৰে এইবাৰ চাৰিওকালে ধূঁৱলি-কুঁৱলি দেখিলে। পৰিস্থিতিৰ মুখা মুখি হ'বলৈ মানসিকভাৱে প্ৰস্তুত হোৱাৰ বাহিৰে অইন উপায় নেদেখিলে। কিয়নো ডাক্তৰে কৈছিল যে অপাৰেচন কৰাৰ পাছতো কোনেও সম্পূৰ্ণ ভাল হব বুলি নিশ্চয়তা দিব নোৱাৰে। সেয়ে তেখেতৰ ন-ষজো ন-জহো

অৱস্থা হ'ল। এইখিনি সময়তে তেখেতৰ মাজু ছোৱালীজনীৰ বিয়াৰ বন্দবস্ত হয়। সেইহে তেখেতে সিদ্ধান্ত কৰিলে যে বিয়া খন হৈ গ'লে তাৰ পিছত কিবা এটা শেষ চেষ্টা দিব। পিছে বিয়া হৈ যাবলৈ নাপালে, তাৰ কেইদিনমান আগতেই একমাত্ৰ পুত্ৰ অঞ্জনে চিৰ বিদায় ললে। দুমুহাই মুচৰি পেলোৱা শনি-ৰাহুৰ দৰে হৈ পৰা শহুৰে অশেষ ধৈৰ্যেৰে পৰিস্থিতি চম্ভালি ললে। স্থিতপ্ৰজ্ঞৰ দৰে সকলো বেদনা অতিক্ৰমি বহুতো গুণী কাৰ্থীৰ পৰামৰ্শমতে তেখেতে পূৰ্বে নিৰ্দ্ধাৰিত তাৰিখমতে জীয়েকৰ বিয়াও পাতিলে। একেটা মাহৰ ভিতৰতে এনে দুটা পৰস্পৰ বিৰোধী কাৰ্য চম্ভলাটো যিকোনো মানুহৰ পক্ষে সম্ভৱ নহয়। আনকি বিয়াৰ দিনা ৰাতি দৰাক অপেক্ষা কৰি থকা সময়ত ৰভা তলীত আন বহুতকে তেখেতে খুঁহুতীয়া কথা কৈ হঁহুৱাই-ছিল সচৰাচৰ কৰাৰ দৰেই। তেতেখৰ কৰ্ত্তব্যত সামান্যতমো অবহেলাৰ ভাৱ দেখা নাছিলো। এই সময়চোৱাত। তেখেতৰ ধৈৰ্য-শক্তি দেখি বহুতে তবধ মানিছিল। হ'লেও মই লক্ষ্য ৰাখি-ছিলোঁ। একো একোটা মুহূৰ্ত্তত তেখেতৰ অন্তৰে কন্দ উঠিছিল। কিন্তু বহিঃপ্ৰকাশ ঘটিবলৈ দিয়া নাছিল তাৰ।

লাহে লাহে তেখেতে নিজকে মেলমিটিং, পঢ়া শুনা আদিত ব্যস্ত ৰখাৰ চেষ্টা কৰিছিল যদিও দৈনন্দিন কোনো কামতে পিছ-পৰি থকা নাছিল। সাহিত্যসেৱী তেখেতে সাহিত্য সাধনাত নিজকে একাগ্ৰপতীয়াকৈ ব্ৰতী কৰাৰ সঙ্কল্প লৈছিল। ইয়াৰ বাবে তেখেতে নিজৰ ঘৰৰ ওপৰমহলাত ছালিয়া এখন কৰাৰ যো জা কৰি মোক এদিন কৈছিল যে তলৰ পৰা সমস্ত কিতাপ-কানি ওপৰলৈ আনিলৈ ওপৰতে থকা কৰিব, কাৰণ বেছি নিৰলে তাত লেখামেলা কৰিব পাৰিব। ১৯৯০ চনত যেতিয়া অসম সাহিত্য সভাৰ সভাপতিৰ প্ৰাৰ্থীৰ তালিকাত তেখেতৰ নাম ওলায় তেতিয়া

তেখেতে কৈছিল যে অৱসৰ লোৱাৰ পিছতহে তেখেতে এই দায়িত্ব পালে ভাল পাব। কিয়নো একে সময়তে নিষ্ঠাৰে অধ্যাপনা আৰু এনে সুবৃহৎ জাতীয় অনুষ্ঠানৰ মুৰব্বীৰ কাৰ্যভাৰ চম্ভালাটো অসম্ভৱ। তেখেতে কটন কলেজক ইমান ভাল পাইছিল যে তেখেতে আনকি বিশ্ববিদ্যালয়ৰ অধ্যাপকৰ পদ আৰু শিক্ষা-বিভাগৰ উচ্চ বিষয়াৰ পদো হেলাৰঙে প্ৰত্যাখান কৰিছিল। পিছে 'লবা কথা নহয় সিদ্ধি ঘাটত আছে কণাবিধি।' যি অসমীয়া বিভাগত তেখেতে আজীৱন অধ্যাপনা কৰিলে সেই বিভাগটোৰেই মুৰব্বী অধ্যাপক হোৱা সন্মানৰ পৰা বঞ্চিত হ'ল, বঞ্চিত হ'ল, মহাবিদ্যালয়ৰ উপাধ্যক্ষৰ পদৰ সন্মানৰ পৰাও। সাহিত্য-সভাৰ লগত জড়িত বহুতো গুণী-জ্ঞানী ব্যক্তিয়ে মত প্ৰকাশ কৰিছে যে আঁচৰুই তেখেত এই মহান জাতীয় অনুষ্ঠানটিৰ কাণ্ডাৰী নিৰ্ব্বাচিত হ'লাহেঁতেন। পিছে বাঞ্চত হ'বলৈকেই যেন জন্ম হৈছিল এই ব্যক্তিজনৰ। নিজে অতি সৰল অন্তঃকৰণৰ ব্যক্তি হৈয়ো কাৰো কেতিয়াও অহিত নিচিন্তিও তেখেতে পাৰিবাৰিক, সামাজিক সকলো দিশতেই শেহৰ ফালে প্ৰাপ্য সুখ-শান্তি সন্মানৰ পৰা বঞ্চিত হ'ল।

শ্ৰদ্ধেয় শহুৰৰ সাহিত্যিক প্ৰতিভা বা তেখেতৰ ৰচিত গ্ৰন্থসমূহৰ আলোচনা আদি আমাৰ পক্ষে সম্ভৱ নহয়। বিজ্ঞজনে এই বিষয়ে নিশ্চয় আলোচনা কৰিব। কিন্তু কেতিয়াবা কেতিয়াবা তেখেতৰ লগত অলপ অচৰপ সাহিত্য সম্পৰ্কীয় কথা পাতি গম পাইছিলোঁ যে এই বিষয়ত তেখেতৰ জ্ঞান, উপকল্পা বিধৰ নাছিল। আৰু বোধহয় তেখেতৰ সেই পাণ্ডিত্যপূৰ্ণ সুন্দৰ সাৱলীল কথন-ভঙ্গীৰ বাবেই তেখেতে প্ৰায় নিতৌ নানান অনুষ্ঠানৰ পৰা সভা সমিতি আদিত বক্তৃতা দিয়াৰ বাবে নিমন্ত্ৰণ পাইছিল আৰু পৰাপক্ষত তেখেতেও কাকো বিমুখ নকৰিছিল। তেখেতে

নিজে ৰচনা কৰা ন-পুৰণি প্ৰায় আটাইবোৰ পুথিকেই মোক মৰমৰ চিন স্বৰূপে উপহাৰ দিছিল আৰু সেইবোৰ পঢ়ি কেনে পালোঁ কেতিয়াবা কেতিয়াবা সুধিছিল।

তেখেতৰ কৰ্মশক্তি, কৰ্মপদ্ধতি, সাহিত্য সাধনাৰ প্ৰতি একাগ্ৰ প্ৰেম এইবোৰ নিচেই ওচৰৰ পৰা দেখি মোৰ এটা বদ্ধমূল ধাৰণা হৈছিল যে অসমীয়া ভাষা-সাহিত্যই তেখেতৰ পৰা সময়ত যথেষ্টখনি অৰিহণা পাব। পিছে ভগৱানে এইখিনি হ'বলৈ নিদিলে। তথাপিও তেখেতে যিখিনি অৱদান দি থৈ গ'ল— সেইখিনিৰ গুণতেই তেখেত অসমীয়া সমাজত জীয়াই থাকিব বুলি মোৰ দৃঢ় বিশ্বাস।

ভগৱানে তেখেতৰ আত্মাক চিৰ শান্তি প্ৰদান কৰক—এই কামনাৰে নতশিৰে প্ৰণিপাত জনালোঁ।

## ড° হেমন্ত কুমাৰ শৰ্ম্মাদেৱৰ শৈশৱ-ৰোমন্থন

শ্ৰীৰমেশচন্দ্ৰ শৰ্ম্মা

অধ্যাপক ড হেমন্ত কুমাৰ শৰ্ম্মাদেৱ সম্বন্ধত মোৰ ককাইদেউ আছিল। তেখেতৰ পিতৃ ৺ধনেশ্বৰ শৰ্ম্মা আছিল নলবাৰী গৰ্ডন হাইস্কুলৰ এজন প্ৰতিষ্ঠাপক কৃতী শিক্ষক, সুসাহিত্যিক, নাট্যকাৰ আৰু আদৰ্শৱান পুৰুষ। তোখতৰ মাতৃ ৺অন্নপূৰ্ণা দেৱীও আছিল এগৰাকী ধৰ্মপৰায়ণা দয়াশীলা মহিলা। মোৰ শৈশৱ কালতে পিত ঢুকাইছিল। সেয়ে মই মোৰ মোমাইদেউ ৺ধনেশ্বৰ শৰ্ম্মাদেৱৰ তত্বাৱধানত থাকি হেমন্ত দাদাৰ সৈতে একেলগে শৈশৱৰ কালছোৱা কটাবলৈ সুযোগ পাওঁ।

আমাৰ ভাষাৰ "যি মূলা বাঢে তাৰ দুপাততে চিন" বোলা প্ৰৱচনটোৰ অৰ্থ ড হেমন্তকুমাৰ শৰ্ম্মাৰ জীৱনত সুন্দৰ ভাৱে প্ৰতিফলিত হোৱা দেখা যায়। শৈশৱ কালছোৱাতে তেখেতৰ চিন্তশীল উদ্যমী মনটোত সৃজনী শক্তিৰ প্ৰকাশ পাইছিল। তেখেতৰ শৈশৱৰ কৌতুহলপ্ৰিয় আৰু অনুকৰণমূলক অনেক কাৰ্য্যৰ কথা আজিও মোৰ মনত পৰে। মই শৈশৱত দাদাৰ সৈতে একেলগে খেলা-ধূলা কৰা সেই মধুৰ দিনবোৰৰ কথা কোনো দিনে পাহৰিব নোৱাৰিম। এসময়ৰ কথা। তেখেতে তেতিয়া প্ৰথমমান শ্ৰেণীত পঢ়িছিল। তেখেতে গাঁৱৰ বিদ্যালয়ৰ আৰ্হিত ঘৰত ঘৰৰ খুটা-বোৰকে ছাত্ৰৰূপে কল্পনা কৰি নিজে এজন শিক্ষকৰ ভাও খেলিছিল। এনেদৰে খেলাৰ ছলেৰে শিশুকালত মোক তেখেতে বৰ্ণ শিক্ষা দিয়া কথা আজিও মোৰ মনত আছে। শৈশৱৰপৰা তেখেত বৰ অমায়িক আৰু আনন্দ মনৰ লোক আছিল। তেখেতে যি কাম

বুলি জানিছিল তাক নিজে শিকি আৰু আনকো শিকোৱাৰ কাৰণে সদায় চেষ্টা চলাইছিল।

আমাৰ শৈশৱকালত হেমন্ত দাদাহঁতৰ ঘৰখনক পিপলিবাৰী গাঁৱৰ ভিতৰতে শিক্ষাৰ ক্ষেত্ৰত আগবঢ়া, সম্ভ্ৰান্ত পৰিয়ালৰ ঘৰ বুলি সকলোৱে সমীহ কৰিছিল। আগৰ তেখেতসকলৰ ঘৰত সংস্কৃত আৰু জ্যোতিষ বিদ্যা শিক্ষাৰ কেন্দ্ৰৰূপে এখন চতুষ্পাঠী টোল আছিল। আমি সকতে হেমন্ত দাদাৰ এজন খুড়াক ৺ৰজনীকান্ত শৰ্ম্মা (অধ্যাপক)ৰ পৰা বৈদিক শাস্ত্ৰৰ অনেক মনোৰম কথা জানিবলৈ সুবিধা পাইছিলোঁ।

তেনেদৰে পিপলিবাৰী গাঁৱৰ যাত্ৰাপাৰ্টিয়ে কৰা নাটকবোৰৰ প্ৰায় আটাই কেইখনৰে নাট্যকাৰ আছিল হেমন্ত দাদাৰ পিতৃ ৺ধনেশ্বৰ শৰ্ম্মাদেৱ। সেই সময়ত তেখেতসকলৰ যৌথ পৰিয়াল-টোৰ কেইবাজনে গাঁৱৰ যাত্ৰা-পাৰ্টিত সক্ৰিয় ভূমিকাত থকাত গোটেই ঘৰখনতে সংগীত চৰ্চাৰ এটা ভাল পৰিবেশৰ সৃষ্টি হৈছিল। মোমাইদেউহঁতৰ ঘৰত বাৰটা মাহত তেৰটাকৈ পূজা পাৰ্বণ নাম-কীৰ্ত্তন আদি আছিলেই। তদুপৰি সদায় পুৱাৰপৰা বাতিলৈ গাঁৱৰ অনেকলোকেই তেখেতসকৰ ঘৰলৈ সুপৰামৰ্শ বা কোনো সহায়ৰ বাবে আহিছিল। তেনেদৰে শৈশৱ কালত হেমন্ত দাদাৰ দেউতাকে আমাৰ মানসিক আৰু নৈতিক চৰিত্ৰৰ উৎকৰ্ষ সাধনৰ প্ৰতি যত্ন লৈছিল। তেখেতে আমাক দেশপ্ৰেমমূলক কবিতাৰ আবৃত্তি কৰা, গান গোৱা, ডাঙৰ লোকক কেনেধৰণে ব্যৱহাৰ কৰিব লাগে আদি সুশিক্ষা প্ৰদান কৰিছিল। আমাৰ উপনয়নৰ পাছত গাঁ ধুই গায়ত্ৰীজপ কৰিবলৈ আৰু সৰ্বশক্তিমান ঈশ্বৰৰ প্ৰতি স্তুতি কৰিবলৈ মোমাইদেউৰ পৰা শিক্ষা পাইছিলোঁ।

হেমন্ত দাদাৰ বৈদিক কৰ্ম আৰু জ্যোতিষ শাস্ত্ৰৰ প্ৰতি গভীৰ আস্থা আছিল। গড়িয়াৰ জ্যোতিষ শাস্ত্ৰৰ প্ৰখ্যাত পণ্ডিত ৺আত্ম-

নাথ ভট্টাচাৰ্য্যদেৱে হেমন্ত দাদাৰ সোঁৱৰণি চাই কৈছিল যে তেখেতে শিশুকালত অগ্নি ভয় আৰু অস্ত্ৰাঘাতৰ দৰে দুটা বিটৰ সন্মুখীন হ'ব পাৰে, ইয়াৰ উপৰিও তেখেত বংশৰ গৌৰৱ উজ্জলাবলৈ সমৰ্থৱান হব বুলি এই পণ্ডিত জনাই ভবিষ্যদ্বাণী কৰে। এদিনৰ ঘটনা। তেতিয়া হেমন্ত দাদাৰ বয়স প্ৰায় চাৰি বছৰ। তেখেত সকলৰ ঘৰৰ বনুৱা এজনে কোৰেৰে মাটি কাটি থাকোতে হঠাৎ দাদাই মানুহজনৰ আগেৰে দৌৰি যাওঁতে দাদাৰ পিঠিত কোৰৰ ঘাপ লাগে আৰু বেযাকৈ জখম হয।

এই ঘটনাটোৰ প্ৰায় দুবছৰমান পাছত এদিন মামাহঁতে এটা উৎসৱ উপলক্ষে এজন কাৰিকৰৰ দ্বাৰা ঘৰতে জিলাপী তৈয়াৰ কৰাইছিল। এটা সময়ত শিশু হেমন্ত দাদাই নিচেই ওচৰলৈ গৈ জিলাপী কেনেকৈ বনাইছে, তাক অতি মনোযোগেৰে চাই আছিল। হঠাতে গৰম তেলৰ কেৰাহীটো বাগৰি পৰাত দাদাৰ তাঁপনাৰ এটা অংশ বেয়াকৈ পুৰিছিব। এইদৰে জ্যোতিষীজনে কোৱা বিটৰ কথা শুদ্ধ হোৱাত হেমন্ত দাদাৰ এই শাস্ত্ৰৰ ওপৰত গভীৰ আস্থা জন্মে। হেমন্ত দাদাৰ শিশুকালত ব্যক্ত নামটো আছিল "হোমেশ্বৰ"। এই নামটো দাদাই বৰ ভাল নোপোৱা বাবে প্ৰৱেশিকা পৰীক্ষা দিয়াৰ সময়ত "হোমেশ্বৰ"ৰ সলনি "হেমন্ত কুমাৰ" কৰে। এই নাম সলনিৰ কাৰ্য্যত জ্যোতিষ শাস্ত্ৰৰ বিচাৰ মতে কৰিছিল।

শিশুকালৰ পৰা হেমন্ত দাদাৰ স্মৃতিশক্তি প্ৰৱল আছিল। আমাৰ চুবুৰিটোৰ নামতীসকলে গোৱা আইনাম, জগন্নাথৰ নাম, সুবচনী পূজাৰ নাম, ঘোষানাম আদি শুনিয়ে দাদাই মনত ৰাখিবলৈ পাৰিছিল। পাছলৈ আনকি এই নামতীসকলৰ ভুল হলে দাদাই তেখেতসকলৰ লগত বহি শুদ্ধকৈ নাম গাই দিছিল। শৈশৱকালতেই লোক সাহিত্যৰ প্ৰতি এনে ধাউতি উপজাৰ ফলস্বৰূপে বোধহয় ড° হেমন্ত কুমাৰ শৰ্মাই অসমীয়া লোক সাহিত্যৰ

কৃষ্টিতত্ত্ব স্বৰূপে ( Socio-Religioues life of the Assamese Hindus (A study of the Fasts and Festivals of Kamrup District)] নামৰ গৱেষণা গ্ৰন্থখন লিখি অসমীয়া ভাষা জননীৰ গৌৰৱ বঢ়াইছিল। আমি শৈশৱ কালত মহ খেদি ৰলৈ যে'ৱা উৎসৱত হেমন্ত দাদাই "মহ খেদা গীত' গোৱাত আগভাগ লৈছিল। এই দৰে ৰঙালী, কঙালী আৰু ভোগালী বিহুতো তেখেতৰ নেতৃত্বত আমি আনন্দ উপভোগ কৰিছিলোঁ। ভঠালি, দুৰ্গাপূজা আদি বিভিন্ন উৎসৱত আমি দুয়ো গৈ ৰং পাইছিলোঁ।

হেমন্ত দাদাই প্ৰাথমিক বিত্যালয়ৰ বৃত্তি পৰীক্ষা দিয়াৰ কেই দিনমানৰ পাছত আমি দুয়ো তেখতৰ মা আৰু আমাৰ মাৰ লগত বিল্লেশ্বৰ দেৱালয় দৰ্শন কৰিবলৈ গৈছিলোঁ। এই দেৱালয়ৰ শিৱ গোঁসাইৰ মাহাত্ম্য নলবাৰী জিলাৰ প্ৰায় সকলো মানুহে জানে। এই দেৱালয়ৰ "শিৱক দৰ্শন কৰি হেমন্ত দাদাই এনেভাৱে অনুপ্ৰাণিত হৈছিল য তেখেতে সেই শিৱমন্দিৰৰ আৰ্হিতে নিজৰ ঘৰৰ পুখুৰী'টাৰ পাৰত এটা মণিকুট সহ নামঘৰ খেৰ বাঁহৰে বনাইছিল। সেই বছৰৰ মাঘ মাহত তেখেতৰ পৰিচালনাত আমি তাত সৰস্বতী পূজা, শিৱ ৰাত্ৰিব্ৰত, দেউল উৎসৱ আদি পালন কৰিছিলোঁ। দুয়ো নিতৌ পুৱা গা ধুই আমি তৈয়াৰ কৰা মন্দিৰ-টোত অতি ভক্তিভাৱে শিৱৰ পূজা কৰিছিলোঁ। এই মন্দিৰত আমি শিৱ গোঁসাইৰ পৰিয়ালৰ গণেশ লক্ষ্মী, সৰস্বতী আৰু দুৰ্গা দেৱীৰ নামত ফুল, বেলপাত দি পূজা কৰিছিলোঁ। আমাৰ ধাৰণা আছিল যে সৰ্বশক্তিমান শিৱক ভক্তিভাৱেৰে সেৱা কৰিলেই আমি পঢ়া শুনা সকলোতে উন্নতি কৰিবলৈ পাৰিম। এই মন্দিৰটোৰ সন্মুখত দাদাৰ পৰিচালনাত নাম-কীৰ্ত্তন আৰু নাটক কৰিছিলোঁ। হেমন্ত দাদাই প্ৰাথমিক বিদ্যালয়ত বৃত্তি পোৱাৰ পাছতো দুবছৰ

ককয়া এম ই স্কুলত পঢ়ুৱাই দেউতাকে তেখেতক নলবাৰী গৰ্ডন হাইস্কুলৰ Class V ত নাম লগাই দিছিল।

হেমন্ত দাদাই নলবাৰী গৰ্ডন হাইস্কুলত তেখেতৰ সহপাঠীৰূপে কেইজনমান অতি মেধাবী ছাত্ৰক লগ পায়। দাদাই তেনে এটা পৰিবেশত থাকি পঢ়া শুনাৰ লগতে সাহিত্য চৰ্চাত সুযোগ পাইছিল। তেখেতে নলবাৰীত পঢ়া কালত সাহিত্য চৰ্চাৰ যি আভাষ পাইছিল তাক নিজৰ গাঁৱৰ ছাত্ৰসকলৰ মাজতো প্ৰচাৰ কৰোৱাৰ প্ৰয়াসেৰে পিপলিবাৰী জ্ঞানদায়িনী পুথিভঁৰালত ছাত্ৰ একতাসভাখন পাতি "মাধুৰী" নামৰ এখন আলোচনী উলিয়াইছিল। এই আলোচনী খনৰ বৰ্তমানৰ সম্পাদক আৰু ৺সুবোধ শৰ্মাক উপদেষ্টাবোধক হিচাপে লৈ এই সম্পাদনা সমস্ত গঠন কৰি দিয়ে। এইদৰে তেখেতে গাঁৱৰ ছাত্ৰসকলৰ উন্নতৰ হকে গুৱাহাটীত থাকিও জীৱনৰ শেষ অৱস্থালৈকে কাম কৰিছিল। তেখেতে গাঁৱৰ হাইস্কুলখনক পূৰ্ণাঙ্গৰূপ দিবলৈ অশেষ যত্ন কৰিছিল। তেনেদৰে গাঁৱৰ পুথি-ভৰালৰ [illegible] বাইটাৰ গ্ৰন্থ বোৰৰ [illegible] তেখেতৰ পূৰ্ণ সহযোগিতা আছিল। গাঁৱৰ ছাত্ৰসকলৰ লগতে Theatre কৰি তেখেতৰ নাট্য প্ৰতিভা দেখুৱাইছিল। এনেদৰে তেখেতৰ বহুমুখী প্ৰতিভা শৈশৱৰ পৰাই বিকাশিত হয়।

হেমন্ত দাদা হাইস্কুলত পঢ়ি থকা অৱস্থাতে তেখেতৰ পিতৃ কৰ্কটৰোগত আক্ৰান্ত হৈ ছিল। এনে এটা অৱস্থাৰ মাজতো দাদাই প্ৰবেশিকা পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ বৃত্তি লাভ কৰে। তেখেতে নলবাৰী কলেজত আই এ পঢ়ি থাকোতেই ইং ১৯৫০ চনত হঠাতে হৃদ ৰোগত আক্ৰান্ত হৈ তেখেতৰ মাতৃ ঢুকায়। ইয়াৰ এবছৰ পাছত ইং ১৯৫১ চনৰ বিজয়া দশমী তিথিত তেখেতৰ পিতৃৰো মৃত্যু হয়। এনে শোকাবহ অৱস্থাৰ মাজত আই এ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত গুৱাহাটীলৈ গৈ নিজৰ অধ্যয়নৰ

পথ নিজে উলিয়াইছিল। তেখেত হাইস্কুলত পঢ়া সময়ৰ পৰা তেখেতৰ পিতৃৰ উপদেশমতে আত্মবিশ্বাসী আৰু সৎসাহসী হবলৈ যত্ন কৰিছিল। সেই সময়ৰ পৰা তেখেত "দিন-লিপি" লিখাৰ অভ্যাস কৰিছিল। দাদাৰ পিতৃ ৺ধনেশ্বৰ শৰ্মাদেৱৰ অতি প্ৰিয় ছাত্ৰ কেইজন মানৰ সহায়ত তেখেতে গুৱাহাটীত থাকি কটন কলেজত পঢ়াৰ সুবিধা পাইছিল। সেই সময়ত তেখেতে পানবজাৰ প্ৰাথমিক বিদ্যালয়তো তুমাহমান শিক্ষকতা কৰিছিল। ইয়াৰ উপৰিও তেখেতে ঘৰুৱা শিক্ষকতা কৰিও নিজৰ পঢ়াৰ খৰচ উলিয়াইছিল। তেখেতে কলেজীয়া ছাত্ৰজীৱনত পঢ়াৰ উপৰিও অসমীয়া ভাষা জীৱনৰ একনিষ্ঠ সেৱকৰূপে নিজক পৰিগণিত কৰিবলৈ জীৱনৰ ব্ৰত ৰূপে লৈছিল তেখেত শৈশৱ কালৰপৰা তেখেতৰ পিতৃৰ প্ৰিয়ছাত্ৰ অধ্যক্ষ ৺গিৰিধৰ শৰ্মা আৰু শ্ৰীযুত উমাকান্ত শৰ্মা, প্ৰাক্তন শিক্ষাধিকাৰ,ক অগ্ৰজ প্ৰতিম জ্ঞান কৰি তেখেত-সকলৰ সুপৰামৰ্শেৰে আজীৱন নিজৰ কৰ্ত্তব্য পালন কৰিছিল। এনেদৰে নিজৰ প্ৰচেষ্টাৰে তেখেত এজন কৃতবিদ্যা বহুমুখী প্ৰতিভাশালী পুৰুষৰূপে পৰিগণিত হোৱাৰ উপৰিও কটন মহা-বিদ্যালয়ত অধ্যাপনা, অসম সাহিত্য সভা, কামৰূপ শাখা সভা (পৰিষদ নিখিল ভাৰত প্ৰাচ্য বিদ্যা সন্মিলন আদি বহুত অনুষ্ঠানত সক্ৰিয়ভাৱে জৰিত হৈ আছিল। জীৱনৰ অন্তিম ক্ষণলৈ তেখেতে আই অসমী ভাষ-জননীৰ সেৱাত ব্ৰতী হৈ আছিল। তেখেতে অসমীয়া ভাষা জননীৰ পূজা বেদীত গবেষণা মূলক গ্ৰন্থ, প্ৰবন্ধ, গল্প, নাটক জীৱনী, ভ্ৰমণ কাহিনী, সমালো-চনা সাহিত্য, লোকগীতৰ সংকলন আদি অনেক গ্ৰন্থ প্ৰণয়ন কৰে। তেখেতৰ মাতটো অতি গুৱলা আছিল। গুৱাহাটী আঁনাতাৰ কেন্দ্ৰৰ যোগে তেখেতে বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ অসমীয়া পাঠ দান কৰিছিল। এনেদৰে কৰ্মযোগী ড° হেমন্ত কুমাৰ

শৰ্মাদেৱৰ বহুত আশা অসমাপ্ত হৈ থাকোঁতে নিয়তিৰ আহ্বানত অকালতে চিৰ শান্তিধামলৈ গতি কৰিলে।

নিয়তিৰ কি নিষ্ঠুৰ পৰিহাস! শৈশৱৰ পৰা এনে ধৰ্মপ্ৰাণ পুৰুষ ড হেমন্ত কুমাৰ শৰ্মাই স্বজ্ঞানে কোনো দিন অধৰ্মমূলক একো কাম কৰা নাছিল। অথচ নিয়তিয়ে তেখেতৰ একমাত্ৰ পুত্ৰ "অঞ্জন"ক অকালতে কাঢ়ি নি তেখেতৰ হৃদয়খনি শোকাগ্নিত দগ্ধ কৰি পেলাইছিল। সেয়ে কৰ্ত্তব্যৰ মাজত লিপ্ত থাকিও তেখেতে তেখেতৰ একমাত্ৰ পুত্ৰ অঞ্জনৰ বিদেহি আত্মাৰ সান্নিধ্য পাবলৈ হঠাতে যোৱা ইং ১৮/১/৯২ তাৰিখে মহা প্ৰযাণলৈ গতি কৰিলে। এই মহান পুৰুষজনে তেখেতৰ প্ৰিয় পুত্ৰৰ শোকত অভিভূত হৈ এদিন আমাক কৈছিল, "জানা ৰমেশ! মোৰ "অঞ্জন"ক হেৰুৱাৰ পাছত মই তাৰ স্মৃতি চিহ্নৰূপে আমি শিশু কালত নিৰ্মাণ কৰা শিৱমন্দিৰটো পুনৰ নিৰ্মাণ কৰি "অঞ্জন"ৰ নামটো যুগমীয়া কৰি ৰাখিম।" সেইদিনা দাদাৰ চকুত চকু-পানী বোৱা দেখি মইও শোকাকুল হৈ পৰিছিলোঁ। ড° হেমন্ত দাদাৰ একমাত্ৰ পুত্ৰ "অঞ্জন" তেখেতৰ হৃদয়ৰ শক্তি আছিল। সেয়ে তেওঁক হেৰুৱাৰ পাছত তেখেতে আচিৰে চিৰশান্তি ধামলৈ গতি কৰিলে।

# হেমন্ত জেঠাৰ সোঁৱৰণত

শ্ৰীজয়ন্তদেৱ শৰ্মা

যোৱা ১৪ জানুৱাৰী '৯২ ৰ আবেলিৰ ঘটনা। বন্ধু একনৰ সৈতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাগজ্যোতিষপুৰ শাখা সাহিত্য সভাই আয়োজন কৰা সভা এখনলৈ ড. নিৰ্মল প্ৰভা বৰদলৈ বাইদেউক নিমন্ত্ৰণ কৰিবলৈ গীতানগৰলৈ গৈছিলো। তাতেই লগ পাইছিলো ড° হেমন্ত কুমাৰ শৰ্মাক। ড. হেমন্ত কুমাৰ শৰ্মা আমাৰ দেউতাৰ সম্বন্ধীয় ককায়েক হিচাপে আমি তেখেতক জেঠা বুলি মাতিছিলো। যোৱা ১৯ জানুৱাৰী '৯২ ত অনুষ্ঠিত হোৱা আমাৰ এই সভালৈ বৰদলৈ বাইদেউৰ লগত জেঠাকো বিশিষ্ট অতিথি হিচাপে আমন্ত্ৰণ কৰিছিলো। তেখেতে সভাত উপস্থিত থাকিম বুলি প্ৰতিশ্ৰুতিও দিছিল, কিন্তু তেখেতে সেই প্ৰতি-শ্ৰুতি পূৰণ কৰিব নোৱাৰিলে। আমাক অবাক কৰি যোৱা ১৮ জানুৱাৰী '৯২ ত নিষ্ঠুৰ নিয়তিয়ে তেখেতক অকস্মাতে কাঢ়ি নিলে। আমিও ভবা নাছিলো ডাৱৰে আবৰা সেই আবেলি টৌৰ দেখাই তেখেতৰ শেষ দেখা হব।

হেমন্ত জেঠা যেনেদৰে এগৰাকী শিক্ষাবিদ, সু-সাহিত্যিক হিচাপে প্ৰসিদ্ধ ঠিক তেনেদৰে প্ৰফুল্লমুখৰ, মুকলি মনৰ দৰদী ব্যক্তি হিচা-পেও সৰ্বৰহী আছিল। তেখেত ছাত্ৰ অৱস্থাত এজন মেধাৱী নিষ্ঠাবান ছাত্ৰ হিচাপে আটাইৰে পৰিগণিত হৈছিল। প্ৰাথমিক বিদ্যালয়ৰ ছাত্ৰ হৈ থাকোতে তেখেতে অধ্যয়নৰ লগতে সাহিত্য চৰ্চাৰ প্ৰতিও আগ্ৰহ প্ৰকাশ কৰিছিল। তেখেত আছিল এসম-য়ৰ কৃতি শিক্ষক নাট্যকাৰ অভিনেতা, নলবাৰীৰ পিপলিবাৰী

গাওঁৰ ৺ধনেশ্বৰ শৰ্মাৰ দ্বিতীয় পুত্ৰ। জেঠাদেউৰ ব্যক্তিত্ব আৰু প্ৰতিভা গঠনত তেখেতৰ শিল্পীপ্ৰৱণ পিতৃৰ যথেষ্ট প্ৰভাৱ আছিল। সেয়েহে শৈশৱতে জেঠাৰ শিল্পীসুলভ সৃষ্টিশীল মন এটাৰ গঢ় লৈ উঠিছিল। কামে যেনেকৈ হেমন্ত জেঠাৰ গঠনমূখী নেতৃত্বশীল কাম-কাজৰ প্ৰতি নিষ্ঠা প্ৰকাশ কৰিছিল, তেনেদৰে নাটক আৰু সংগীতৰ প্ৰতি আগ্ৰহী শিল্পীমনৰো পৰিচয় দিছিল। পৰৱৰ্ত্তী কালত যদিও তেখেতে সাহিত্যিক, সমালোচক হিচাপে খ্যাতি লভিলে তথাপি অভিনয় আৰু সংগীতৰ প্ৰতি থকা তেখেতৰ আগ্ৰহী মনটো সম্ভৱত সুপ্ত হৈ আছিল।

১৯৮৭ চনৰ কথা। হেমন্ত জেঠা তেতিয়া কামৰূপ সাহিত্য পৰিসদৰ সভাপতি। এই পৰিষদৰ নিজা কাৰ্য্যালয়টো উদ্বোধনৰ সভাত চিৰ চেনেহী মোৰ ভাষা জননী গীতটি পৰিবেশনৰ বাবে আমাক দায়িত্ব দিয়ে। গীতটি গোৱাবলৈ আমি ছোৱালী কেই জনীমান গোটালোঁ। কিন্তু অসুবিধা হ'ল গীতটি শিকাব কোনে। সমস্যাটোৰ কথা জেঠাক জনোৱাত তেখেতে অত্যন্ত ব্যস্ততাৰ মাজতো আগবাঢি আহি ছোৱালী কেইজনীক গীতটি শিকাই দিলে। তেখেতৰ কণ্ঠত গীতটি সচাকৈয়ে অতি সুন্দৰ লাগিল। আমি আচৰিত হলো। কাৰণ ইয়াৰ আগতে জনা নাছিলোঁ যে তেখেতে গান গাবও জানে। তেখেতৰ উদ্যম দেখি আমি অভিভূত হৈ পৰিছিলো।

সাহিত্য চৰ্চ্চা আৰু সামাজিক কামত থকা হেমন্ত জেঠাৰ উদ্যম প্ৰশংসনীয়। সকলো দুখ কষ্ট সহ্য কৰিও তেখেতে এইবোৰ কামত ব্ৰতি হব পাৰিছিল। আনকি একমাত্ৰ পুত্ৰ "অঞ্জন"ৰ অকাল বিয়োগেও তেখেতৰ উদ্যমক কাঢ়ি নিবপৰা নাছিল। সাহিত্য চৰ্চ্চা আৰু সামাজিক কামত আত্মোসৰ্গৰ মনোভাবেৰে জড়িত

আছিল। মৃত্যুৰ আগদিনাও আবেলি ৺ৰজনীকান্ত শৰ্মাৰ প্ৰথম মৃত্যু বাৰ্ষিকীৰ সভাত তেখেতে যোগদিছিল।

হেমন্ত জেঠাৰ ব্যক্তিত্বত চকুত লগা অন্য এক আকৰ্ষণ আছিল তেখেতৰ সদায় প্ৰফুল্লিত মুখ আৰু ৰসাল কথা-বতৰা। বাল্য-কালত আমি তেখেতৰ মুখেৰে শুনা ৰসাল সাধুবোৰ ধৰ্মীয় উপখ্যান-বোৰ আমাৰ স্মৃতিত এতিয়াও সজীৱ হৈ আছে। একোটা সৰু-সাধাৰণ কথাও তেখেতৰ মুখত ৰসাল হৈ উঠিছিল। আমাৰ ঘৰলৈ আহিলে তেখেতে আমৰ লগত সমনীয়া বন্ধুৰ দৰে ধেমালি কৰিছিল। তেখেত আহিলে আমালৈ "চকলেট" অনাটো প্ৰায় খাতাং। সেয়েহে তেখেত আহিলে আমি তেখেতৰ ওচৰত উদগ্ৰীৱ হৈ বৈ আছিলোঁ "চকলেট" পোৱাৰ আশাত। তেখেতে কেতিয়াবা "চকলেট" ননা বুলি কৈ একেবাৰে যাবৰ পৰতহে চকলেট কেইটা উলিয়াই হাতে হাতে দি আমাক খং তোলায়। আমাৰ খং উঠা যেন পালে আকৌ অলপ ৰহি বা গল্পকৈ আমাক হুহুৱাই থৈ যায়।

ইং ১৯৮২ চনত যেতিয়া আমি কটন কলেজৰ ছাত্ৰ আছিলো। তেতিয়া এক বেলেগ ৰূপত হেমন্ত জেঠাৰ ব্যক্তিত্বৰ মাধুৰ্য্য অনুভৱ কৰিলো। তেখেতে আমাৰ অসমীয়া ক্লাছ পাইছিল। ক্লাছত মোক নেদেখিলে দেউতাক গোচৰ দিছিল। মোকো ধমক দিছিল। সাধাৰণতে বিজ্ঞানৰ ছাত্ৰৰ দিনটোৰ শেষৰ ফালে থকা অসমীয়া বা ইংৰাজীৰ ক্লাছ কৰিবলৈ আগ্ৰহ কমি যায়। কিন্তু ড হেমন্ত কুমাৰ শৰ্মা চাৰৰ ক্লাছ থকাৰ দিনা ছাত্ৰছাত্ৰী সকলৰ সৰহ ভাগেই শেষলৈ হলেও বৈ থাকে। একোটা সাধাৰণ কথাকো ৰস লগাই কৰ পাৰে বাবে সৱেই তেখেতৰ পাঠদানত আমোদ পাইছিল। আমাৰ মনত আছে "ভীম" বকাসুৰৰ যুদ্ধৰ কাব্যত ভীম, বকাসুৰৰ দুৰ্জন গৰ্জন, বকাসুৰৰ খাদ্য তালিকা আদিৰ

বিষয়ে তেওঁলোকে যি মনোৰম বৰ্ণনা কৰিছিল গোটেই ক্লাছ-টোৱে যেন তেখেতৰ কথা শুনি মন্ত্র মুগ্ধৰ দৰে হৈছিল। তেতিয়াই উপলব্ধি কৰিছিলো যে হেমন্ত জেঠা অকল শু সাহিত্যকেই নহয় তেখেত এগৰকী নিপুন শিক্ষকো। এতিয়া ভাব হৈছে হেমন্ত জেঠা যদি আৰু কিছুবছৰ জীয়াই থাকিল হেতেন তেন্তে ভাষা জনীৰ সেৱাৰ লগতে তেখেতৰ সান্নিধ্যত বহু ছাত্র ছাত্রীয়ে উপকৃত হল হেঁতেন। কিন্তু মৃত্যু কাৰো ইচ্ছা অনিচ্ছাৰ ওপৰত নিৰ্ভৰ নকৰে। মৃত্যুয়ে তেখেতক কাঢ়ি নিলেও অসমৰ অশেষ পঢ়ুৱৈ আৰু সান্নিধ্য লাভ কৰা বহুজনৰ স্মৃতিত হেমন্ত জেঠা শ্ৰদ্ধাস্পদ হৈ ৰব আৰু আমি গুণমুগ্ধ সকলৰ বাবে হব প্ৰেৰণাৰ প্ৰতীক। আমি কামনা কৰিছো তেখেতৰ বিদেহী আত্মাই চিৰ শান্তি লাভ কৰক।

# পূজনীয় দেউতাৰ করুণ স্মৃতিত

শ্ৰীৰূপলেখা দেৱী

পূজনীয় দেউতাৰ অকাল বিয়োগে মোৰ জীৱনলৈ গভীৰ শোকৰ বেদনা কঢ়িয়াই আনিছিল ১৯৯২ চনৰ ১৮ জানুৱাৰীৰ দিনা। মোৰ দেউতা অসমীয়া সাহিত্যৰ এজন জনপ্ৰিয় সাহিত্যিকেই নাছিল, তেখেত আছিল মৃদুভাষী সদা-হাস্যময়, মৰমিয়াল, সৰল অন্তঃকৰণৰ আৰু বিশাল ব্যক্তিত্বৰ অধিকাৰী। 'মোৰ জীৱনত দেউতাক আৰু কোনোদিনে দেখা নাপাওঁ, তেওঁ আৰু কেতিয়াও ঘূৰি নাহে' এই কথা ভাবিলে অন্তৰ আজিও শোকত ভাৰাক্ৰান্ত হয়, বেদনাত উচুপি উঠো।

মই আছিলোঁ দেউতাৰ মাজু-ছোৱালী। সেইদিনা ১৯৯২ চনৰ ১৮ জানুৱাৰী, শনিবাৰ। সেইসময়ত মই মোৰ বিহুৰ বাবে বিজয় নগৰত আছিলোঁ। ১৮ জানুৱাৰীৰ দিনা আবেলি পাঁচ বজাত হঠাৎ খবৰ পালোঁ যে দেউতা আৰু ইহজগতত নাই। এনে এটা অভাৱনীয় শোকৰ বাতৰি পাই মই তেতিয়া তৎক্ষণাৎ আমাৰ লাচিত নগৰৰ ঘৰলৈ আহি দেখোঁ যে আমাৰ ঘৰ লোকে-লোকাৰণ্য। কিন্তু মোৰ বৰ দুৰ্ভাগ্য যে মই গৈ পোৱাৰ আগতে দেউতাক নৱগ্ৰহ শ্মশানলৈ নৈ গৈছিল। দেউতাক অন্তিম অৱস্থাত দেখোঁ মোৰ মনটো শোকত হাহাকাৰ কৰি উঠিছিল, চকুৰ পানীয়ে বাট নেদেখা হৈছিলো।

দেউতাক সৰুকালৰ পৰাই সদায় পঢ়া-মেজত এজন ছাত্ৰৰ দৰে পাঠ পঢ়ি থকা বা লিখি থকা অৱস্থাত দেখিছিলোঁ। ইতিমধ্যে দেউতাই লিখা কিতাপ ৩০ খনৰো ওপৰ হৈছিল। দেউতাই

অসমীয়া সাহিত্য-জগতলৈ বহুখিনি অৱদান দি গৈছে। দেউতাৰ মুখত সদায় এটা মৃদু হাঁহি বিৰিঙি আছিল। দেউতাৰ ব্যক্তিত্ব ভৰা অমায়িক ব্যৱহাৰৰ গুণত সকলো বন্ধু-বান্ধৱ, আত্মীয়-স্বজন আৰু এদিনীয়া মানুহেও চিনাকী হ'লে আকৃষ্ট হৈছিল। দেউতাক প্ৰতিবছৰে অসম সাহিত্য-সভাত যোৱা দেখিছিলো। দেউতাৰ ওচৰলৈ বহু শ্ৰদ্ধাভাজন লোক আহি নানা কথা-পতা আৰু সাহিত্য সম্পৰ্কে আলোচনা কৰা দেখা পাইছিলোঁ। সেই সকল লোকক মই আৰু মোৰ ভাওৰ বাইদেৱে চাহ-তামোলৰ যোগান ধৰিছিলো। মা-দেউতাৰ সৈতে আমি চাৰিওটা ল'ৰা-ছোৱালীয়ে হাঁহি-ধেমালিৰে আমাৰ এখন সুখৰ ঘৰ আছিল। দেউতাই আমাৰ পঢ়া-শুনা কি কৰিছো পুৰা-পধুলি সদায় চাইছিল আৰু নোৱাৰাটো বুজায় দিছিল। আমাক সককালৰেপৰা হিতোপদেশ থকা কিতাপ আৰু অন্যান্য ভাল ভাল কিতাপ পঢ়িবলৈ আনি দিছিল। এনেকৈয়ে দিনবোৰ গৈ আছিল।

কিন্তু কালৰ সোঁতৰ প্ৰতিটো ক্ষণ প্ৰতিটো দিন মানুহৰ সদায় একেদৰে নাযায়। ১৯৮৮ চনত মোৰ একমাত্ৰ ভাইটি ৰূপম্ (অঞ্জন)ৰ কিড্নী বেমাৰ আৰম্ভ হয়। এনে দুৰাৰোগ্য খৰটো বেমাৰে মা-দেউতাৰ জীৱনলৈ চৰম ধুমুহা নমাই আনিছিল যাৰ বাবে তেওঁলোকে বহু কষ্টৰ সন্মুখীন হ'ব লগা হৈছিল। প্ৰথমে গুৱাহাটী মেডিকেলত চিকিৎসা কৰাৰ কিছুদিনৰ পাছতে operation ৰ বাবে তাক প্ৰথমে ভেলোৰ আৰু তাৰপাছত মাদ্ৰাজৰ Guest হস্পিতালত ভৰ্তি কৰোৱা হৈছিল। মাদ্ৰাজলৈ বাওঁতে মাৰ লগত ময়ো গৈছিলোঁ।

ভাইটিৰ বেমাৰত দেউতাই আৰ্থিক শাৰীৰিক আৰু মানসিক ভাৱে ভীষণ কষ্টৰ ভুকলা হৈছিল। তথাপি দেউতাক বন্ধু-বান্ধৱ আৰু আত্মীয়-স্বজনে ভাল পায় কাৰণে অৰ্থৰে নানা প্ৰকাৰে

সহায় কৰিছিল যাতে বাহিৰত ল'ৰাটোৰ সু-চিকিৎসা কৰি ভাল কৰি আনিব পাৰে। মাদ্ৰাজত থাকোঁতে দেউতালৈ অলেখ বন্ধু-বান্ধৱৰ পৰা বহু সান্ত্বনা বাণীৰ চিঠি আহিছিল আৰু দেউতায়ো প্ৰতিখন চিঠিৰ উত্তৰ দিছিল। মোৰ হিচাপত মাদ্ৰাজত থকা দিনকেইটাত ৩০০ শৰো অধিক চিঠি দেউতালৈ আহিছিল। এইয়া আছিল দেউতাৰ প্ৰতি থকা মানুহৰ আন্তৰিক স্নেহ-শ্ৰদ্ধা। দেউতাৰ মানবীয় গুণে সকলোকে মুগ্ধ কৰিছিল।

ভাইটিক মাদ্ৰাজত অপাৰেচন কৰাৰ সাতমাহৰ পাছত সুস্থ কৰি গুৱাহাটীলৈ ঘূৰি আহিলোঁ। তাৰ পাছত আমাৰ ঘৰখনত আকৌ আনন্দৰ বেথা কিছুদিনৰ বাবে বিৰিঙি উঠিল যদিও ১৯৯১ চনৰ ৪ ফেব্ৰুৱাৰীৰ দিনা সি আমাক সকলোকে কন্দুৱাই চিৰদিনলৈ গুচি গ'ল। তাৰ মৃত্যুৰ পোন্ধৰ দিনৰ পাছতে মোৰ বিয়া হৈ গ'ল। সকলো যে শুদা হৈ পৰিল। ভৱিষ্যতৰ উত্তৰাধিকাৰী একমাত্ৰ মৰমৰ অঞ্জনো চিৰদিনলৈ গুচি গ'ল। এইবোৰ ভাৱেবে দেউতাৰ হৃদয়ৰ বেদনা উমি উমি জ্বলিবলৈ ধৰিলে। কিন্তু অন্তৰত শোকৰ দাবানল জ্বলি থাকিলেও তেওঁ নিত্য কাম-বোৰ যেনে নিয়মিতভাৱে পঢ়া-শুনা কৰা, মিটিঙলৈ যোৱা, বিভিন্ন সাহিত্য অনুষ্ঠান-প্ৰতিষ্ঠানবোৰত সহযোগ কৰা আদি সমাজৰ কাম-বোৰ হাঁহিমুখেই নিয়াৰিকৈ কৰি গৈছিল। কিন্তু মানুহে নজনাকৈ দেউতাই যে নীৰৱে কান্দিছিল তাক মই শুনাই নহয় কোনো মুহূৰ্তত দেখা পাইছিলোঁ। অকলে থাকিলেই তেওঁৰ হৃদয়ৰ দপ্‌দপ্‌কৈ জ্বলি উঠা বেদনা ভাবাক্ৰান্ত হৈ অশ্ৰু ৰূপে নিগৰি আহিছিল। 'অ' বাবা, অ বাবা বুলি' একোবাৰ চিঞৰি দুখত হুমুনিয়াহ কঢ়া মই আৰু মোৰ ভনী কমাই প্ৰায়ে দেখিছিলোঁ। সিটো মোৰ এতিয়াও কাণত বাজি থাকে। আৰু এদিনৰ কথা। আমাৰ ড্ৰইংৰুমৰ বেৰত আৰি থোৱা ভাইটিৰ ডাঙৰ ফটোখনত

থকা মাজাথাৰি এদিন মাটিত পৰি থোৱাত সেউতাই সেই মালা-ডাল ফটোখনত তাৰকৈ আঁৰি দিবলৈ যাওঁতে হুকহুকাই কান্দি পেলাইছিল। সেই সময়ত দেউতাক সান্ত্বনা দিয়াৰ বাহিৰে মোৰ কোনো উপায় নাছিল। আৰু এদিনাখন সেউতাই কিবা এটা প্ৰবন্ধ লিখিবলৈ গৈ ভাইটিৰ কমত কিতাপ বিচাৰিবলৈ যাওঁতে কিতাপৰ লেবেল'ত তাৰ হাতৰ আখৰবোৰ দেখি নীৰৱে চকুপানী মচা মোৰ চকুত পৰিছিল। দেউতাৰ এই অবৰ্ণনীয় শোকাকুল অৱস্থা ঘৰখনত ভাইটি মৰাৰ পাছৰপৰা প্ৰায়ে হৈছিল। কেতিয়াবা বাল্তিপুৰা কলেজলৈ গৈ গধূলি ঘূৰি আহি আগতে ঘৰ সোমাৰ পাছত ভাইটিৰ নাম লৈ এনেয়ে হুমুনিয়াহ কাঢ়ি কৈছিল— 'আমাৰ জীৱন ইমান চুটিনে? হঠাতে মৰো কিজানি স্বৰ্গবাসী হৈ যাব!' এনে বাক্য মুখেদি ওলালে মাৰ চকুলো সৰি পৰে। এইবোৰ কথা মই ঘৰলৈ কিয়াৰ পাছত কেতিয়াবা গ'লে দেখিছিলোঁ। সেয়ে হয়তো দেউতাই দিনটোত বিভিন্ন কামত ব্যস্ত থাকি হাঁহি-মুখেৰে পুত্ৰশোকৰ বেদনা পাহৰিবলৈ চেষ্টা কৰিছিল। কিন্তু হৃদয়ত চেপি থকা বেদনাই দেউতাৰ হৃদ-ৰোগ আৰু অকাল বিয়োগৰ কাৰণ হৈ পৰিল।

শিক্ষাদাতা হিচাপে দেউতা কলেজৰ ছাত্ৰ-ছাত্ৰীসকলৰ উপযুক্ত আদৰ্শবাদী শিক্ষাগুৰু আছিল। দেউতাক কলেজত ছাত্ৰ-ছাত্ৰীবোৰে দেউতাৰ অমায়িক ব্যৱহাৰৰ কাৰণে বৰ ভাল পাইছিল। কাৰণ ছাত্ৰ-ছাত্ৰীবোৰ দেউতাৰ নিজৰ আপোন ল'ৰা-ছোৱালীৰ নিচিনা আছিল। আমাৰ ঘৰলৈ বহু ছাত্ৰ-ছাত্ৰীয়ে দেউতাৰ পৰা দুৰ্বোধ্য পাঠ্যক্ৰম বুজিবলৈ আহিছিল। দেউতাই সকলোকে সৰলভাৱে সেইবোৰ বুজাই দিছিল।

দেউতা এজন নিষ্ঠাবান সাহিত্যপ্ৰেমিক লোক আছিল। দেউতাক কিতাপ খুব ভাল পাইছিল। প্ৰতি বছৰে এখ-[illegible] দেউতাক

বক্তৃতা নিৰ্বাচন বিতৰণ কৰা হৈছিল। দিল্লী ইউনিভাৰ্চিটিৰ পৰীক্ষক হিচাপেও দেউতাই আমন্ত্ৰণ পাইছিল। দেউতাই অসমৰ বাহিৰৰ বহু ঠাইলৈ ভ্ৰমণ কৰিবলৈ গৈছিল। আচাৰ্য্য-সন্মিলনত প্ৰায় প্ৰতি বছৰে যোগদান দিবলৈ গৈছিল।

দেউতাৰ খোৱা-লোৱাত অকণো ওজৰ-আপত্তি নাছিল। [illegible]- কল, দৈ, মাছ-মাংস, ভাত, শাক-পাচলি, ফল-মূল খাই বৰ তৃপ্তি পাইছিল। জলপান এনেকুৱা খাই বৰ ভাল পাইছিল। বিহুত বনোৱা তিল পিঠা, ঘিলা পিঠা, চুঙা পিঠা খাই বৰ তৃপ্তি পাইছিল। সেইবাবে মই মাজে-সময়ে দেউতাক সেইবোৰ বনাই দিছিলোঁ।

দেউতা আছিল সঙ্গীতপ্ৰিয়। পুৰণি হিন্দী চিনেমাৰ Actor বোৰৰ নাম তেওঁ ভালকৈ জানিছিল। ভাল পুৰণা চিনেমা T V ত দিলে ৰাতি ভাত খাই উঠিও কেতিয়াবা চাইছিল। ভাল চিনেমা চোৱা, ভাল গান শুনা, ভাল কিতাপ পঢ়া, ভাল কথা আলোচনা কৰা এইবোৰ আছিল আমালৈ দেউতাৰ সাকৰা উপদেশ।

দেউতা অবিহনে ঘৰত এতিয়া মা আৰু ভণ্টি কমা অকলে থাকে। ঘৰখন উকা। মনবোৰো উকা হৈ গৈছে। কেৱল নিস্তব্ধতা। দেউতাই যে এই কম বয়সতে আমাক সকলোকে এৰি থৈ যাব সি আমাৰ বাবে সপোনৰো অগোচৰ। মৃত্যুৰ দুদিন আগতে মোক আৰু জোঁৱায়েকক অৰ্থাৎ (১৬ জানুৱাৰী ১৯৯২)ৰ দিনা মাঘবিহুৰ বাবে নিমন্ত্ৰণ কৰিবলৈ আহিছিল। কিন্তু নিয়তিৰ কি নিষ্ঠুৰ পৰিহাস! তাৰ দুদিন পাছতে অৰ্থাৎ ১৮ জানুৱাৰীৰ দিনা হঠাতে দেউতাই ৰাতিপুৱা ৮-৩০ বজাত হৃদ-ৰোগত আক্ৰান্ত হৈ পৰলোকপ্ৰাপ্তি ঘটিল। দেউতাৰ মৃত্যুৰ বাতৰিয়ে গোটেই অসমত শোকৰ ছাঁ পেলাই দিলে। তেখেতৰ বিয়োগ আমাৰ পৰিয়ালৰ বাবেই নহয়, গোটেই অসমৰ বাবেই

অপূৰণীয় ক্ষতি। অসমীয়া সাহিত্যলৈ তেওঁতাই যিখিনি বৰঙণি দি থৈ গ'ল, সেইখিনিয়ে তেওঁতাক জীয়াই ৰাখিব বুলি মোৰ ধাৰণা। তেওঁৰ মৃত্যু অমৰ হৈ থাকক, সাহিত্যাকাশত জোটা-তৰাৰ দৰে উজলি থাকক—এয়া ভগাৱনৰ প্ৰতি মোৰ কাতৰ প্ৰাৰ্থনা।

আজি তেওঁৰ প্ৰথম মৃত্যু তিথি উপলক্ষে তেওঁৰ পুণ্যাত্মাৰ সদগতি কামনা কৰি, তেওঁৰ চৰণত মূৰ দোৱাই মোৰ শত-সহস্ৰ সেৱা আগবঢ়ালোঁ। চিৰ নমস্ত পিতৃ মোৰ। ওঁম্ শান্তি শান্তি ॥

# স্বৰ্গীয় ড° হেমন্তকুমাৰ শৰ্মাদেৱক মই যিদৰে জানো

শ্ৰীপ্ৰফুল্লকুমাৰ শৰ্মা

পিপিলিবাৰী গাওঁৰ স্বনামধন্য নাট্যকাৰ স্বৰ্গীয় ধনেশ্বৰ শৰ্মা দেৱৰ সুপুত্ৰ ড হেমন্ত কুমাৰ শৰ্মাক নজমা মানুহ কম। শৰ্মাৰ মাতৃ অন্নপূৰ্ণা দেৱী সাক্ষাৎ অন্নপূৰ্ণা আছিল। তেওঁ দুখীয়া মানুহক খুৱাই বুৱাই ভাল পাইছিল।

সকৰে পৰা শৰ্মাৰ চৰিত্ৰত কিছুমান বৈশিষ্ট আছিল। তেওঁ ওচৰৰে বিশ্বেশ্বৰ দেৱালয়লৈ আহি মন্দিৰ গৃহত শিৱপূজাৰ খেলা খেলা তিৰোতা মানুহৰ লগত বহি নাম গোৱা ইত্যাদি কামত ব্যস্ত আছিল। গাওঁত ছাত্ৰ একতা সভা পাতি ছাত্ৰাৱস্থাৰে পৰা গাওঁ উন্নয়নৰ কামত মনোনিবেষ কৰিছিল। চকুৰ আগত নেথাকিলে পঢ়া শুনাত বেয়া হব বুলি সন্দেহ কৰি দেউতাকে নিজৰ লগতে তেতিয়াৰ নাম জলা গৰ্ডন স্কুললৈ লগত লৈ আহে। দেউতাকৰ লগতে গৰ্ডন স্কুল হোষ্টেলত থাকি গৰ্ডনত পঢ়িবলৈ লয়। গৰ্ডন হেষ্টেল এসময়ত মেধাবী আৰু গুণী ছাত্ৰৰ বাসস্থান আছিল। ইয়ালৈ আহি কমলেশ শৰ্মা, প্ৰিয় গোস্বামী শতীশ ভাগৱতী আদি কেইবা গৰাকী মেধাবী ছাত্ৰক লগ পাই শৰ্মাৰ এটি নতুন ছাত্ৰ জীৱন আৰম্ভ হয়। তেখেতৰ দেউতাকে গৰ্ডন স্কুলত শিক্ষকতা কৰিছিল। মোৰো তেখেত শ্ৰদ্ধেয় শিক্ষাগুৰু আছিল। সকৰে পৰা শৰ্মাৰ জ্যোতিষ শাস্ত্ৰৰ প্ৰতি অগাধ বিশ্বাস আছিল। জুয়ে পোৰা, অস্ত্ৰাঘাত হোৱা আদি জোতিষিৰ ভবিষ্যবানী হেনো তেখেতৰ গাত ফলিয়াইছিল।

হেমন্ত কুমাৰ শৰ্মাদেৱ অবিভক্ত কামৰূপ সাহিত্য পৰিষদৰ সভাপতি হোৱা কালত মই উপসভাপতি আছিলো। আমাৰ মাজত সম্বন্ধ মধুৰ আছিল। নলবাৰীৰ তেখেতৰ পুৰণিঘৰ, য'ত এতিয়া তেখেতৰ ভাতৃ বৰ্ত্তমান নলবাৰী ছোৱালী স্কুলৰ প্ৰধান শিক্ষক মনোজ কুমাৰ শৰ্মা থাকে তালৈ আহিলে মোৰ খবৰ লৈছিল আৰু কেতিয়াবা কেতিয়াবা নলবাৰী কলেজৰ কাষত থকা মোৰ বাস-ভৱনলৈ নিজে লৰি আহিছিল। আমি দুয়ো হিয়া খুলি আন দেৰে হাঁহি ধেমালি কৰি কথা হৈছিলো। প্ৰতি কথাতে শৰ্মাই হাঁহি মুখেৰে কথা হৈছিল। সাহিত্য সভাৰ অধিবেশনলৈ আহিলে পিন্ধি উৰি বিয়াৰ দৰাজনৰ দৰে পৱিত্ৰ হৈ আহিছিল। আমি কেতিয়াবা কেতিয়াবা সাহিত্য সভাৰ সংগ্ৰহ অভিযান চলালে শৰ্মাদেৱৰ খুহতীয়া কথাই আমাৰ শ্ৰম লাঘৱ কৰিছিল।

শৰ্মা এগৰাকী প্ৰতিষ্ঠিত সাহিত্যিক আছিল। তেওঁ ভালে মান কিতাপ লিখি প্ৰকাশ কৰি উলিয়াইছিল। 'অসমীয়া সাহিত্যত দৃষ্টিপাত' তেওঁ লিখা সেইবিলাক কিতাপৰ ভিতৰত এখনি উল্লেখ যোগ্য কিতাপ। তেখেতৰ প্ৰবন্ধ, আলোচনা, লোক সাহিত্য সম্পৰ্কীয় লেখা আদি পঢ়িলে তেখেতৰ পাণ্ডিত্যৰ উমান ৰাককৈয়ে পোৱা যায়। শৰ্মাৰ এখন দৰদী হিয়া আছিল কেতিয়াবা কেতিয়াবা তেখেতে মোক বাহুবন্ধনৰ মাজত টানি ৰাখি বুকুত সুমুৱাই চেনেহ যাচিছিল।

শিক্ষা জীৱনত তেখেতে গৰ্ডন স্কুলৰ পৰা মেট্ৰিকুলেচন পৰীক্ষা পাছ কৰি কটনত পঢ়ে। কটন মহাবিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত সম্মান সহ স্নাতক উপাধি লাভ কৰে। সেই সময়তে পিতৃ বিয়োগ ঘটাৰ বাবে পঢ়া এৰি জিলা পুথি ভৰালৰ গ্ৰন্থা-গাৰ কামত যোগদান দিয়ে। এই কামত থাকি মাননীয় শৰ্মা দেৱে অসমীয়া বিভাগৰ এম. এ. পঢ়ি দ্বিতীয় বিভাগৰ প্ৰথম-

স্থান লাভ কৰে। এম. এ. পাছ কৰি উঠি দমদমা হাইস্কুলত শিক্ষকতা কাম কৰি পিছৰ চোৱাও কটন মহাবিদ্যালয়লৈ অসমীয়া বিভাগৰ অধ্যাপক হিচাবে আহে। ইয়াতে কাম কৰি থাকিয়েই তেখেতে ডক্টৰেট ডিগ্ৰী লাভ কৰিবলৈ সমৰ্থ হয়।

শিক্ষকতা হিচাবে হেমন্ত কুমাৰ শৰ্মাদেৱ কটন মহাবিদ্যালয়ৰ এগৰাকী কৃতবিদ্য শিক্ষক আছিল। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক, পত্ৰিকা সম্পাদক আদি পদত সেৱা আগবঢ়ায় এইজনা ব্যক্তিয়ে উপসভাপতিৰ পদো অলংকৃত কৰিখিল। মাতৃভূমি আৰু চিৰ চেনেহী ভাষা জননীৰ সেৱা কৰা তেখেতৰ জীৱনৰ অন্যতম দক্ষতা আছিল। জীয়াই থকা হেঁতেন অসম সাহিত্য সভাৰ সন্মানিত সভাপতি ৰূপে আমি নিঃ সন্দেহে তেখেতক পালোঁ হেঁতেন।

আনক প্ৰেৰণা দিয়া শৰ্মা দেৱৰ বৰ ডাঙৰ গুণ আছিল। তেখেতৰ সম্পৰ্কীয় দুটি বিষয়ৰ এম এ পাছ ভাতৃ এগৰাকীয়ে সাহিত্যকৰ্মলৈ মন মেমেলা দেখি তেখেতে মোক আঙুলিয়াই দি ভায়েক গৰাকীক প্ৰেৰণা দিছিল। এই কথাৰ পৰা মোৰ প্ৰতি থকা তেখেতৰ সদবিশ্বাস, প্ৰেম প্ৰীতি সঁচা-সঁচিকৈ প্ৰকাশ হৈছিল। শৰ্মাৰ দুগৰাকী ভাতৃ হেড্‌মাষ্টাৰ মনোজ কুমাৰ শৰ্মা, হেড্‌মাষ্টৰ দেবেশ্বৰ শৰ্মা মোৰ অন্তৰঙ্গ বন্ধু। ভাই বোৱাৰী দুগৰাকীও মোৰ মৰমৰ ছাত্ৰী। ভতিজা সকলৰ কেইবাজনো মোৰ গুণমুগ্ধ ছাত্ৰ। মানসিক ভাৱে মই স্বৰ্গীয় শৰ্মাৰ পৰিয়ালৰে একজন। সেয়েহে শৰ্মৰ জীৱনৰ কথাবোৰ মই ওচৰৰ পৰা জানো। শৰ্মাদেৱ পিতৃৰ দ্বিতীয় পুত্ৰ সন্তান। প্ৰথমজন প্ৰফুল্ল শৰ্মা ইহ সংসাৰত নাই। ভনীৰ ভিতৰত বাইদেউ সুজনী। ভনীসকল যথাক্ৰমে শ্ৰীসত্যভামা দেৱী স্বৰ্গীয়া কিৰণ দেৱী, আৰু আদিতি দেৱী। গাওঁৰ সাংগঠনিক কামত শ্ৰীযুক্ত ত্ৰৈলোক্য মজুমদাৰ বৰ্ত্তমান পিপলিবাৰী শাখা

সাহিত্য সভাৰ সভাপতি আৰু স্বৰ্গীয় শৈলেন্দ্ৰ মজুমদাৰ আগশ্ৰেণীৰ সহযোগী কৰ্মী আছিল। তেখেতৰ এগৰাকী পেহী আছিল। তেওঁ নাম আছিল শ্ৰীযুতা শ্যমা দেৱী। এইগৰাকী মহিলাৰ পৰা পদ শিকি আই নাম, নুৰাচি নাম, সাধুকথা আদি গ্ৰহণ কৰি অসমীয়া লোকসাহিত্যৰ ভঁৰাল সমৃদ্ধ কৰিছিল। নাটকৰ চিন্তা চৰ্চাৰ উৎস আছিল তেখেতৰ স্বৰ্গগত পিতৃ ধনেশ্বৰ শৰ্মাদেৱ। সামাজিক জীৱনত কৰ্মযোগী গিৰিধৰ শৰ্মা, বিশিষ্ট নাট্যকাৰ অতুল হাজৰিকা আৰু প্ৰথিত যশা শৰ্মা সাহিত্যিক ড° মহেশ্বৰ নেওগ ডাঙৰীয়াৰ পৰা উৎসাহ উদ্দীপনা আৰু প্ৰেৰণা লাভ কৰিছিল আৰু ভিতৰি ভিতৰি গুৰুজ্ঞান কৰি চলিছিল। আধ্যাত্মিক চিন্তা চৰ্চা আলিবাৰী সত্ৰৰ সত্ৰাধিকাৰ স্বৰ্গীয় সুৰেন্দ্ৰ নাৰায়ণ গোস্বামী পৰা লাভ কৰিছিল। সৌ সিদিনালৈকে তেওঁ গাওঁলৈ গলে সকবৰ নিৰ্বিশেষে প্ৰায় সকলো লোকৰ ঘৰলৈ ফুৰিবলৈ গৈছিল।

এইবিলাক কথাৰ উপৰিও মই তেখেতৰ এমাত্ৰ লৰা অঞ্জন জ্যোতি শৰ্মাক জনিছিলো। পত্নী ইন্দিৰা দেৱীৰ লগত কথা বতৰা পতাৰ সুযোগ পোৱা নাছিলো। বাইশ বছৰীয়া অঞ্জনৰ সাংঘাতিক ৰোগে হেমন্তক শীতলৈ পৰিবৰ্ত্তন কৰিলে।

সৎ মানুহবো কেতিয়াবা বিপদ আহে। তাকেই আমি পূৰ্ব্ব জন্ম সাঞ্চিত কৰ্মফল বা 'দৈৱ' বুলি তভিছিত কৰোঁ। নিৰ্মম যমৰ লগত যুজ দি শৰ্মা আৰ্থিক আৰু মানসিক ভাৱে ভিতৰি ভিতৰি যাত বা বিদীৰ্ণ হয় যদিও দেখাত মানুহ জনেই হৈ থাকে। গুৰন্ত একমাত্ৰ পুত্ৰই চিৰ বিদায় লোৱাৰ পিচৰ পৰা আৰু আগৰ হাস্যমধুৰ মুখখনেৰে ঘূৰি ফুৰা শৰ্মাৰ আজিৰণ শৰ্মা মাজত পাৰ্থক্য হ'ল। শৰ্মাৰ দগ্ধ হৃদয়ক শাঁত কৰিব পৰা নিচেই কাষতে যে চেনেহ সিক্ত হাত এখন নাছিল।

নিয়ন্ত্ৰিক কোনোৱে বাধা দিব নোৱাৰে। চিন্তা আৰু চিন্তা দুয়ো এক। কিন্তু চিতাত কৈ চিন্তা শ্ৰেষ্ঠ। কাৰণ চিন্তাই তিল্ তিল্ কৈ পুৰি মাৰে। আনদিনা পুৱা (১৭/১/৯২) তেখেতৰ শিক্ষা গুৰু মাননীয় শ্ৰীযুত ৰজনীকান্ত দেৱ শৰ্মা দেৱৰ বাৰ্ষিকী উৎসৱ উপলক্ষে বহা সভাত যোগদান দি পিচদিনা পুৱা হঠাৎ অসুস্থ হৈ তেখেতে মৃত্যু বৰণ কৰে। আৰু তাতেই জীৱনৰ যৱনিকা পৰে। কটনত অসমীয়া বিষয়ৰ মুৰব্বী অধ্যাপকৰ পদ পোৱাৰ বাবে আৰু মাত্ৰ অলপ কেইটামান দিনহে বাকী আছিল। অসম সাহিত্য সভাৰ সভাপতি পদৰ বাবে নাম প্ৰস্তাৱ কৰিব খোজা বন্ধু এনজৰ আগত তেখেতে কোৱা গম পাইছিলো—'যে সম্প্ৰতি মোৰ নাম দিব নালাগে। আন এগৰাকীৰ নাম দিয়ক। মোৰ সময় আছে।'

এনেহেন উদাৰ ব্যক্তি গৰাকীৰ শ্ৰদ্ধা নিবেদন কৰাত বাহিৰে আমাৰ আৰু কি থাকিব পাৰে।

# Darkness at Noon—ভৰদুপৰতে অন্ধকাৰ

অধ্যাপক কমলেশ্বৰ শৰ্মা

হেমন্ত শৰ্মা মোৰ সহপাঠী, সহকৰ্মী আৰু সুখ দুখৰ একমাত্ৰ সহযোগী বন্ধু আছিল।

অকালতে আকস্মাতে কাল নিয়তিয়ে আমাক নিঃসহায় কৰি তেওঁক আমাৰ মাজৰপৰা লৈ গ'ল। ইয়াতকৈ পৰিতাপৰ কথা আৰু কি হব পাৰে।

১৯৯২ৰ ১৮ জানুৱাৰীৰ দিনটো কি এক ভয়াবহ, শোকাবহ দিন হৈ ৰ'ল। সেইদিনা পুৱাৰ কুঁৱলি ভেদ কৰি কেতিয়াবাৰ অধ্যাপক ৰূপক ডেকা আহি মোৰ ওচৰত ঠিয় হৈছিল মই তং ধৰিবই পৰা নাছিলোঁ। চাই দেখো তেওঁৰ মুখ বিবৰ্ণ; চকু চলচলীয়া। তাৰ পাচত তেওঁ যি বাৰ্তা প্ৰেৰণ কৰিলে তাকে শুনি মই চৰগ পৰা মানুহৰ দৰে থিৰ হৈ ৰ'লো। "ই কি কোৱা? ইও কি সম্ভৱ"। বুকুখন ফাটি যোৱা যেন লাগিল। "সেয়ে হ'ল চাৰ। পুৱাৰ সূৰ্য্য উঠিব নাপালে। সকলো অন্ধকাৰ হৈ গ'ল।" চকুৰ পানী মচি মচি থোকাথুকি মাতেৰে তেওঁ কৈ গ'ল। মন্ত্ৰমুগ্ধ সৰ্পৰ দৰে মই শুনি গ'লো। নিৰ্ব্বাক। নিশ্চল। বিনামেঘে বজ্ৰপাত। জীৱনৰ ভৰদুপৰতে আউসীৰ ঘোৰ অন্ধকাৰ।

বয়সে আচোৰ মাৰিব নোৱাৰা হেমন্ত সদায় এজন চঞ্চল ডেকা হৈয়ে আছিল। স্কুলত পঢ়া সময়ত আমি তেওঁক দেৱানন্দ বুলি জোকাইছিলো। শেষদিনলৈ তেওঁৰ সেই দেহশ্ৰী অটুট আছিল। সহস্ৰ জ্বালা-যন্ত্ৰনাৰ মাজতো একে বৈ পৰা স্বাস্থ্য,

একে হাঁহিজৰা মুখ। অন্তৰত অনন্ত উচ্ছ্বাস। কৰ্ম্মস্পৃহা, কৰ্ম-শক্তি অতুলনীয়। উৎসাহী, উদ্যমী আৰু পৰিশ্ৰমী। বাণিজ্যপুৰা ড° বৰুৱাৰ নেওগ। দিনটো কটন কলেজ। আবেলি সাহিত্য সভা। পথুলি অধ্যক্ষ গিৰিধৰ শৰ্মা। বাতি সাহিত্য। ইয়াৰ উপৰিও ঘৰৰ আৰু দহৰ যাবতীয় নিৰহ নিপানী কাম। একে ধৈৰ্য্য, একে নিষ্ঠা। সভা সমিতি, বিয়া সবাহ একো বাদ পৰিব নোৱাৰে। নলবাৰীত আই দেউতাৰ মৃত্যুৰ শোকত সমভাগী হেমন্ত। নলবাৰীত নিজৰ কথা নকওঁৱেই, ভাই-ভনীৰ বিয়া বাৰুৰ আনন্দ উৎসৱৰ সুগৰীয়া হেমন্ত। নলবাৰীত এদিন কৈছিলো, 'তুমি যে, কেনেকৈ সময় উলিয়াব পাৰিলা। 'উৎসৱে ব্যসনে চৈৰ' কথাষাৰ তুমি আখৰে আখৰে পালন কৰিলা।" স্বভাৱসুলভ সৌজন্যৰে তেওঁ উত্তৰ দিছিল, "নাই, নাই, ইনো কি কথা। কেৱল আহ্-যাহ্ খিনিহে।" যেন নলবাৰী গুৱাহাটী ইঘৰ সিঘৰহে। মনৰ মিল থাকিলে দূৰকো ওচৰ কৰিব পাৰি। তেওঁৰ জীৱনৰ শেষ জানুৱাৰী মাহৰ দুসপ্তাহৰ ভিতৰত তিনিদিনেই আমাৰ ঘৰলৈ আহিছিল হেমন্ত। ইমান কৰ্মব্যস্ত মানুহ। আৰু তেওঁ ইমান আহুৰি। মই কেতিয়াবা কৌতুক কৰি কৈছিলো, "তুমি যে, ইমান সময় কেনেকৈ উলিওৱা।" তেওঁ হাঁহি হাঁহি উত্তৰ দিছিল, "মই সময় সুলিয়াও। সময়েহে মোক উলিয়াই।" একে প্ৰাণ খোলা হাঁহি। ঘৰখনৰ সকলোৰে লগত একে আত্মীয়তা। একে সৌহাৰ্দ্দ্য। মোৰ নাতিটোৰ লগত ককা। জোৱাইৰ লগত শহুৰ। শহুৰৰ লগত জোৱাই। ল'ৰা-ছোৱালীৰ লগত অভিভাৱক। ইলাৰ লগত ককাই। কাম কৰা ল'ৰাটোৰ পৰা আতি-কটুৱলৈকে সকলোৰে লগত একেমিত্ৰতা। একে আপোন ভোলা ভাৱ। এনেদৰে কিমান ঘৰৰ লগত যে, মানৱীয় প্ৰেম প্ৰীতিৰ আদান-প্ৰদান। সকলোৰে প্ৰতি কিমান দৰদ। কিমান আদৰ। ইয়াৰ

উপৰিবঙ্গ সাহিত্যৰ বহুল জগৎখন। তেওঁ একেধাৰে এজন সাৰ্থক লেখক, শিক্ষক আৰু গৱেষক আছিল। "কাবেৰীৰ পাৰে পাৰে" ৰ পৰা 'অসমীয়া সাহিত্যত দৃষ্টিপাত'' লৈকে জানি-নিচিঙা মূল্যবান গ্ৰন্থ প্ৰকাশ পাইছিল। এই গ্ৰন্থসমূহৰ জন্ম লগ্নত সংশ্লিষ্ট হব পৰাটো মোৰ কাৰণে পৰম সৌভাগ্য আছিল। কিন্তু পৰম দুৰ্ভাগ্য এয়ে যে, যেতিয়া গ্ৰন্থক প্ৰয়োজনে তিনি বছৰৰো অধিক সময় জড়িত হৈ আছিলো সেই "Fasts and Festivals of Assam" নামৰ তেওঁৰ গৱেষণা গ্ৰন্থখন প্ৰকাশ হ'ল যদিও বাইজৰ আগত দাঙি ধৰাৰ আগেয়ে তেওঁ এই মৰমৰ দেশখনৰ পৰা চিৰদিনলৈ গুচি গ'ল। অন্তৰত কিমান আশা কিমান কল্পনা পাহৰি ৰাখিছিল। কিন্তু মুহূৰ্ত্তৰ ভিতৰতে সকলো মাৰমুৰ হৈ গ'ল। [illegible] কি কুটিল গতি।

সেই কাল বাস্তিপুৰ টো। কনক ডেকা আৰু মই। শিলপৰাৰ দৰে মোৰ দুয়ো [illegible] আছো। দুয়োৰে চকুত অবাৰিত অশ্ৰুধাৰ। মুখত ভাষা নাই শোকৰ ভাষা নাই। শোকৰ ভাষা চকুপানী। 'উত্তৰ ৰাম চৰিত' নাটকত ভৱভূতিয়ে কৈছিল, "পথাৰ যেতিয়া পানীৰে উপচি পৰে পানী বাগৰি যোৱাৰ কাৰণে পাৰ ভাঙি দিব লাগে। শোক আৰু ক্ষোভত যেতিয়া অন্তৰ ভাগি পৰে তেতিয়া কান্দিলেহে শান্তি পোৱা যায়"—

পুৰোৎপীৰে তড়াগস্য পৰিবাহ প্ৰতিক্ৰিয়া
শোকক্ষোভে চ হৃদয়ং প্ৰলাপৈৰেব ধাৰ্য্যতে।

ইংৰাজ কবি টেনিচনে লিখিছিল -

"Tears, idle tears, I know not what they mean,
Tears from the depth of some divine despair
Rise in the heart, and gather to the eyes"

কোনো বাধা নমনা, বুজ নমনা, বিষাদৰ মূৰ্ত্ত প্ৰতীক এই চকুপানী অন্তৰৰ গভীৰ প্ৰদেশৰ পৰা উভৈ হৈ দুচকুৰ মাজেৰে আপোন আপুনি আত্মপ্ৰকাশ কৰে। যি অশান্তি দূৰ কৰিব পৰা ক্ষমতা মানুহৰ নাই তাতে চকুপানী এক স্বৰ্গীয় নিয়ৰ।

১৮ জানুৱাৰীৰ দিনটোৰ দৰে আৰু এদিন কান্দিছিলো। ৯৭১ ৰ ৪ জানুৱাৰীৰ দিনা। হেমন্তৰ কাণ সমনীয়া সৰ্ব্বগুণী একমাত্ৰ পুত্ৰ অঞ্জনৰ মৃত্যুত। সিদিনাও বেলি মূৰৰ ওপৰ নৌপাওতেই অঞ্জনৰ মোমায়েক, বন্ধু নীলনাথ বৰুৱা (বৰ্ত্তমান ইণ্ডাষ্ট্ৰি বিভাগৰ সম্পাদক) উধাতু খাই লৰি আহিছিল এই দুসহ সংবাদ জনাবলৈ। লগে লগে ইলা আৰু মই হেমন্তৰ ঘৰ ওলালোগৈ। গৈ দেখিলো মূত্ৰাশয় জনিত দুৰাৰোগ্য ৰোগত আক্ৰান্ত, শিল্পী-সুলভ মনোবৃত্তিৰে পৰিপুষ্ট এই কোমলমতীয়া ল'ৰাজনৰ মৃতদেহ চোতালত পৰি আছে। ভিতৰত কান্দোনৰ ৰোল। শোক সন্তপ্ত মানুহেৰে ঘৰ ভৰি আছে। হেমন্ত সংজ্ঞাহীন। মাকৰ অৱস্থাও বৰ্ণনাতীত। ইলা গ'ল মাকৰ ওচৰলৈ। মই হেমন্তৰ ওচৰতে বহি পাৰিলো পৰিচৰ্য্যাৰ কোনো ক্ৰুটি হোৱা নাছিল। সংজ্ঞা ঘূৰাই পোৱা নোপোৱাৰ মাজতে তেওঁ মোৰ গাটোতে ঢলি পৰিল। মযো দুয়ো হাতেৰে সাবটি ধৰি কিবা কৰলৈ বৃথা চেষ্টা কৰিলো। মাত নালায় কথা নাই। বহু সময়ৰ পিচত তেওঁ হাত দুখনেৰে মোৰ গলত সাবটি ধৰি হুক্ হুককৈ কান্দিবলৈ ধৰিলে। মযো দুয়োহাতেৰে তেওঁৰ গলত ধৰি ইচ্ছামতে কান্দিলো। দুয়ো যেন সহোদৰ ভাই। এদিন হেমন্তৰ দেউতাক মোৰ শিক্ষাগুৰু, নলবাৰী গৰ্ডন হাইস্কুলৰ স্বনামধন্য অসমীয়াৰ শিক্ষক, ধনেশ্বৰ শৰ্মাদেৱে মোক তেওঁৰ ঘৰলৈ মাতি আনি তেওঁৰ লগতে থকাৰ কথ কৈছিল, আৰু বৰ আবেগেৰে মৰমলগা মাতেৰে উল্লেখ কৰিছিল। "তুমি আৰু হেমন্ত, দুয়োজনে মোৰ ল'ৰা।

দুয়োজনে লগ হৈ পঢ়া শুনা কৰিবা। ভাই ভাই ভাব সদায় ৰাখিবা। চাৰৰ কথাত মোৰ অন্তৰখন মম গ'লাৰ দৰে গলিছিল। তাৰ পিচত হেমন্ত, মই আৰু দেৱেশ্বৰ (বৰ্ত্তমান হাইস্কুল এখনৰ হেড্‌মাষ্টৰ) আমি তিনিও জনে চাৰৰ সান্নিধ্যত চাৰৰ ঘৰতে ("ৰাহা") থাকিবলৈ লৈছিলো আৰু কৈশোৰৰ দিন কেইটা মঙ্গলবাৰী গৰ্ডন হাইস্কুলত বৰ আনন্দেৰে কটাইছিলো। সেয়েহে হেমন্ত আৰু মই অভিন্ন হৃদয়। আশৈশৱ আমাৰ মাজত যি ভাতৃত্বৰ বান্ধোন গঢ়ি উঠিছিল, সি কেতিয়াও শিথিল হোৱা নাছিল। পুত্ৰশোকৰ যি দাবানল তেওঁৰ বুকুত জ্বলি উঠিছিল সেই জুইয়ে মোৰ কলিজাটোও চুই গৈছিল। সেইদিনা দুয়ো দুয়োৰে গলত ধৰি ইমান কান্দিছিলো যে মোৰ সেই চকুপানী আজিও মচা যোৱা নাই আৰু তেওঁৰ তেওঁক যেন সেই চকুপানীয়ে তলে তলে বন্যাৰ সৃষ্টি কৰি উটুৱাই লৈ গ'ল। সিদিনা সেই মৰ্মভেদী কান্দোনৰ মাজেদি মাথোন এবাৰ কথাই তেওঁৰ মুখত ফুটি উঠিছিল "ভাই সব শেষ হৈ গ'ল। সব শেষ হৈ গ'ল।" চকুপানী মোহাৰি মই কেৱল কৈছিলো—"ভাই, তুমি পুত্ৰ সন্তান হেৰুৱালা। আমি এটি ৰত্ন হেৰুৱালো। you have lost a son, we have lost a jewel" এক নিৰুপায়, নিৰুপায় পৰিস্থিতি। কবলৈ কোনো ভাষা নাই। চকুপানীয়ে একমাত্ৰ ভাষা। একমাত্ৰ সান্ত্বনা। সন্তাপ মৰুভূমিত চকুপানীয়ে একমাত্ৰ পান্থপাদপ। ইয়াৰ সহায়তে দুখী তাপী লোকে কোনোৰকম জীৱন নিৰ্ব্বাহ কৰে।

জানো, History repeats itself বুৰঞ্জীৰ পুনৰাবৃত্তি হয়। কিন্তু ইমান আচৰিত ধৰণে। ইমান নেৰানেপেৰাকৈ। ১৯৯১ চনৰ ৪ ফেব্ৰুৱাৰীৰ যি দৃশ্যপট, ১৯৯২ চনৰ ১৮ জানুৱাৰীত তাৰেই পৰিসমাপ্তি। এখন মানবীয় বাস্তৱ ট্ৰেজেদি। কি ক্ষিপ্ৰ

তাৰ গতি। কি নিষ্ঠুৰ, নিৰ্ম্মম তাৰ ৰূপ। ট্ৰেজেডিয়াম চেনেকাই কৈছিল—'Every thing passes, Nothing servives' সকলো অসাৰ। দুদিনীয়া বিলাস কক্ষত বাণিষৰ সাজি মিছা তৃপ্তি পোৱা যায় মাথোন। সময়ে সকলো উটুৱাই নিয়ে। ক'তো একো চিন চাব নাথাকে। সেয়েহে ভাৰতীয় মনীষাই উপনিষদৰ মহৎ বাণীতে আশ্ৰয় লয়—'ব্ৰহ্ম সত্য। জগৎ মিথ্যা।' ইংৰাজ কবি শেলীয়ে তেওঁৰ বিখ্যাত শোকৰ কবিতা Adonais ত লিখিছে :—

The one remains, the many change and pass,
Heaven's light forever shines, Earth shadows fly,
Lite like a dome of many coloured glass
Stains the white radiance of Eternity,
Until Death tramples it to fragments

কীটচৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰি শেলীয়ে এই কবিতাটো লিখিছিল। স্তৰে স্তৰে অন্তৰৰ দুখ, শোক, ক্ষোভ উজৰাই দি শেষত অন্তৰ্দৃষ্টিৰে তেওঁ দেখিবলৈ পালে, যে, কীটচ মৰা নাই, তেওঁৰ আত্মাই মুক্তি লাভ কৰিছে। যি সুন্দৰৰ আজীৱন তেওঁ সাধনা কৰিছিল, গুণ-গান কৰিছিল, সেই চিৰ সুন্দৰৰ জগত তেওঁৰ আত্মা বিলীন হৈ গ'ল। গছ লতা, তৃণ, আকাশ বতাহ, এন্ধাৰ পোহৰ পৰ্ব্বত পাহাৰ, নদ-নদী, ফুল আৰু চৰাই সকলোৰে মাজত তেওঁ আজি মুক্তভাৱে বিচৰণ কৰিছে। তেওঁ মুক্ত। তেওঁ শুদ্ধ। আৰু আমি? আমি মায়া-মৰীচিকাৰ পিচত ঘূৰিব লাগিছো। অসাৰ অনিত্য বুলি জানিও মিছা মোহত আৱদ্ধ হৈ ঈশ্বৰ প্ৰদত্ত শক্তিৰ অবক্ষয়ৰ বাট মুকলি কৰিছো।

সঁচা। মায়া-মমতাই আমাক মুগ্ধ কৰি ৰাখিছে। মায়া-জাল ভেদ কৰাৰ উপায় আমাৰ নাই। আমি নিঃসহায়। নিৰুপায়। নৱগ্ৰহ পাহাৰৰ যি কুৰা জুইয়ে হেমন্তৰ অস্থি-চৰ্ম শেষ কৰি দিলে সেই কুৰা জুই আমাৰ স্মৃতিৰ পটত দপ্‌দপ্‌কৈ জ্বলি আছে একে তাৰ লেলিহান শিখা, একে তাৰ সৰ্বগ্ৰাসী ৰূপ, যি সকলো হাঁহি, সকলো সপোন পুৰি ছাই কৰি দিব পাৰে। কেৱল আশা ৰাখিছো হেমন্ত আৰু অঞ্জন— দুটি উজ্বল নক্ষত্ৰ প্ৰচুৰ সম্ভাৱনাৰে উজ্বল অঞ্জন আৰু প্ৰস্ফুটিত স্থলপদ্ম হেমন্ত-দুয়ো কক্ষচ্যুত হৈ আকাশৰ পৰা নামি আহিছিল— দুয়ো-জন আজি অনন্ত পথৰ পথিক আকাশ মাৰ্গত পিতা পুত্ৰৰ আত্মাৰ মিলন হওক। আমি ভৰতুপৰতে আউসীৰ এন্ধাৰ খেপিয়াই খেপিয়াই একান্ত ভাবে কামনা কৰিছো— দুয়োৰে আত্মাই চিৰ শান্তি লাভ কৰক।

# ড° হেমন্তকুমাৰ শৰ্ম্মা—এটি শ্ৰদ্ধাঞ্জলি

শ্ৰীনীলনাথ বৰুৱা

সদায় হাঁহিমুখীয়া সেই মানুহজন। সকলো সময়তে আৰু সদায় আনন্দমুখৰ পৰিবেশত স্বতস্ফুট ভাবে যি কোনো বিষয়ত নিজৰ মত প্ৰকাশ কৰি যোৱা মানুহজনৰ জীৱনবন্তি যাৰা ১৮/১/৯২ তাৰিখে হঠাতে নুমাই গ'ল। থাকি গ'ল মাত্ৰ তেখেতৰ অসমৰ কাৰণে দিন যোৱা অসমীয়া ভাষা সাহিত্যৰ প্ৰতি অমূল্য সম্পদৰাশি।

কোনো দিনেই কোনেও অনুভৱ কৰিব পৰা না'ছিল তেখেতৰ জীৱনৰ শেষছোৱাৰ অন্তৰৰ বেদনা। যেতিয়াই তেখেতক লগ পোৱা যায়, তেতিয়াই তেখেতৰ অসমীয়া ভাষা সাহিত্যৰ প্ৰতি থকা স্নেহ আৰু কেনেকৈ মাতৃ ভাষাক আগুৱাই নিব পৰা যায় তাৰ প্ৰচেষ্টা। অসমীয়া সাহিত্যত তেখেতৰ বৰঙণি চিৰদিন অফুৰন্ত সম্পদ হৈ থাকিব। তেখেতৰ অতি মৰমৰ পুত্ৰৰ অকাল বিয়োগৰ পাছতো তেখেতৰ ভাষা-সাহিত্যৰ প্ৰতি অৱদান এনেদৰেই থাকি গৈছিল। যেতিয়া তেখেতৰ একমাত্ৰ পুত্ৰই জীৱন মৰণৰ লগত সংগ্ৰাম কৰিব লগীয়া হৈছিল, তেতিয়াও তেখেতৰ ধৈৰ্য্য অপৰিসীম হৈ ৰৈছিল। তেখেতৰ অন্তৰত পুত্ৰৰ অকাল বিয়োগৰ বেদনা জ্বলি থকা অৱস্থাতো তেখেতে হাঁহিমুখে মৃত্যুৰ সহজ ভাৱে হৈ অসমীয়া ভাষা-সাহিত্যৰ কামত ব্ৰতী হৈছিল।

ড° হেমন্তকুমাৰ শৰ্ম্মা আজি নাই। কিন্তু তেখেতৰ আদৰ্শ আৰু দেশপ্ৰেম চিৰযুগমীয়া হৈ থাকিব।

# ড° হেমন্ত শৰ্মাৰ স্মৃতিত

শ্ৰীনৰেন্দ্ৰনাথ শৰ্মা

যোৱা বছৰৰ (১৯৯২ ই.) ৩০ৰ জানুৱাৰীৰ পুৱা ন-মান বজাত আমি অভিধানৰ কামত লাগি থাকোঁতে শ্ৰীমান কনক ডেকাই আহি যেতিয়া অনুজপ্ৰতিম ড° হেমন্ত শৰ্মাৰ মৃত্যুৰ বাতৰি দিছিলহি, আমি উচপ্ খাই উঠিছিলোঁ। আমাৰ কেইজনৰ বাবে সেই বাতৰি আছিল অবিশ্বাস্য, মৰ্মস্পৰ্শী।

× × ×

হেমন্ত শৰ্মাক লগ পাইছিলোঁ আজি ২০/২৫ বছৰৰ আগতে বিশ্ববিদ্যালয়ৰ প্ৰশাসনীয় ভৱনত। তেতিয়া উপ কুল সচিব স্বৰূপে আমাৰ দায়িত্ব আছিল ডি ফিল (পিছত নামান্তৰিত হৈ পি এইচ্ ডি) ডিগ্ৰীৰ কাৰণে গবেষণাৰ্থীৰ পঞ্জীয়ন আৰু তৎসংক্ৰান্ত কাম কাজ চোৱা চিতা কৰা। শৰ্মা তেতিয়া কটন কলেজৰ প্ৰবক্তা। তেওঁ গবেষণাৰ কাৰণে বিশ্ববিদ্যালয়লৈ গৈছিল।

শৰ্মাৰ বিষয় আছিল Fasts and Festivals of Kamrup (কামৰূপৰ ব্ৰত, উপবাস, পৰব আদি)। সাংস্কৃতিক নৃতত্ত্বৰ (cultural anthropology) আধাৰত কৰিবলৈ লোৱা সেই সামাজিক-সাংস্কৃতিক (socio-cultural) বিষয়টোৰ সম্পৰ্কে মোৰ অধ্যয়ন সীমিত আছিল যদিও, শৰ্মাই তেওঁৰ গৱেষণাগুৰু ড° মহেশ্বৰ নেওগৰ পৰামৰ্শমতে গৱেষণা-পদ্ধতি (methodology), ব্যাখ্যা, বিস্তৃতি, পৰিসৰ আদি সম্পৰ্কে যি ধৰণে কামত আগবাঢ়িব খুজিছিল—শুনি বৰ ভাল লাগিছিল। শৰ্মাৰ লগত কথা-বতৰা পাতি এই বিষয়ে তেওঁৰ তাত্ত্বিক

আৰু ক্ষেত্ৰভিত্তিক জ্ঞানৰ উমান পাই তেওঁ যে বাঞ্ছিত ফল লাভ কৰিব পাৰিব সেই বিষয়ে তেতিয়াই নিঃসন্দেহ হৈছিলোঁ। অতি উৎসাহেৰে তেওঁক প্ৰশাসনীয় সাহায্যখিনি দিম বুলি আশ্বাস দিছিলোঁ। শেহত, নিয়মিত ভাবে গৱেষণা কাম শেষ কৰি তেওঁ ডি ফিল ডিগ্ৰী লাভ কৰিছিল।

ইয়াৰ বাহিৰেও সাহিত্য-সংস্কৃতিৰ আন আন ক্ষেত্ৰতো শৰ্মাক লগ পাইছিলোঁ—বিশেষকৈ গুৱাহাটী সন্বিতা সভাত। বিহগী কবি ৰঘুনাথ চৌধাৰীৰ নেতৃত্বত গঠিত আৰু পৰিবৰ্ধিত এই সভাখন আছিল গুৱাহাটীৰ সৰাতোকৈ পুৰণি সাহিত্য সভাৰ শাখা। 'আতা' চৌধাৰী আছিল তাৰ প্ৰতিষ্ঠাতা সভাপতি, আৰু এই প্ৰবন্ধ লিখক প্ৰতিষ্ঠাতা সম্পাদক। বিহগী কবিৰ লগতে বিশিষ্ট সদস্যসকল আছিল অতুলচন্দ্ৰ হাজৰিকা (পিছলৈ সাহিত্যাচাৰ্য), ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য, ৰজনীকান্ত শৰ্মা আদি খ্যাতনামা সাহিত্যিকসকল, প্ৰবীণ শিক্ষাগুৰুসকল আৰু অসম সাহিত্য সভাৰ সভাপতিসকল—ড° সূৰ্যকুমাৰ ভূঞা, দিবাকৰ গোস্বামী, তীৰ্থনাথ শৰ্মা, গিৰিধৰ শৰ্মা, ত্ৰৈলোক্যনাথ গোস্বামী, নলিনীবালা দেবী (পিছলৈ অসম সাহিত্য সভাৰ সভানেত্ৰী), শ্ৰী (ড°) মহেশ্বৰ নেওগ (পিছলৈ অসম সাহিত্য সভাৰ সভাপতি আৰু সদস্য মহীয়ান), শ্ৰী (ড°) সত্যেন্দ্ৰনাথ শৰ্মা (অসম সাহিত্য সভাৰ সভাপতি আৰু সাহিত্যাচাৰ্য), শ্ৰীঅতুল চন্দ্ৰ বৰুৱা (একালৰ সন্বিতা সভাৰে সম্পাদক আৰু পিছলৈ অসম অসম সাহিত্য সভাৰ সভাপতি), শ্ৰীযোগেশ দাস (পিছলৈ অসম সাহিত্য সভাৰ সভাপতি), আদি, সংস্কৃত সাহিত্যৰ বিদগ্ধ পণ্ডিতসকল মনোৰঞ্জন শাস্ত্ৰী, শ্ৰী (ড°) মুকুন্দমাধৱ শৰ্মা, ড° বিশ্বনাৰায়ণ শাস্ত্ৰী, নাট্যকাৰ নাট্য-প্ৰভাকৰ শ্ৰীসত্যপ্ৰসাদ বৰুৱা আদিয়ে সভাৰ লগত সংশ্ৰৱ ৰাখি ইয়াৰ সৌষ্ঠৱ বঢ়াইছিল।

তাৰ উপৰি শ্ৰীৰামচৰণ ঠাকুৰীয়া (পিছলৈ ড° আৰু অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক), শ্ৰীহৰিনাথ শৰ্মা (একালৰ সৰিতা সভাৰ সম্পাদক), শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱা, শ্ৰীকনকচন্দ্ৰ ডেকা (একালৰ সভাৰ সম্পাদক), শ্ৰীশুভচন্দ্ৰ বৰুৱা (একালৰ সভাৰ সম্পাদক), ৰোহিণী শৰ্মা (একালৰ সভাৰ সম্পাদক), কবি মেঘৰাম পাঠক, নন্দ তালুকদাৰ গোবিন্দ চন্দ্ৰ মহন্ত (একালৰ সভাৰ সম্পাদক), ড গোলোকচন্দ্ৰ গোস্বামী, ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, ভুবনেশ্বৰ বটপী, শ্ৰীকমলেশ্বৰ শৰ্মা, শ্ৰীমতী মনোৰমা ভট্টাচাৰ্য, বিজুলী গোস্বামী, শ্ৰীমতী পিছলৈ ড ভাৰতী বৰুৱা আদি প্ৰায়েই ... উপস্থিত থকি প্ৰবন্ধ পাঠ কৰিছিল ... সমালোচনা আ... বঢ়াইছিল।

হেমন্ত শৰ্মাই তেওঁৰ প্ৰতিষ্ঠানিক কৰ্মক্ষেত্ৰ কটন কলেজৰ লগতে ওপৰত কৈ অহা ... কাৰ গৌৰৱোজ্জল সৰিতা সভাৰ আলোকস্তম্ভ স্বৰূপ খ্যাতনামা সাহিত্যিকসকলৰ সান্নিধ্যত তেওঁৰ সাহিত্যিক সমাজিক জীৱনৰ ... মেলি ... শৰ্মা আছিল সৰিতা সভাৰ মুখ্য সক্ৰিয় সদস্যসকলৰ ভিতৰৰ এজন। সভাৰ সেই সময়ৰ অধিবেশনবোৰত গল্প, কবিতা, প্ৰবন্ধ আদি পাঠ কৰা হৈছিল, সমালোচনা কৰা হৈছিল আৰু এনেবোৰ কামত আগ ভাগ লৈছিল হেমন্ত শৰ্মাই। সভাৰ দ্বাৰা প্ৰকাশিত 'সাহিত্য-প্ৰতিভা' গ্ৰন্থমালা যুগুতাই উলিয়াওতে সম্পাদনা সমিতিত হেমন্ত শৰ্মাৰ ভূমিকা আছিল গুৰুত্বপূৰ্ণ।

এইদৰে সৰিতা সভাৰ কাম-কাজত মনোনিবেশ কৰি থাকোঁতেই তেওঁ অসম সাহিত্য সভাৰ ক্ৰমে পত্ৰিকা সম্পাদক, প্ৰধান সম্পাদক, উপ সভাপতি পদত অধিষ্ঠিত হৈছিলগৈ। কালে তেওঁক অকালতে হৰি নিনিয়া হ'লে তেওঁ যে এদিন অসম সাহিত্য সভাৰ সভাপতিৰ আসনো লাভ কৰিলেহেঁতেন সি সহজে অনুমেয়।

লেখক হিচাপেও অসমীয়া সাহিত্যলৈ ড° শৰ্মাৰ অৱদান কম মূল্যবান নাছিল। 'অসমীয়া সাহিত্যত দৃষ্টিপাত'ৰ বাহিৰেও গল্প নাটক আদি বিষয়ত তেওঁ কেইবাখনিও গ্ৰন্থ ৰচনা কৰিছিল। তদুপৰি বিভিন্ন বিষয়ত শেষলৈ লোক-সংস্কৃতি সম্পৰ্কত তেওঁৰ প্ৰবন্ধসমূহো আলোচনীৰ পাতত সিঁচৰিত হৈ আছে। তেওঁৰ ভাষাৰ সাৱলীলতা আৰু অধ্যয়নপুষ্টতাই সহজে পাঠকৰ অন্তৰত চাপ বহুৱাই যায়

সংগঠনৰ দিশতো ড° শৰ্মাৰ কৰ্মকুশলতা আছিল লেখত লবলগীয়া। গুৱাহাটীত কেইবাগৰাকীও বৰেণ্য সাহিত্যিকৰ শতবাৰ্ষিকী, জন্ম জয়ন্তী আদি উৎসৱৰ উদযাপন সমিতিসমূহৰ প্ৰধান উদ্যোক্তা বা প্ৰধান সম্পাদক স্বৰূপে কাম কৰি সকলোৰে আন্তৰিক অকৃত্ৰিম সহযোগ আদায় কৰিব পাৰিছিল আৰু তাৰ ফলস্বৰূপে উৎসৱসমূহ সদায় সাফল্যমণ্ডিত হৈ উঠিছিল।

অমায়িক ব্যক্তিত্ব আৰু ধীৰস্থিৰ স্বভাৱেই আছিল ড° শৰ্মাৰ চাৰিত্ৰিক বৈশিষ্ট্য। প্ৰথমতে কেইবছৰমান জিলা পুথিভঁৰালৰ গ্ৰন্থাগাৰিক হিচাপে কাম কৰাৰ পাছত তেওঁ কটন কলেজৰ অসমীয়া বিভাগৰ প্ৰবক্তা নিযুক্ত হয়। তাত তেওঁৰ মনোগ্ৰাহী শিক্ষণ পদ্ধতি, অমায়িক ব্যৱহাৰ আৰু প্ৰেৰণাদায়ক দৃষ্টিভংগীৰ গুণে তেওঁ ছাত্ৰছাত্ৰীসকলৰ শ্ৰদ্ধাভাজন হৈছিল আৰু স্বভাৱজাত খোলা অন্তৰৰ বাবে সহকৰ্মীসকলৰ সদায় প্ৰীতিভাজন হৈছিল। দ্বিতীয়তে শৰ্মা আছিল অতি অমায়িক ব্যক্তিত্বসম্পন্ন লোক আছিল। তেওঁক লগ পালৈ যোৱা লোকজনক তেওঁ সদায় হাঁহি মুখে সম্ভাষণ জনাইছিল। বিপদৰ সময়ত অনুদ্বিগ্নচিত্তে কৰ্তব্য পালন কৰি যাব পৰা ব্যক্তি আছিল ড° শৰ্মা। তেওঁ ঢুকোৱাৰ কেইবছৰমানৰ পূৰ্বে তেওঁৰ একমাত্ৰ পুত্ৰ এক কঠিন ৰোগত আক্ৰান্ত হৈ মাদ্ৰাজত চিকিৎসাধীন হৈ থাকোঁতে তেওঁৰ ওচ-

বলৈ অহা-যোৱা কৰি যাবতীয় কাৰ্য ব্যৱস্থা অকলে কৰিব লগীয়া হৈছিল যদিও তেওঁৰ মুখৰ প্ৰসন্নতা কেতিয়াও হেৰাই যোৱা নাছিল। শেহত অৱশ্যে ভবিতব্যৰ হাতৰপৰা তেওঁ লৰাক ৰক্ষা কৰিব নোৱাৰিলে। কিন্তু শৰ্মাই সেই চূড়ান্ত দুখৰ পৰিস্থিতিতো মনৰ ভাৰসাম্য নেহেৰুৱাই পাৰিবাৰিক, সামাজিক, বিত্তায়তনিক সকলো কাম-কাজ তেওঁৰ স্বভাৱসুলভ দক্ষতাৰে চলাই গৈছিল।

হেমন্ত শৰ্মাৰ অকাল বিয়োগত অসমে এজন সম্ভাৱনাপূৰ্ণ, প্ৰতিভাৱান সাহিত্যিক আৰু সমাজ কৰ্মী হেৰুৱালে।

তেওঁৰ পবিত্ৰ আত্মাই চিৰশান্তি লাভ কৰক—এয়ে আমাৰ কামনা।

## 'একমাত্র সচেতন নাগৰিক'

স্মৃতি-গ্ৰন্থ সম্পাদক

গুৱাহাটী, ১৮ জানুৱাৰী, ৯৩

গুৱাহাটীৰ সুৰভি সাহিত্য সমাজ আৰু অধ্যাপক হেমন্ত কুমাৰ শৰ্মা স্মৃতিৰক্ষা সমিতিৰ যুটীয়া উদ্যোগত, ১৮ জানুৱাৰী তাৰিখে, স্থানীয় ভাগৱতী প্ৰসাদ বৰুৱা ভৱনত, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীকীৰ্ত্তিনাথ হাজৰিকাৰ পৌৰোহিত্যত ড° হেমন্তকুমাৰ শৰ্মাৰ প্ৰথম মৃত্যু-বাৰ্ষিকী বিশেষ গাম্ভীৰ্যপূৰ্ণ পৰিবেশত অনুষ্ঠিত হয়। কুমাৰী লীনা ডেকা আৰু কুমাৰী কৃষ্ণা দেৱচৌধুৰী সভাৰ আৰম্ভণীত দুটা ভজন পৰিৱেশন কৰি শ্ৰোতামণ্ডলীক মুগ্ধ কৰে। সভাৰ উদ্দেশ্য ব্যাখ্যাত স্মৃতি ৰক্ষা সমিতিৰ সম্পাদক কনকচন্দ্ৰ ডেকাই ড° হেমন্তকুমাৰ শৰ্মাৰ বহুমুখী প্ৰতিভাৰ চমু আভাস এটি দাঙি ধৰাৰ লগতে সভাৰ কাৰ্য-ক্ৰমণিকাত স্মৃতি-ৰক্ষা সমিতিৰ দ্বাৰা প্ৰকাশিত, নতুন দিল্লীৰ ৰাষ্ট্ৰীয় সংগ্ৰহালয়ৰ ডিৰেক্টৰ তথা প্ৰো-ভাইচ্ চেন্সেলৰ ড° জি এন পন্তই প্ৰদান কৰা "প্ৰফেচাৰ হেমন্তকুমাৰ শৰ্মা মেমোৰিয়েল লেক্চাৰ' পুথিখন বিশিষ্ট পুৰাতত্ববিদ শ্ৰীচণ্ডীচৰণ বৰ্মনে, সুৰভি সাহিত্য-সমাজে প্ৰকাশ কৰা সমাজৰ কবিতা সঙ্কলন 'সুৰভি' অধ্যাপক উপেন্দ্ৰনাথ শৰ্মাই আৰু কুমাৰী গীতিলেখা দেৱী ৰচনা কৰা কবিতাৰ পুথি অশ্ৰু-বান' অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অধ্যাপক নৱকান্ত বৰুৱাই উন্মোচন কৰাৰ কথা ঘোষণা কৰে। সভা উদ্বোধন কৰি বিশিষ্ট নাট্যকাৰ আৰু সমালোচক শ্ৰীৰাম গোস্বামী ড শৰ্মাৰ ঐকান্তিক সাহিত্য সাধন', বিৰল ব্যক্তিত্ব আৰু শৰ্মাৰচিত উপন্যাস আজিৰ সমাজ'ৰ উচ্চ প্ৰশংসা কৰে। গ্ৰন্থ উন্মোচক ত্ৰয় পুথিকেইখন উন্মোচন কৰাৰ লগতে ড শৰ্মাৰ সততা, সৰলতা ন্যায়নিষ্ঠতা,

নিৰ্হংকাৰিতা আৰু সৰ্বজনপ্ৰিয়তা গুণৰ কথা ভূয়সী প্ৰশংসা কৰে। 'সুৰভি' কবিতাৰ পুথিখনি উন্মোচন কৰি অধ্যাপক উপেন্দ্ৰনাথ শৰ্মাই 'কেবাগৰাকী বিশিষ্ট কবিৰ কবিতা সন্নিবিষ্ট পুথিখনি নিসন্দেহে এখন সুখপাঠ্য হৈছে' বুলি অভিমত প্ৰকাশ কৰি প্ৰতিটো কবিতাৰ সংক্ষেপে উদ্ধৃতি দি পৰ্যালোচনা কৰে। অধ্যাপক শৰ্মাই [illegible] অধ্যাপক কমলেশ্বৰ শৰ্মা ৰচিত 'মৃত্যুৰ্মা অমৃতং গময়' নামৰ কবিতাটি সভাত পাঠ কৰি দিয়ে। অধ্যাপক নৱকান্ত বৰুৱাই 'অশ্ৰুবান' কবিতাৰ পুথিখনি উন্মোচন কৰাৰ লগতে নবোদিত সুৰভি সাহিত্য সমাজে গুণী ব্যক্তি অধ্যাপক হেমন্তকুমাৰ শৰ্মাৰ স্মৃতি ৰক্ষাৰ কাৰণে লোৱা প্ৰচেষ্টাৰ শলাগ লয় আৰু প্ৰয়াত শৰ্মাৰ সাহিত্য আৰু সংগীত [illegible] আলোকপাত কৰে। আজিৰ সভাত প্ৰাপ্ত [illegible], শ্ৰীচণ্ডীচৰণ বমনে অধ্যাপক হেমন্তকুমাৰ শৰ্মা স্মৃতি [illegible] গল্পখনি উন্মোচন কৰি কয়—"মোৰ দৃষ্টিত ডঃ শৰ্মা [illegible] এখেতৰ মৃত্যুৰ পূৰ্বে [illegible] স্থান পেলালে।'

সভা আৰম্ভণিৰ পিছতে আদৰণি জনাই সুৰভি সাহিত্য সমাজৰ সভাপতি শ্ৰীনৱদ্বীপ ৰঞ্জন পাটগিৰি প্ৰতিক্ৰিয়াশীল ভাঙোন-মুখী শক্তি এটাৰ হাতত জোনাকী সাহিত্য সমাজৰ গৌৰৱ কিদৰে ম্লান হ'ল আৰু কি পৰিস্থিতিত সুৰভি সাহিত্য সমাজৰ জন্ম হ'বলগীয়া হ'ল তাৰ লগতে ডঃ হেমন্তকুমাৰ শৰ্মাই অসমৰ বাহিৰতো প্ৰাচ্যবিদ্যা সন্মিলন, ভাৰতীয় ইতিহাস সমাজ, সংস্কৃত সন্মিলন আদিত গৱেষণা পত্ৰ পাঠ কৰি বিদ্বত মণ্ডলীৰ প্ৰশংসা লাভ কৰিছিল সোঁৱৰণ কৰে। বিশিষ্ট অতিথিৰ ভাষণত অধিবক্তা শ্ৰীযামিনী ফুকনে ডঃ শৰ্মাক প্ৰকৃতপক্ষে এজন সাহিত্য সাধক আৰু সাহিত্য সেৱক আছিল বুলি কয়। সমজুৱাৰ ফালৰ পৰা

প্ৰাক্তন সংসদী সদস্য শ্ৰীঅজিতকুমাৰ শৰ্মা, মেজৰ সত্যব্ৰত লহকৰ, ড সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, শ্ৰীৰমা বৰঠাকুৰ আৰু পৰিয়ালৰ যালৰ পৰা প্ৰয়াত শৰ্মাৰ পত্নী শ্ৰীমতী ইন্দিৰা দেৱী আৰু ভাতৃ শ্ৰীদেৱেশ্বৰ শৰ্মাই ড শৰ্মাৰ [illegible]তি চাৰণ কৰাৰ লগতে [illegible] সাহিত্য সমাজে লোৱা উদ্যোগৰ শলাগ লয়। সভাত শ্ৰীমতী অনিমা গোস্বামী 'সোঁৱৰণ' আৰু কুমাৰী গীতিলেখাই 'পিতৃ শোকত' নামৰ দুটা স্বৰচিত কবিতা পাঠ কৰে।

সভাপতিৰ ভাষণত শ্ৰীৰাজবিকাই কয় "ড° হেমন্ত শৰ্মা তলত গম্ভীৰ আৰু ওপৰত ওপঙি থকা এডোখৰ বৰফৰ দৰে আছিল। বাহিৰত হাঁহিভৰা মুখৰ মানুহজনৰ হৃদয়খন বজ্ৰৰ দৰে কঠিন আছিল। [illegible]তিকূল অৱস্থাৰ ওচৰত দাসত্ব স্বীকাৰ নকৰি সাহসেৰে যুঁজি যোৱা [illegible]জনেই আছিল হেমন্ত শৰ্মা। [illegible] শৰ্মা মুঠেও প্ৰচাৰ [illegible] নাছিল। অসমৰ বিভিন্ন সমস্যা সমাধানৰ যুঁজত শৰ্মাকেই [illegible] একমাত্ৰ সচেতন নাগৰিক হিচাপে মোৰ সুদীৰ্ঘ সাংবাদিক জীৱনত পাইছিলোঁ।" শ্ৰীৰাজবিকাই অসমীয়া জাতিটোৰ সমুখত উপস্থিত হোৱা দুৰ্দিনৰ কথা [illegible] কয় 'আমাৰ জাতটোৰ প্ৰতিটো ক্ষেত্ৰতে অৱক্ষয় ঘটিব ধৰিছে। [illegible] টিভিৰ অৰ্দ্ধনগ্ন ছবিবোৰ বেসুৰীয়া মাত-কথা, চাল চলনা আদি আমাৰ উঠিঅহা ল'ৰা ছোৱালী সকলক অসমীয়া, ভাৰতীয় পৰম্পৰাৰ পৰা দূৰলৈ ঠেলি দিছে। আমি দৃঢ় পদক্ষেপ লোৱাৰ সময় হৈছে। আমাৰ মাজত থকা অন্ধকাৰ আৰু কুসংস্কাৰবোৰ কঠোৰ হাতেৰে দমন কৰিব লাগিব। মই কোনোদিনে নিৰাশাবাদী নহওঁ। মোৰ বিশ্বাস হেমন্ত শৰ্মাৰ দৰে আমি প্ৰত্যেকে একোজন সচেতন নাগৰিক হ'ব পাৰিলে সমুখত উপস্থিত হোৱা বহু সংঘাতৰ পৰা আমি ৰক্ষা পাম।' শেষত ড শৰ্মাৰ সোঁৱৰণত জন সংস্কৃতিৰ এটি সৌধ নিৰ্মাণ কৰাৰ আৱশ্যকতাৰ বিষয়ে কয়।

# ড° হেমন্তকুমাৰ শৰ্মা চাৰৰ স্মৃতিত

বসন্ত কুমাৰ ভট্টাচাৰ্য

কটন কলেজত পঢ়া কালত ( ১৯৫৯-'৬১ ) যি কেইগৰাকী শিক্ষাগুৰুৰ পাঠদানৰ দক্ষতা আৰু মধুৰ ব্যৱহাৰে মোক মুগ্ধ কৰিছিল সেই কেইগৰাকীৰ ভিতৰত ড° হেমন্তকুমাৰ শৰ্মা চাৰ আছিল অন্যতম। সেই সময়ত তেখেতৰ লগত মোৰ সম্পৰ্ক আছিল নিতান্তই আনুষ্ঠানিক—শিক্ষক আৰু ছাত্ৰৰ সম্পৰ্ক। গতিকে কথা বতৰা পাতোতে এটা নিয়ম-নীতি মানিব লগীয়াত পৰিছিলোঁ। পৰবৰ্ত্তীকালত পিছে সেই আনুষ্ঠানিক সম্পৰ্ক হ'ল গৈ ঘৰুৱা, নিবিড়তম। আচলতে ব্যক্তি এগৰাকীৰ হৃদয়-মনৰ পৰিচয় পোৱা যায় নিবিড়তম সম্পৰ্কৰ যোগেদিহে। ড° শৰ্মা চাৰৰ লগত গঢ় উঠা ঘৰুৱা সম্পৰ্কই মোক তেখেতৰ হৃদয়-মন-মগজুৰ স্বৰূপ সম্পৰ্কে যি সম্ভেদ দিছিল তাৰ পৰাই তেখেতৰ মহত্ব, উদাৰতা, অধ্যয়নশীলতা আৰু সৃজনীপ্ৰতিভাৰ উমান পাইছিলোঁ।

অধ্যয়ন, অধ্যাপনা আৰু সামাজিক বিভিন্ন কামত সততে ব্যস্ত শৰ্মাচাৰ একাধাৰে প্ৰবন্ধকাৰ, সমালোচক, গল্পকাৰ, জীৱনীকাৰ আৰু ভ্ৰমণ-সাহিত্য ৰচক হিচাপে সাহিত্য জগতত সুপ্ৰতিষ্ঠিত। অসম সাহিত্য সভা আৰু কামৰূপ সাহিত্য পৰিষদৰ লগত তেখেতৰ আছিল গভীৰ সম্বন্ধ। প্ৰধান সম্পাদক আৰু উপ সভাপতি হিচাপে অসম সাহিত্য সভাৰ উন্নতিকল্পে তেখেতে যিখিনি অৱদান আগবঢ়াই গ'ল সিয়েই তেখেতক সাহিত্য সভাৰ ইতিহাসত এখনি স্বকীয়া আসন দিব। কামৰূপ সাহিত্য পৰিষদৰ সভাপতি হিচাপেও তেখেতে উক্ত অনুষ্ঠানক নিটোল ৰূপ

দানত বিশিষ্ট অৰিহণা আগবঢাই গৈছে। তেখেতৰ কাৰ্যকালৰ ভিতৰতে সাহিত্য পৰিষদৰ নিজাভূমিত এটি দুছলীয়া টিনৰ ঘৰ নিৰ্মিত হৈছিল। ঘৰটো নিৰ্মাণ হোৱাৰ পিছত চাৰৰ মনত কিযে আনন্দ। তেখেতে মোক আনন্দভৰা কণ্ঠ কৈছিল, "হওক দিয়া-চৌন, আমাৰ নিজৰ বুলিবলৈ ঘৰ এটা হ'ল। এতিয়া ইয়াত বহি আমি সভা সমিতি কেইখন, বিশেষকৈ কাৰ্যনিৰ্বাহকৰ সভা কেইখন পাতিব পাৰিম। এইখিনিৰ বাবেই কম কষ্ট হেৱা নাই নহয়, পলাশবাৰী, গুৱাহাটী, নলবাৰী কিমান ঠাই যে ঘূৰিবিলোঁ! কিমানজনৰ ওচৰত যে হাত নাপাতিলোঁ। কষ্টখিনি সাৰ্থক হ'ল এয়েই আনন্দ।'

মই ১৯৮৩-৮৪ চনত কামৰূপ সাহিত্য পৰিষদৰ সম্পাদক হিচাপে কাৰ্য-নিৰ্বাহ কৰিছিলোঁ। সভাপতি আছিল অধ্যাপক শ্ৰীদুৰ্গেশ্বৰ শৰ্মা। পৰিষদৰ কামত ড শৰ্মাচাৰে যি উৎসাহ যোগাইছিল, যিবোৰ দিহা পৰামৰ্শ দিছিল, সে'বোৰ অ'জও পাহ'ৰব পৰা নাই। কোৱা নিষ্প্ৰয়োজন যে তেখেতৰ পৰা অকপটভাবে পোৱা উৎসাহ উদ্দগনি তথা দিহা পৰামৰ্শই আমাকো তৎপৰ কৰি তুলিছিল। অকল পৰিষদৰ কামতেই নহয়, সাহিত্য সৃষ্টিৰ ক্ষেত্ৰতো মই ব্যক্তিগত ভাবে তেখেতৰ পৰা গভীৰভাবে অনুপ্ৰাণিত। তেখেতে লগ পালেই সকিয়াই আছিল, "লিখা। লিখিযোৱা। লিখি থাকিবা।" আৰু কেতিয়াবা কোনো আলোচনীত যদি মোৰ গল্প প্ৰকাশ পোৱা দেখে, তেখেতে কৈছিল, "তোমাৰ অমুক আলোচনীত প্ৰকাশিত গল্পটো পঢ়িছো। ভাল পাইছো।" মোৰ বাবে ড° শৰ্মাচাৰৰ এই উক্তি নি-সন্দেহে অনুপ্ৰেৰণাৰ উৎস হৈ পৰে।

চাৰৰ কোনো গপ ভেম নাছিল। শিক্ষকতাকে জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰি তেখেত সুখী হৈছিল। প্ৰসংগ ক্ৰমে এদিন

তেখেতে কৈছিল, "বুজিছা বসন্ত, ডি. ডি পি আই বা আই এছ হ'ব পাৰিলোঁহেঁতেন। তেতিয়া হয়তো গাড়ী এখনো পালোঁহেঁতেন। পিছে এতিয়াৰদৰে লাইন বাছত উঠি মিটিং কৰিবলৈ যোৱাৰ যি আনন্দ, সেই আনন্দৰ পৰা তেতিয়া বঞ্চিত হলোঁহেঁতেন ছাত্ৰ ছাত্ৰীক পাঠদান কৰি পোৱা আনন্দৰ পৰা বঞ্চিত হলোঁহেঁতেন। মই এই শ্ৰেণীৰ আনন্দহে বিচাৰোঁ।"

চাৰৰ একমাত্ৰ পুত্ৰৰ বিয়োগ বাতৰি শুনি ভাবিছিলোঁ, তেখেতে কিজানি থিৰেৰে থাকিব পৰা নাই। কিন্তু মোৰ ভাবনা ভুল হৈছিল। স্থিতপ্ৰজ্ঞৰ দৰে তেখেত নিৰ্বিকাৰ হৈ আছিল। "পুত্ৰ বিয়োগৰ নিদাৰুণ যন্ত্ৰণা তেখেতে অকাতৰে মূৰ পাতি লৈ যি ধৈৰ্য আৰু সহনশীলতাৰ পৰিচয় দিছিল, সি আছিল অনন্য।

এইগৰাকী ড হেমন্ত কুমাৰ শৰ্মা চাৰৰ অকাল আৰু আকস্মিক বিয়োগ বাতৰি মোৰ বাবে অসহনীয় হৈ পৰিছিল। বাৰে বাৰে হৃদয়ৰ দুৱাৰত এটা প্ৰশ্নই খুন্দিয়াইছিল— "এয়া জানো সচা? কিবা এটা দুঃস্বপ যেন লাগিছিল সেই বাতৰিটি। পিছে, দুঃস্বপ্ন নাছিল—আছিল সেয়া এক নিষ্ঠুৰ সত্য বাতৰি। ড° শৰ্মাচাৰ সচাকৈয়ে আতৰি গৈছিল অতি সংগোপনে—অতি সন্তৰ্পণে। ড শৰ্মাচাৰৰ বিয়োগত কটন কলেজে হেৰুৱালে এগৰাকী নিষ্ঠাৱান শিক্ষক, অসম সাহিত্য সভাই হেৰুৱালে এগৰাকী নিস্বাৰ্থ কৰ্ণধাৰ, অসমীয়া ভাষা-সাহিত্যই হেৰুৱালে এগৰাকী যশস্বী সেৱক আৰু আমি হেৰুৱালোঁ এগৰাকী যথাৰ্থ পথ প্ৰদৰ্শক। চাৰ আজি আমাৰ মাজত নাই। নলবাৰীলৈ আহি তেখেতে মোৰ বাসস্থানত আৰু কোনোদিনেই পদধূলি নিদিয়ে। গলগলীয়া মাতেৰে তেখেতে কোনোদিনেই "ভালে আছা?" বুলি নোসোধে। কোনো দিহা পৰামৰ্শও ভৱিষ্যতে তেখেতৰ পৰা পাব নোৱাৰোঁ। সেয়ে, তেখেতৰ স্মৃতিকণকে বুকুৰ মাজত লৈ জীৱন-বাটত আগুৱাব লাগিব। এই স্মৃতিকণ কিন্তু কোনোদিনেই নজহে, নপমে।

# ড° হেমন্তকুমাৰ শৰ্ম্মাৰ সান্নিধ্যত

শ্ৰীনৱদ্বীপ ৰঞ্জন পাটগিৰি

১৯৮২ চন। মই তেতিয়া অসম চৰকাৰৰ শিক্ষা বিভাগৰ উপ-সচিব। ২৫ বছৰ কাল অসমৰ বিভিন্ন ঠাইত চাকৰি কৰি দিচপুৰ সচিবালয়ত সোমাইছোঁ। মোৰ মেজৰ ওপৰত উপস্থাপিত কৰা নথিবোৰ এফালৰ পৰা পৰীক্ষা কৰি গৈ থাকোঁতে এটা নথিত দেখিলোঁ ড° হেমন্তকুমাৰ শৰ্ম্মা আৰু শ্ৰীকনকচন্দ্ৰ ডেকা নামৰ দুজন ব্যক্তিয়ে জয়পুৰত বহিব লগীয় নিখিল ভাৰত প্ৰাচ্য সম্মিলনিলৈ ৰাজ্যিক প্ৰতিনিধি হিচাপে যাবলৈ অনুমোদন বিচাৰিছে। বিভাগীয় অধীক্ষকজনে মন্তব্য দিছে নথিত তেনে কোনো নিয়ম নাই।

দুয়োজ[illegible] ক্রবেই [illegible] ত [illegible] লোকৰ লিখা লেখাও মই পঢ়িছোঁ। কিন্তু দেখা সাক্ষাৎ হোৱাই নাই। কলেজৰ শিক্ষকৰ প্ৰতি মোৰ এটা সহানুভূতি আছে। কাৰণ ময়ো অসামৰিক সেৱাত সোমোৱাৰ আগেয়ে ছেইবছৰমান কলেজত শিক্ষকতা কৰিছিলোঁ।

অধীক্ষক জনক মাতি আনি কলোঁ, "নিশ্চয় কোনো নিয়ম আছে। নহলেনো তেওঁলোকে কিয় আবেদন কৰিলেহেঁতেন। আৰু শিক্ষাধীকৰ্ত্তায়োনো কিয় আবেদন দুখন চৰকাৰলৈ আগ-বঢ়ালেহেঁতেন। Rule খন বিচাৰ কৰক, মোক সোনকালে দিয়ক।"

দুদিন পিছত Ruleখন ওলাল। অসম ৰাজপত্ৰত ঘোষিত এটা অধিনিয়ম আছে। তাত উল্লেখ আছে যে চৰকাৰী খৰচত কোনো চৰকাৰী বিষয়াই সৰ্বভাৰতীয় পৰ্য্যায়ৰ কোনো অধিবেশনত যোগ

দান কৰিব লগা হ'লে (১) এবাৰত ৩ জনৰ অধিক লোক যাব নোৱাৰিব। ( ) তেওঁলোকৰ নিবন্ধ (Paper) অধিবেশনত পাঠ আৰু আলোচনাৰ বাবে গৃহীত হব লাগিব। (৩) নিবন্ধৰ বিষয় বস্তু তেওঁলোকে শিকাই থকা বিষয়ৰ অন্তৰ্গত হব লাগিব (৪) যোৱা ৩ বছৰৰ ভিতৰত আবেদনকাৰীয়ে চৰকাৰী খৰচত কোনো অধিবেশনলৈ যোৱাটো হব নালাগিব।

তাৰ পাছদি ড হেমন্তকুমাৰ শৰ্মা সচিবালয়ত ওলালগৈ তেখেতৰ লগত সেইদিনাই প্ৰথম সাক্ষাত। কটন কলেজৰ অসমীয়া বিভাগত অধ্যাপনা কৰি থকা বুলি আগৰে পৰা জানো। অমায়িক মৃদু হাঁহি স্থূল আৰু ব্যক্তিত্বপূৰ্ণ চেহেৰাৰ ড শৰ্মাই মোক কলে যে ড মহেশ্বৰ নেওগৰ পাতনি সম্বলিত মোৰ "অসমীয়া কবিতাৰ প্ৰবাহ"খনে হেনো তেওঁলোকৰ অসমীয়াৰ এম এ পঢ়াৰ বহুত সহায় কৰিছিল। অলপ পিছতে অধ্যাপক শ্ৰীকনক চন্দ্ৰ ডেকাও সচিবালয়ত ওলালগৈ। তেখেতে নিজৰ পৰিচয় দি ইংৰাজীতে স্বৰ চত 'শ্ৰীশংকৰদেৱ" নামৰ সৰু পুথি এখন উপহাৰ স্বৰূপে মোলৈ আগ বঢ়াই দিলে।

তেওঁলোক দুজনৰ উপস্থিতিতে মোৰ লাগতীয়াল তথ্যখিনি সংগ্ৰহ কৰি জানিব পাৰিলো (১) তেওঁলোকৰ নিবন্ধ (Papers) অধিবেশনত পঢ়িবলৈ নিৰ্বাচিত হৈছে (২) তেওঁলোকৰ নিবন্ধৰ বিষয় বস্তু তেওঁলোকে পঢ়াই থকা বিষয়ৰ ভিতৰৰে। (৩) যোৱা তিনিবছৰত চৰকাৰী খৰচতে তেওঁলোকে কোনো অধিবেশনলৈ যোৱা নাই। (৪) মানুহ অৰ্থাৎ আবেদনকাৰী মাত্ৰ তেওঁলোক দুজনেই। গতিকে তেওঁলোকৰ আবেদন মঞ্জুৰ হ'ল। ড হেমন্ত কুমাৰ শৰ্মাক মই কলো "অসমৰ গ্ৰহণৰ পিছত মইয়ো আপোনা-লোকৰ লগ হম।"

জয়পুৰ অধিবেশনৰ পৰা ঘুৰি আহি ড শৰ্ম্মাই এদিন বাত্তি-পুৰা মোৰ বাসভৱনত ওলাই "দাদা নমস্কাৰ" বুলি মাত লগাই বহু সময় কথা বতৰা হ'ল। তেখেতৰ অন্তৰখোলা কথা আৰু দিলদৰীয়া হাঁহিত মই মুগ্ধ হলোঁ। তেখেতৰ "সেই মালাধাৰী" নামৰ স্বৰচিত গল্প সংকলনৰ গ্ৰন্থ এখন মোৰ হাতত দিলে।

১৯৮৪ চন। মই ইতিমধ্যে চাকৰিৰ পৰা অবসৰ লৈছোঁ। নতুন দিল্লীৰ জনপথৰ নেচনেল মিউজিয়ামত নিখিল ভাৰত বুৰঞ্জী আৰু সংস্কৃতি সমাজৰ বাৰ্ষিক অধিবেশন অনুষ্ঠিত হোৱাৰ মাতত। শ্ৰীকনক চন্দ্ৰ ডেকাই সদস্য ভৰ্ত্তিৰ ফৰ্ম এখন আনি দিলে। সময়ত ড° হেমন্তকুমাৰ শৰ্ম্মা, শ্ৰীকনকচন্দ্ৰ ডেকা আৰু মই একে লগে নতুন দিল্লীলৈ ৰাওনা হলোঁ। সইদিনা [illegible] ৰ ড শৰ্ম্মাক লগত সৰ্বভাৰতীয় অধিবেশনত যোগ [illegible] আৰু [illegible] তিনিখন Paper পঠাছিলোঁ। [illegible] হল আৰু তাৰ ওপৰত আলোচনা হ'ল। "[illegible]ৰ [illegible] মাধৱ [illegible]ৰ পূজা অৰ্চনাত [illegible]' শিৰ্ষক ড [illegible]কুমাৰ শৰ্ম্মাৰ [illegible] চেমিনাৰত সম্পাদিত হৈছিল।

দিল্লীৰ [illegible] ত্ৰিয়া শেষ হৈছিল [illegible] নাছিল। অধিবেশনলৈ [illegible] অসমৰ প্ৰতিনিধি সকলৰ [illegible] অসম ভৱনটোতে থকাৰ ব্যৱস্থা কৰি দিছিল। ড শৰ্ম্মা, শ্ৰী ডেকা আৰু মোক এটা [illegible] ঠাই দিছিল। [illegible]কাঠালীৰ [illegible] আৰু [illegible]ৰ গোন্ধ তেতিয়াও বৰ তীব্ৰ হৈ আছিল। আমি দিল্লীৰ পৰা ঘুৰি অহাৰ কেইমাহমান পিছতহে অসমৰ মুখ্যমন্ত্ৰী শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্তই নবনিৰ্মিত অসম ভৱনটো আনুষ্ঠানিকভাৱে মুকলি কৰে।

১৯৮৫ চন। কলিকতাৰ ছল্টলেক ষ্টেডিয়ামত নিখিল ভাৰত প্ৰাচ্য সন্মিলনৰ অধিবেশন। ড° শৰ্মাৰ উপগণিত অধিবেশনলৈ বাম বুলি প্ৰপত্ৰ পুৰাই 'পেপাৰ' পঠালো। সময়ত ড° শৰ্মা, শ্ৰীডেকা আৰু মই কলিকতা ওলাই ছল্টলেক ষ্টেডিয়ামৰ প্ৰতিনিধি শিবিৰত সোমালোঁ। গোটেই ভাৰতৰ বিভিন্ন ভাষা-ভাষীৰ বিশিষ্ট পণ্ডিত সকলক লগ পাই বৰ ভাল লাগিল। ড শৰ্মাৰ পেপাৰ আছিল, "Patronisation of Neo Vaishnavite Movement in ancient Kamarupa from Kamatapur" মোৰ পেপাৰ আছিল, "Madhav Kandali's Assamese Version of Ramayana" আৰু শ্ৰীকনক চন্দ্ৰ ডেকাৰ পেপাৰ আছিল, "Chilarai, the Great General of the Koches" গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগৰ অধ্যাপক ড° নগেন্দ্ৰ নাথ আচাৰ্য্য সেইবাৰ প্ৰাচ্য সন্মিলনৰ বুৰঞ্জী আৰু সংস্কৃতি শাখাৰ সভাপতি আছিল। তেওঁ অসমৰ প্ৰতিখন পেপাৰ ওপৰত সমৰ্থনসূচক একোটা পাণ্ডিত্যপূৰ্ণ মন্তব্য দি যোৱাত আমাৰ পেপাৰ বোৰ বেছ সমাদৃত হৈছিল।

ড° হেমন্তকুমাৰ শৰ্মাৰ লগত আমাৰ ভ্ৰমণবোৰ বৰ আনন্দদায়ক আছিল। মোক তেওঁ সদায় দাদা বুলি মাতিছিল। মইয়ো তেওঁক সদায় মোৰ অনুজ প্ৰতিম বোধ কৰিছিলোঁ। "অ দাদা শুনচি" বুলি কৈ ধুহতীয়া গল্প আৰম্ভ কৰি দি প্ৰায়েই হাঁহিৰ ৰহঘৰাৰ সৃষ্টি কৰিছিল। কেতিয়াবা তত্বপূৰ্ণ সাহিত্যিক আলোচনা, কেতিয়াবা কোনো সাহিত্যৰ বুকুৰ পৰা ৰসাল গল্প আদিৰে আমাৰ ভ্ৰমণবোৰ ড° শৰ্মাই বৰ ৰসাল কৰি তুলিছিল। ড° শৰ্মাই ৪০ আৰু ৫০ দশকৰ ভিতৰত জন্ম হোৱা অসমীয়া আৰু বঙালী গানবোৰ মাজে সময়ে গায়। মোবো তেনেকুৱা এটা নিচা আছিল। গতিকে কেতিয়াবা দুয়ো বেলৰ

খিৰিকিৰে দূৰৰ ধাননি পথাৰলৈ চাই সুৰ মিলাই পুৰণি গানৰ দুই এটা কলি গাইছিলেঁ।।

১৯৮৬ চনত অসম চৰকাৰৰ সাংস্কৃতিক বিভাগৰ পৰা পশ্চিম বঙ্গত থকা মধুপুৰ সত্ৰলৈ, সত্ৰৰ উন্নয়ন মূলক কামৰ বাবে এক লাখ টকাৰ মঞ্জুৰী এটা দিয়ে। অসম চৰকাৰৰ সাংস্কৃতিক বিভাগৰ সঞ্চালকে গাড়ী এখন দিয়ে আৰু গুৱাহাটীত থকা মধুপুৰ সত্ৰৰ সমিতিৰ হৈ ড° হেমন্ত কুমাৰ শৰ্ম্মা, শ্ৰীকনকচন্দ্ৰ ডেকা আৰু মই মধুপুৰ সত্ৰলৈ ৰাওনা হলো। আমাৰ লগত আন এখন গাড়ীত সাংস্কৃতিক বিভাগৰ অতিৰিক্ত সঞ্চালক শ্ৰীআনন্দ মোহন ভাগৱতীও ওলাল। দিনৰ এক বজাত বিৰ্জনি পাই বৰ ভোক লাগিল। এখন হোটেলত ভাত খাবলৈ সোমালোঁ। ইলিচ মাছৰ সৰিয়হৰ জোলেৰে বৰ তৃপ্তিসহ ভাত সাজ খোৱা হ'ল। ড° শৰ্মাই বিৰ্জনিৰ হোটেলৰ সেই ভাত সাজৰ কথা প্ৰায়েই কৈ থকা হ'ল। গৌৰিপুৰত এখন ৰাজহুৱা সভাত শ্ৰীআনন্দ মোহন ভাগৱতীয়ে এটা সাংস্কৃতিক কেন্দ্ৰ উদ্বোধন কৰিলে আৰু আমিও সেই সভাত যোগদান কৰিব লগীয়া হ'ল। শ্ৰীমতী প্ৰতিমা পাণ্ডেৰ গোৱালপৰীয়া লোকগীতৰ সাংস্কৃতিক কেন্দ্ৰৰ দুৱাৰ মুকলি কৰা হ'ল। ৰাতি ধুবুৰী আবৰ্ত্ত ভবনত থাকি পিছদিনা কোচবিহাৰ হৈ মধুপুৰ সত্ৰ পালো। মধুপুৰ সত্ৰত বিৰাট ৰাজহুৱা সভা অনুষ্ঠিত হৈছিল আৰু এই সভাত সমাজ বিজ্ঞানে পোৱা এক লাখ টকাৰ চেক্খন আনি স্থানীয় সমিতিৰ সভাপতিক প্ৰদান কৰা হ'ল। ৰাতি সত্ৰত স্থানীয় যাত্ৰাভিনয় হ'ল।

ড° হেমন্ত কুমাৰ শৰ্মা ১৯৮৬-৮৭ চনত কামৰূপ সাহিত্য পৰিষদৰ সভাপতি আছিল। জালুকবাৰী আৰক্ষী চকিৰ ওচৰত কামৰূপ সাহিত্য পৰিষদৰ নামত চৰকাৰে মাটি এডোখৰ আবৰ্ত্তন দিছিল, কিন্তু বহুবছৰ ধৰি ৩ ফুটমান ওখ ইটাৰ ভেটি এটাৰ

সন্মিলনৰ প্ৰতিনিধি শিবিৰত উপস্থিত হলোঁ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপক ড° নগেন্দ্ৰনাথ আচাৰ্য্যকো প্ৰতিনিধি শিবিৰত লগ পায় ওচৰাওচৰিকৈ বিচনা পাৰিলো। মুকলি অধিবেশন উদ্বোধন কৰিছিল প্ৰাক্তন কেন্দ্ৰীয় শিক্ষা মন্ত্ৰী ড কৰণ সিঙে। বৈদিক পদ্ধতি মতে সেই অধিবেশনত যোগদান কৰা প্ৰতিনিধি সকলক অন্ন, বস্ত্ৰ আৰু ধন দান কৰিছিল। প্ৰতিনিধি সকলক দুদিন ভাত জলপানে সুন্দৰকৈ খুৱাই, অন্নদান, প্ৰতিনিধি সকল যিয়ে য'ৰপৰা আহিছিল তালৈ যোৱাৰ ৰেলভাড়াৰ পইচা দি ধনদান আৰু একোখন ধুনীয়া চাদৰ প্ৰতিনিধি সকলক অঙ্গবস্ত্ৰ উপহাৰ দান কৰিছিল। চাদৰ খনৰ [illegible] ড শৰ্মাৰ [illegible] চাদৰখনো সংগ্ৰহ কৰি [illegible] লেখকক দিয়া হৈছিল। কামৰূপ সাহিত্য পৰিষদৰ [illegible] অধিবেশনত সভাপতিকলৈ কৰা শোভা যাত্ৰাত ড শৰ্মাই সেই চাদৰখন গাত লৈ শোভাযাত্ৰাৰ আগত গৈছিল। [illegible] দেখা গৈছিল।

ড [illegible] শৰ্মাৰ লগত শ্ৰীকনকচন্দ্ৰ ডেকা আৰু মই [illegible] প্ৰদেশৰ [illegible] বিশ্ববিদ্যালয়ত, অন্ধ্ৰপ্ৰদেশৰ গুণ্টুৰত আৰু [illegible] বুৰঞ্জী আৰু সাংস্কৃতিক সন্মিলনৰ [illegible] দান কৰিছিলো। [illegible] অধিবেশনৰ পিছতেই আমি ড শৰ্মাক [illegible] জৰ পৰা [illegible]বালোঁ।

ড হেমন্তকুমাৰ শৰ্মা অসম সাহিত্য সভাৰ উপ সভাপতি নিৰ্বাচিত হোৱাত জোনাকী সাহিত্য সমাজৰ তৰফৰ পৰা প্ৰথম তেখেতক সম্বৰ্দ্ধনা জনোৱা হৈছিল আৰু জোনাকী সাহিত্য সমাজৰ উপদেষ্টা পতা হৈছিল।

শ্ৰীশঙ্কৰদেৱ সংস্কৃতি সমাজে উৰিষ্যাৰ পুৰীত শ্ৰীশংকৰদেৱৰ নাম ঘৰ আৰু যাত্ৰীনিবাস আদি নিৰ্মাণ কৰি আছে। অনুষ্ঠানটোৰ

আগৰ কোশাধ্যক্ষ শ্ৰীসুৰেন্দ্ৰ নাথ মেধীক কাৰ্য্যকৰী সভাপতি পক্ষাত ড° হেমন্তকুমাৰ শৰ্ম্মাক কোষধ্যক্ষ নিৰ্বাচন কৰা হৈছিল। বেংকৰ টকাৰ লেন দেন যিহেতু সাধাৰণ সম্পাদক আৰু কোষধ্যক্ষ যুটীয় স্বাক্ষৰত হব লাগে সেই হেতু মই সাধাৰণ সম্পাদক থকাত এই অনুষ্ঠানটোৰ ক্ষেত্ৰত ড শৰ্ম্মাৰ লগত মোৰ প্ৰায়েই লগালগি হৈছিল।

পিতৃৰ সুযোগ্য সন্তান হিচাপে ড° হেমন্ত কুমাৰ শৰ্ম্মাই আদৰ্শ স্থানীয় কাম এটা কৰি থৈ গল তেওঁৰ স্বৰ্গীয় পিতৃ নাট্যকাৰ ধনেশ্বৰ শৰ্ম্মাৰ জন্ম শতবাৰ্ষিকী পতাটো। আমাক সভাপতি হিচাপে লৈ কেন্দ্ৰীয় উদযাপন সমিতি এখন গঠন কৰি গাম্ভীৰ্য্য-পূৰ্ণ ভাবে শতবাৰ্ষিকী উৎসব পালন কৰা হ'ল। উদযাপন সমিতিৰ সম্পাদক শ্ৰীকনকচন্দ্ৰ ডেকাৰ সম্পাদনাত ধনেশ্বৰ শৰ্ম্মাৰ ব্যক্তি মহিমা আৰু ড হেমন্তকুমাৰ শৰ্ম্মাই সম্পাদনা কৰা ব্যক্তিত্বৰ জিলিকনি নামৰ দুখন গ্ৰন্থ সভাত উন্মোচিত হ'ল।

১৯৯১ চনৰ ৪ ফেব্ৰুৱাৰীত ড হেমন্তকুমাৰ শৰ্ম্মাৰ একমাত্ৰ পুত্ৰ, কলেজীয়া ছাত্ৰ অঞ্জন শৰ্মাৰ অকাল মৃত্যুত তেখেত মৰ্মান্তিক শোক পালে। সেই শোকৰ তুলনা নাই। সেই বছৰে নবেম্বৰ মাহৰ ভূপালত অনুষ্ঠিত হোৱা নিখিল ভাৰত বুঙ্গী আৰু সাংস্কৃতিক সম্মিলনৰ অধিবেশনলৈ যাওঁতে ড° শৰ্মাই তেওঁৰ বিভাগৰ অধ্যা-পক শ্ৰীধীৰেন গোস্বামীক লগতলৈ এলাহাবাদৰ প্ৰয়াগত পুত্ৰৰ অস্থি বিসৰ্জন কৰি ভূপাল ওলাইছিল গৈ। শ্ৰীকনকচন্দ্ৰ ডেকা আৰু মই দিল্লী হৈ ভূপাল ওলাছিলো।

১৯৯২ চনৰ ১৭ জানুৱাৰী। জোনাকী সাহিত্য সমাজৰ তৰফৰ পৰা অনুষ্ঠিত হোৱা প্ৰয়াত আচাৰ্য্য ৰজনীকান্ত দেৱশৰ্মাৰ প্ৰথম মৃত্যু বাৰ্ষিকী স্মৃতি-সভা এখন উজান বজাৰৰ এম চি এম ই স্কুলত বহিছিল। ড° শৰ্ম্মা, শ্ৰীডেকা আৰু মই সন্ধিয়া সাত বজাত সভাৰ কাম শেষ কৰি গৃহাভিমুখে ৰাওনা হৈছিলো। ১৮ জানুৱাৰী

ৰাতিপুৱা খবৰ পালো ড° হেমন্তকুমাৰ শৰ্ম্মা আৰু এই সংসাৰত নাই। এটা যেন অবিশ্বাস্য কথা। ১৯৮২ চনৰ পৰা এই দহটা বছৰ ড° হেমন্তকুমাৰ শৰ্ম্মাৰ সান্নিধ্যত ইমানে জৰিত হৈ যে ড° শৰ্ম্মাৰ এই অকাল আৰু আকস্মিক বিয়োগে মোৰ অন্তৰত বিৰাট শূন্যতা এটি ৰাখি গ'ল। বিশ্বাস, এই চিৰন্তন নীতিৰ বাবেই হয়তো বিশ্বকবি ৰবীন্দ্ৰ নাথে কৈছিল—

"তোমাৰ কীৰ্ত্তিৰ চেয়ে
তুমি যে মহৎ
তাই তব জীৱনেৰ ৰথ
পশ্চাতে যেনিবা যায়
কীৰ্ত্তিৰে তোমাৰ

# শিক্ষাগুৰু শ্ৰদ্ধেয় ড° হেমন্তকুমাৰ শৰ্মাদেৱৰ সোঁৱৰণত

ড° নবীন চন্দ্ৰ শৰ্মা

১৯৫৯ চনৰ কথা। ১৯৫৮ চনত আৰ্য্যবিদ্যাপীঠ কলেজৰ জন্ম। আই এ মহলাৰ প্ৰথম বাৰ্ষিক শ্ৰেণীটো আৰম্ভ হৈছে মাথো। দিবা আৰু নৈশ উভয় শাখাতে শ্ৰেণী আৰম্ভ হৈছে। মই ১৯৫৯ চনৰ অক্টোবৰ মাহৰ আদি ভাগতে আৰ্য্য [illegible] পীঠ কলেজৰ প্ৰথম বাৰ্ষিকৰ নৈশ শাখাত ভৰ্ত্তি [illegible] লো। লগে লগে পূজাৰ বন্ধ হ'ল। সম্ভৱ ন[illegible] বছৰৰ আদি ভাগতে কলেজৰ শ্ৰেণীবোৰ খুলিছিল। কলেজত ভৰ্ত্তি [illegible] [illegible] [illegible] [illegible]। ইয়াৰ মধ্যে প্ৰথম [illegible] [illegible] [illegible]। [illegible] বনৰ পথম [illegible] [illegible] [illegible] টাই [illegible] [illegible] বুৰঞ্জীদেৱৰ [illegible] [illegible] ব্যক্তি- গত [illegible] [illegible] সম্পৰ্কে [illegible] [illegible]। তাটো [illegible] [illegible] [illegible]ve) [illegible] [illegible] পৰিচয় মাৰ [illegible] [illegible] [illegible] [illegible] যে, অধ্যাপক গৰাকীৰ নাম শ্ৰী হে[illegible]কুমাৰ শৰ্মা। শ্ৰীহেমন্তকুমাৰ শৰ্মা এজন ভাল আৰু মেধাবী ছাত্ৰ হিচাপে পৰিচিত।

[illegible] [illegible] কলেজত স্থায়ীভাৱে অধ্যাপনা কৰৰ। [illegible] আৰ্য্য বিদ্যাপীঠ কলেজৰ নৈশ শাখাত তেওঁ খণ্ডকালীন অধ্যাপক (P[illegible]t-time lecturer) হিচাবে কাম কৰিছিল। '[illegible]ফুল' কবিতা পুথিখন পঢ়োৱাৰ উপৰিও

তেওঁ আমাক পীতাম্বৰ দ্বিজৰ 'উষাপৰিণয় কাব্য", ৰামানন্দ দ্বিজৰ 'মহামোহ কাব্য', নলিনীবালা দেৱীৰ 'পৰশমণি, ৰঘুনাথ মহন্তৰ 'কথা ৰামায়ণ, অম্বিকাগিৰি ৰায়চৌধুৰীৰ 'আহুতি' আদি কিতাপ পঢ়ুৱাইছিল আৰু প্ৰয়োজন অনুসাৰে নোট আদিও দিছিল। আই এ শ্ৰেণীৰ ঐচ্ছিক আৰু বিকল্প অসমীয়াৰ প্ৰায়বোৰ কিতাপেই তেওঁখেতে আমাক পঢ়ুৱাইছিল। শ্ৰীশৰ্মাদেৱে কোনো দিনে পালমাৰি পঢ়োৱা নাছিল কলেজত অধ্যাপনা কৰা অধ্যাপক-সকলৰ মুখ্যউদ্দেশ্য ছাত্ৰ ছাত্ৰীৰ অন্তৰত বিষয়টোৰ প্ৰতি গভীৰ অধ্যয়নৰ বাবে ছাত্ৰ-ছাত্ৰীক আকৃষ্ট কৰা। শ্ৰীহেমন্ত কুমাৰ শৰ্মাদেৱৰ অধ্যাপনা ৰীতিত এই বৈশিষ্ট্য কেইটা প্ৰকাশ পাইছিল। অসমীয়া-ভাষা সাহিত্য অধ্যয়ন, চিন্তা চৰ্চ্চা আৰু বিচাৰ-বিশ্লেষণৰ সংক্ৰামক ব্যাধিয়ে শ্ৰীশৰ্মাদেৱক ভালকৈ পীড়া কৰিছিল আৰু তেওঁৰ সান্নিধ্যলৈ অহা জনৰ গাতো সেই ব্যাধি সংক্ৰমিত হৈছিল। হেমন্তকুমাৰ শৰ্মাদেৱৰ সংস্কৃতি প্ৰীতি ৰূপ সংক্ৰামক ৰোগৰদ্বাৰা ময়ো বিশেষভাৱে সংক্ৰমিত হৈছিলোঁ। তেওঁৰ সান্নিধ্যলৈ অহা প্ৰায়কেইজন ছাত্ৰই অসমীয়াত অনাৰ্চ লৈছিল আৰু অসমীয়া বিষয়ত এম্ এ পাছ কৰিছিল।

আমি আই এ পঢ়ি থকা সময়ত তেওঁ ৰিহাবাৰীতে এটি ঘৰ ভাড়া লৈ থাকিবলৈ লৈছিল। ছাবৰ লগতে বোধকৰোঁ তেওঁৰ কনিষ্ঠ ভ্ৰাতৃ মনোজ শৰ্মাও আছিল আৰু তেওঁ সেই সময়ত কলেজত পঢ়ি আছিল। আৰ্য্যবিদ্যাপীঠ কলেজৰ আই এ শ্ৰেণীত পঢ়ি থাকোতেই মই তেওঁৰ গভীৰ সান্নিধ্যলৈ আহিছিলোঁ। মাজে মাজে আমি তেওঁৰ বাসগৃহলৈ গৈছিলোঁ। সেই সময়তেই 'অসমীয়া সাহিত্যত দৃষ্টিপাত' নামৰ কিতাপখনৰ বাবে তেওঁ প্ৰস্তুতি চলাই আছিল। এই গ্ৰন্থখনত সন্নিবিষ্ট 'হেম সৰস্বতী' নামৰ প্ৰবন্ধটো মই কপি কৰি দিছিলোঁ।

যথাসময়ত আই এ. পৰীক্ষাত উত্তীৰ্ণ হলোঁ। আৰ্য্যবিদ্যাপীঠ কলেজ স্ৰষ্টা, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ভীমকৰ্ম্মা শ্ৰীগিৰিধৰ শৰ্মাদেৱে বি এ. শ্ৰেণীত একেলগে অসমীয়া, ইংৰাজী, বঙলা, অৰ্থনীতি ইতিহাসত অনাৰ্ছ খোলে। মই অৰ্থনীতিত অনাৰ্ছ পঢ়িবলৈ ইচ্ছা প্ৰকাশ কৰিছিলোঁ যদিও শ্ৰীগিৰিধৰ শৰ্মাদেৱ আৰু শ্ৰীহেমন্তকুমাৰ শৰ্মা ছাৰৰ উপদেশ আৰু নিৰ্দেশ-তেই অসমীয়াত অনাৰ্ছ পঢ়িবলৈ আগবাঢ়িলোঁ। অনাৰ্ছ বিষয়ৰ প্ৰায়বোৰ কিতাপেই শ্ৰীহেমন্তকুমাৰ শৰ্মা ছাৰে আমাক পঢ়ুৱাই-ছিল। তাতোকৈ তেওঁ ডাঙৰ সহায় কৰিছিল কিতাপেৰে। সেই সময়ত অসমীয়া অনাৰ্ছ বিষয়ৰ আৰু ইয়াৰ আণুষংগিক কিতাপ-বোৰ প্ৰায়ে দুষ্প্ৰাপ্য হৈ পৰিছিল। তাতে আৰ্য্যবিদ্যাপীঠ নতুন কলেজ, তেন্তে অৱশ্যে ইয়াৰ গ্ৰন্থাগাৰটো সবল নোহোৱাই স্বাভাবিক। আমি এক প্ৰকাৰে বিপদতেই পৰিলো। এই বিপ-দত আমাৰ ত্ৰাণকৰ্ত্তাৰ ভূমিকা গ্ৰহণ কৰিছিল শ্ৰীহেমন্তকুমাৰ শৰ্মা ছাৰে। শৰ্মা ছাৰে তেওঁৰ নিজা পুথিভড়ালত সংৰক্ষিত কিতাপ দি সহায় কৰাৰ উপৰিও কটন কলেজৰ গ্ৰন্থগাৰৰপৰাও নিজৰ নামত কিতাপ আনি আমাক দিছিল। ছাত্ৰৰ উপকাৰৰ বাবে শ্ৰীহেমন্তছাৰে কি যে ত্যাগ ক'ৰব নোৱাৰিছিল তাৰ আভাস ইয়াৰ পৰাই স্পষ্টভাৱে পাব পাৰি। নিজৰ প্ৰত্যক্ষ ছাত্ৰ ছাত্ৰী-কহে যে তেওঁ কিতাপ দিছিল তেনে নহয়, এম্‌ফিল পঢ়া অথবা গবেষণ কাৰ্য্যত ব্ৰতী ছাত্ৰ-ছাত্ৰীকো দুষ্প্ৰাপ্য আৰু মূল্যৱান গ্ৰন্থ নিজৰ পুথিভঁড়াল বা কটন কলেজৰ গ্ৰন্থগাৰৰ পৰা দি আনৰ উপকাৰ কৰাৰ লগে লগে নিজে বিপদত পৰাও দেখিছিলো। আনকি শৰ্মা ছাৰৰ বিয়োগৰ পিছতো কটন কলেজৰ গ্ৰন্থাগাৰৰ পৰা তেওঁৰ নামত আনে নিয়া কিতাপৰ বিষয়টোৱে সমস্যা ৰূপেই মূৰ দাঙি উঠিছিল।

অসমীয়াত অনাৰ্চ্ছ সহ বিঃ এ পৰীক্ষাত কৃতকাৰ্য্য হলো, এম্ এ পাছ কৰি কলেজত চাকৰি কৰিবলৈ ললো। ইতিমধ্যে ছাৰে বিয়া কৰালে, কামৰূপ জিলাৰ উৎসৱ পাৰ্বণ অনুষ্ঠানৰ ওপৰত গৱেষণা কৰি তেওঁ ডক্টৰেট ( Ph D ) ডিগ্ৰীও লাভ কৰিলে আৰু এই গৱেষণাৰ দ্বিতীয় ফল ৰূপে তেওঁ 'অসমীয়া লোকগীতি সঞ্চয়ন' আৰু 'কামৰূপী লোকগীতি সংগ্ৰহ' নামৰ গ্ৰন্থ দুখন সংকলন আৰু সম্পাদন কৰে। তেওঁৰ গৱেষণা গ্ৰন্থখন ( ইংৰাজী ভাষাত লিখা ) ইতিমধ্যে ছপা হৈছে। ইয়াৰ বাহিৰেও তেওঁ 'কিম্বদন্তীৰ সাধু' নামৰ আন এখন পুথি ৰচনা কৰিছে। ইয়াৰ উপৰিও তেওঁ সংস্কৃতি আৰু লোক-সংস্কৃতি বিষয়ক অতিকমেও চাৰিকুৰি-গৱেষণামূলক প্ৰবন্ধ ৰচনা কৰিছে। শৰ্মাদেৱে কেবাখনো গল্প পুথিও ৰচনা কৰিছে। এই গল্প পুথি কেইখনত সন্নিৱেশিত গল্পসমূহৰ কেইবাটিও গল্প লোকায়ত সমলৰ আধাৰত পল্লবিত। ইয়াৰপৰা সহজে অনুমান কৰিব পাৰি যে, শৰ্মাদেৱৰ সাহিত্য চৰ্চ্চাৰ মূল উৎস আৰু প্ৰেৰণা আছিল অসমৰ লোকায়ত সমাজ আৰু এই সমাজৰ আচৰণ অৰ্থাৎ লোক-সংস্কৃতি। গৱেষণা কৰি থকা অৱস্থাত তেওঁ বেটাৰীযুক্ত টেপৰেকৰ্ডাৰ এটা আৰু কেই-বাটিও খালী কেছেট আৰু ফিল্মযুক্ত কেমেৰা এটা লৈ তদা-নীন্তনৰ অবিভক্ত কামৰূপৰ চুকে-কোণে ক্ষেত্ৰ সমল বিচাৰি ঘূৰি ফুৰিছিল। ক্ষেত্ৰ অধ্যয়নৰ প্ৰতি তেওঁৰ ইমানেই আগ্ৰহ আছিল যে, গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক সংস্কৃতি বিভাগৰ এম্ফিল ছাত্ৰ ছাত্ৰী আৰু শিক্ষকসকলৰ লগতো তেওঁ ক্ষেত্ৰলৈ গৈছিল ক্ষেত্ৰসমল সংগ্ৰহৰ কলা-কৌশল শিকিবলৈ। কোনো এটা বিষয় পুংখানুপুংখ আৰু পদ্ধতিগত ভাবে শিকাৰ প্ৰসংগত তেওঁৰ কোনো ধৰণৰ চিন্তাচ্ছন্নতা ( complex ) কোনো দিনে নাছিল। তেওঁ ভালদৰে উপলব্ধি কৰিছিল যে, মানৱজীৱন জ্ঞান আহৰণৰ

এক অবিচ্ছিন্ন প্ৰবাহ। জনাৰ ক্ষেত্ৰক, শিকাৰ বিষয়ত তেওঁ সদায় আছিল সংগ্ৰহী। গৱেষণা গ্ৰন্থৰ ৰূপৰেখা (outline) প্ৰস্তুত কৰোতে তে যোগ্য লোক বুলি বিবেচনা কৰা জনৰ পৰা পৰামৰ্শ লোৱাত কোনো দিনে কাৰ্পণ্য কৰা নাছিল।

বিশ্ববিদ্যালয় অনুদান আয়োগৰ সৌজন্যত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰদ্বাৰা অনুষ্ঠিত বিভাগীয় গৱেষণা আঁচনিত ( Departmental Research Support Scheme) বিভিন্ন গৱেষণামূলক কাম কাৰবলৈ লোৱা হৈছিল। ইয়াৰ ভিতৰৰে এটা আঁচনি আছিল মায়াং অঞ্চলৰ লোক সাংস্কৃতিক অধ্যয়ন। এই আঁচনিৰ বাবে এগৰাকী গৱেষকক নিয়োগ কৰা হৈছিল, যদিও বিশেষ অসুবিধা বশতঃ কামটো সময়মতে হৈ উঠিল অৱশেষত হেমন্তকুমাৰ শৰ্মাদেৱক এই কামটো এবছৰৰ ভিতৰতে সম্পন্ন কৰি দিবলৈ এই আঁচনিৰ কো-অৰডিনেটৰ ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে অনুৰোধ কৰিলে। এই সময়ত তেওঁৰ একমাত্ৰ পুত্ৰৰ অসুখ চলিয়েই আছিল। তেনে অৱস্থাতো শৰ্মাদেৱে ড° নিৰ্মলপ্ৰভা বৰদলৈক কথা দিলে যথা সময়ত কামটো সম্পন্ন কৰিবলৈ, যদিহে নবীনে মোক 'field study-ৰ ক্ষেত্ৰত সহায় কৰে'। ছাৰে মোক আমাৰ ডিপাৰ্টমেণ্টত লগ ধৰি কথাটো কলে। তেওঁ মোৰ শিক্ষাগুৰু হয়। মইনো কেনেকৈ ছাৰক ক্ষেত্ৰ সমল সংগ্ৰহত নিৰ্দেশ দিম? ছাৰে মোৰ মানসিক অৱস্থাৰ কথা বুজি কলে "শিক্ষকে নজনা কথা বা বিষয় ছাত্ৰৰ পৰা শিকাটো একো লাজৰ বিষয় নহয়। দ্বিতীয়তে তুমি এতিয়া এই বিষয়ত কিছু পৰিমাণে পৰিদৰ্শিতা লাভ কৰিছা। গতিকে তোমাৰ পৰা মই শিকাৰ ক্ষেত্ৰত চিন্তা কৰিব লগীয়া একো নাই।"

ছাৰৰ উদাৰতা আৰু জ্ঞান আহৰণৰ আগ্ৰহ দেখি মই অবাক নহৈ নোৱাৰিলোঁ। ছাৰৰ চাৰিত্ৰিক বৈশিষ্ট্যত যি উদাৰতা প্ৰকাশ

পাইছে মোৰ ক্ষেত্ৰত সেই উদাৰতা আছে নে নাই তাত সন্দেহৰ অৱকাশ আছে।

ছাৰৰ আগ্ৰহ দেখি তেওঁৰ লগত মায়াঙ'ল যাবলৈ সন্মতি দিলো। প্ৰতি সপ্তাহৰ শনিবাৰে ৰাতিপুৱা ৭-৩০ বজাত জাগি-ভকত গাওঁ অভিমুখে যাত্ৰা কৰি মায়াং অঞ্চলৰ বিভিন্ন গাঁৱত ঘূৰি সোমবাৰে ৰাতিপুৱা গুৱাহাটী অভিমুখে যাত্ৰা কৰো। এনেদৰে দহ-বাৰ বাৰ মায়াঙৰ বিভিন্ন অঞ্চললৈ গৈছিলো। ৰাতি ক'ত থাকিম, ভাত ক'ত খাম—এইবোৰ চিন্তা ছাৰৰ নাই কেৱল ক্ষেত্ৰ সমল সংগ্ৰহ। মাজে মাজে চাইকেলেৰে আমি ঘূৰিছিলো। কেতিয়াবা এখন চাইকেলতে দুয়ো উঠি গৈছিলো। মাজে মাজে টেক্সীও ভাড়ালৈ লোৱা হৈছিল। মৰিগাঁৱৰ উপসমহৰ্ত্তাৰ কাৰ্য্যালয়লৈ গৈ মায়াঙৰ মানচিত্ৰ, মাটিকালি, জনবসতিৰ খতিয়ান আদি সংগ্ৰহ কৰা হৈছিল। মাজে মাজে পুহমহীয়া নৰাৰ মাজে মাজে আমি খোজ কাটিছিলোঁ। এই ক্ষেত্ৰত আমাক বিশেষভাৱে সহায় কৰিছিল জাগি-ভকতগাঁৱৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক শ্ৰীযুত প্ৰফুল্ল চন্দ্ৰ ডেকাই। এবাৰ ছাৰ আৰু মই দুয়ো প্ৰায় তিনি মাইলমান ৰাস্তা খোজ কাটি আহি আছো। তেনেতে শ্ৰম লাঘৱ বাবে ছাৰে এটা গীত গাবলৈ আৰম্ভ কৰিলে

"বহাগী লুইতৰ
বিহুৱালী সুঁতিত
বাইছে সোণৰ ভুৰ।
জিলমিল পানীত
আহিলে নামি
সপোন সখীটি মোৰ॥"

ছাৰে মাজে মাজে আকৌ হিন্দী চিনেমাৰ গী'তো গাইছিল

'দিল কী আৰমান ৰহে গয়ে হো।'

প্ৰয়োজনীয় ক্ষেত্ৰ সমল সংগ্ৰহৰ বাবে আমি এখন ভিতৰুৱা ঠাইলৈ গৈছিলোঁ। ছাবে কোট-পেণ্ট টাইৰে সু-সজ্জিত হৈ গৈছিল আৰু মই ধুতি পাঞ্জাবী আৰু কোট পিন্ধিছিলোঁ। এঘৰ তিৰা মানুহৰ চোতালত উঠিলোঁ। চোতালত মানুহ-দুনুহ কোনো নাই। ঘৰৰ পিছফালে বাৰীত মানুহৰ মাত শুনি আমিও সেই ফালে আগবাঢ়িলোঁ। কোনোবা অচিনাকি মানুহৰ মাত শুনি সন্ত্ৰস্ত হৈ এজনী তিৰোতা (সম্ভৱ তেওঁ ঘৰৰ ঘৰিণী) আগবাঢ়ি আহি সুধিলে তইঁতক কি লাগে?”

কিবা কিৰি অলপ সুধিব লাগে।
তইঁত পুলিচৰ মানুহ?
নহয়, আমি শিক্ষক।
মিছা কথা কৈছা।
নাই, আপোনাৰ মাকৰ ঘৰ ক'ত?
ছয়গাঁৱত।

সম্ভৱ তেওঁ আমাক বিশ্বাস কৰিব পাৰিছিল। আমি অলপ আগবাঢ়ি গলোঁ। তিৰোতা জনীও আগবাঢ়ি গ'ল। তেওঁ পকা ল্যাউপানী প্ৰস্তুত কৰি আছিল। ওচৰতে গাওবুঢ়াও বহি আছিল। দীঘল ডাঙৰ কেইটামান বটলত পকা লাউপানী ভৰাই থোৱা আছিল। এবটলৰ দাম কিমান বুলি সুধিলোঁ। তিনিটকা আঠ অনা বুলি তিৰোতাজনীয়ে কলে। গাঁওবুঢ়াই লাউপানী প্ৰস্তুত কৰা পদ্ধতিৰ বিষয়ে বিৱৰি কলে আৰু শৰ্মাছাবে সেইবোৰ বহীত টুকি ৰাখিলে। মই কেইটামান ফটো ললোঁ। অলপ দূৰৈত বৰ ডাঙৰ এখন জাল মেলি থোৱা আছিল। তেনে ধৰণৰ জাল ছাবে আগতে দেখা নাছিল। এনে জালেৰে সাধাৰণতে বাঘ ধৰা হয় বুলি মই ছাবক বুজাই দিলোঁ। তিৰা সমাজৰ

পৰম্পৰাগত ভাৱে প্ৰচলিত বাঘ সম্বন্ধীয় লোক বিশ্বাসৰ বিষয়ে গাঁওবুঢ়াই বিৱৰি কলে। ছাৰে কথাবোৰ লিখি ললে।

তিৱা সমাজত প্ৰচলিত 'হাবিয়লীয়া' বা 'কেঁচা-গীত' কেইটা-মান record কৰিবলৈ ছাৰে বৰকৈ মন কৰিছিল। এই শ্ৰেণীৰ গীতৰ বিষয় বস্তুৰ ফালৰপৰা দৰঙৰ নাঙেলী গীতৰ লগত মিলে। কেইবাজনো তিৱালোকক কলো। তেওঁলোকে হাঁহি একোটি মাৰি আমাৰ ওচৰৰ পৰা আঁতৰি গ'ল। তিৱা গাঁৱতে চাকৰি কৰা এজন নলবাৰীয়া ডেকাক লগ পাই আমাৰ সমস্যাটোৰ কথা কলো। তেওঁ এজন আদহীয়া তিৱালোকক আমাৰ ওচৰলৈ মাতি আনিলে। নলবৰীয়া মানুহজনে ছাৰৰপৰা তিনিটকা পঞ্চাশ পইচা বিচাৰিলে। ছাৰে পাঁচ টকীয়া নোট এখন উলিয়াই দিলে। ইতিমধ্যে উল্লেখ কৰি অহা তিৰোতাজনীৰ পৰা এবটল লাউ পানী কিনি আনিলে। আমি চৰিজন জনশূন্য পথাৰ এখনৰ ফালে অগ্ৰসৰ হলো। পথাৰৰ আলি এটাত আমি বহিলো। তিৱা মানুহ জনক বটলটো দিয়া হ'ল। তেওঁ আধামান খালে। নিচা লাগিবলৈ উপক্ৰম কৰিলে। তেওঁক 'হাবিয়লীযা গীত' গাবলৈ অনুৰোধ কৰা হ'ল। তেওঁ কেৱল হাঁহিবলৈ ধৰিলে। তেওঁ আমাৰ ওচৰত সম্পূৰ্ণ ভাৱে স্বাভাৱিক হ'ব পৰা নাছিল। উপৰ্যুপৰি কৰা অনুৰোধ এৰাব নোৱাৰি তেওঁ চাৰিফাকিমান হাবিয়লীয়া গীত গালে, ছাৰে গীতকেইটা টেপত ৰেকৰ্ড কৰালে। মই এটা ফটো ললো।

এইদৰে বিভিন্ন উপায় অৱলম্বন কৰি মাঙ্গং অঞ্চলৰ পৰা ক্ষেত্ৰসমল সংগ্ৰহ কৰি অনা হ'ল আৰু সেই সমলৰ ওপৰত নিৰ্ভৰ কৰি নানা দুৰ্যোগৰ মাজতো ছাৰে গৱেষণা প্ৰবন্ধ প্ৰস্তুত কৰি আঁচনিৰ 'co-ordinator'ৰ ওচৰত দাখিল কৰিলে। ইতিমধ্যেই সেই প্ৰবন্ধ অসম সাহিত্য সভাই ছপা কৰিছে।

ছাৰৰ লগত কেইবছৰমান আগতে গৈছিলো। মাজুলীলৈ। আমাৰ লগত আছিল ড° প্ৰবীণ চন্দ্ৰ দাস আৰু ড° ভৃগুমোহন গোস্বামী। আউনীআটীয়সত্ৰৰ ডেকা সত্ৰাধিকাৰ মাননীয় শ্ৰীযুত পীতাম্বৰদেৱ গোস্বামীদেৱে। ছাৰৰ বিশেষ যত্ন আৰু চেষ্টাৰ ফলত সত্ৰীয়া পৰিবেশ আৰু পৰম্পৰা খৰ্ব নকৰাকৈ বি এ. আৰু অসমীয়া বিষয়ত এম এ পাছ কৰিবলৈ সক্ষম হয়। অৱশ্যে এই সন্দৰ্ভত ৺ ভৃগুমোহন গোস্বামীৰো ভূমিকা নোহোৱা নহয়। সেইবাবে আউনীআটীযসত্ৰত ড° শৰ্মাছাৰৰ জনপ্ৰিয়তা আৰু সন্মান অতিকৈ বাঢ়িল। যথাসময়ত আমি যোৰহাটস্থ অসম সাহিত্য সভাৰ কাৰ্য্যালয়ত উপস্থিত হৈ ছাৰৰ যহত গা-পা ধুই নিমাতি ঘাটলৈ যাত্ৰা কৰিলো। ফেৰীত ব্ৰহ্মপুত্ৰ পাৰ হলো। আমাৰ বাবে আউনীআটীয় সত্ৰৰ ফালৰ পৰা টেক্সী এখন পঠিয়াই দিছিল। মাজুলীৰ এনে এখন ঠাই নাই য'ত ছাৰৰ ছাত্ৰ নাই বা চিনাকি বন্ধু নাই। ছাৰৰ লগত আমি গড়মূৰ সত্ৰ, কমলাবাৰী সত্ৰ আদি কেইবাখনো সত্ৰলৈ গৈছিলো। দিনে-ৰাতিয়ে আমি ক্ষেত্ৰ সমল সংগ্ৰহ কৰিছিলো। ৰাস, নাম, দিহা, ওজাপালি, ভাওন', পুতলা ভাওনা আদি পৰিবেশ্য কলা উপভোগ কৰাৰ উপৰিও আউনীআটীয় সত্ৰৰ সম্পদৰাজি আৰু পুথিভঁড়ালটো পাত্-পাত্কৈ চাইছিলো। ছাৰে গৱেষক ছাত্ৰৰদৰে সকলোবোৰ টুকি গৈছিল আৰু মাজে মাজে বিভিন্ন বিষয়ৰ পৰিচয়মূলক বৰ্ণনাও আমাৰ জ্ঞাতাৰ্থে দিছিল।

ছাৰৰ লগত ভাৰতৰ বিভিন্ন স্থানলৈও গৈছিলো—ইলোৰা অজন্তা, ঔৰংগবাদ বাংগালোৰ, পুনা, বোম্বাই, জয়পুৰ, উদয়পুৰ চিতোৰ আদিলৈ। ছাৰৰ স্থান দৰ্শনৰ উদ্দেশ্য আছিল নতুন সৃষ্টি সেইবাবে গাইডক সুধিমেলি সকলো কথা টুকি লোৱাৰ উপৰি ফটোও লৈছিল। ইয়াৰ দক্ষিণ-ভাৰত ভ্ৰমণৰ ফলশ্ৰুতিত সৃষ্টি হৈছিল "কাবেৰীৰ পাৰে পাৰে' শীৰ্ষক উপন্যাসোপম ভ্ৰমণ কাহিনীখনৰ।

ছাৰে আনৰ আনকি তেওঁক শত্ৰু বুলি ভবা জনৰো মংগল কামনা কৰিছিল আৰু আনৰ ভাল খবৰ পালে তেওঁ লাভ কৰিছিল বিপুল আনন্দ। তেওঁৰ চিনাকী বন্ধু বা ছাত্ৰ-ছাত্ৰীৰ ভিতৰৰ কোনোবা এজনে পৰীক্ষাত প্ৰথম শ্ৰেণী লাভ কৰিলে অথবা পি এইচ ডি ডিগ্ৰী লাভ কৰিলে তেওঁ যিকোনো প্ৰকাৰে ঘৰলৈ গৈ হলেও শুভেচ্ছা জনাই পৰম আনন্দ লাভ কৰিছিল। আনৰ সুখত ইমান আনন্দ লাভ কৰিব পৰা আন দ্বিতীয়জন ব্যক্তি আছে নে নাই সন্দেহ। ছাত্ৰ ছাত্ৰীৰ ওচৰত তেওঁ নিয়ত ভাৱে অধিকাৰ সাব্যস্ত কৰিব পাৰিছিল।

বন্ধুপ্ৰীতি শৰ্মা ছাৰৰ আন এটি অনমুকৰণীয় গুণ আছিল। তেওঁৰ বন্ধুও আছিল অনেক। বহুতৰ বন্ধু আকৌ বিশেষ এটা গোষ্ঠী বা দলৰ মাজত সীমিত, কিন্তু ছাৰৰ ক্ষেত্ৰত তেনে ধৰণৰ সংৰক্ষণ নাছিল। কোনোবাই তেওঁক বেয়াকৈ কলে অথবা ভৰ্ৎসনা কৰিবলৈ প্ৰায়াস কৰা বিলাককো ছাৰে নিৰস্ত্ৰ কৰিছিল: "আপোনাৰ নিন্দাবাণী বা তিৰস্কাৰ মোৰ প্ৰাপ্য নহয়, আপোনাৰ ভৰ্ৎসনা মই গ্ৰহণ কৰা নাই, গতিকে এইক্ষেত্ৰত মোৰ কোনো প্ৰতিক্ৰিয়া নাই।"

অনেক পণ্ডিত বা সমালোচক আছে যিসকলে তেওঁৰ সমসাময়িক কোনোবাই অথবা কোনো ছাত্ৰই কিবা এখন পুথি লিখিলে দলিয়াই পেলাব খোজে, কিন্তু হেমন্ত শৰ্মাছাৰ এই ক্ষেত্ৰত আছিল এক ব্যতিক্ৰম। তেওঁ সকলো শ্ৰেণীৰ লোকৰ সৃষ্টিমূলক নিৰ্মিতিক প্ৰশংসা কৰিছিল আৰু উৎসাহ প্ৰদান কৰিছিল।

পৰনিন্দা, লোকৰ কুৎসা ৰটনা অথবা আনৰ চৰিত্ৰ হনন কৰি অনেক শিক্ষিত লোকে কৃতকৃত্যবোধ কৰে। এনে দোষ ছাৰৰ চাৰিত্ৰিক বৈশিষ্ট্যত কোনো দিনে দেখা নগৈছিল। আনকি তেওঁৰ পিছত নিন্দা কৰা সকলৰ প্ৰসংগতো তেওঁ কৈছিল:

"তেওঁ বেছিকৈ কথা কয়। তেওঁ এইবোৰ এৰি কামত ধৰিলে (লিখা পঢ়াত) ভাল কাম কৰিব পাৰিব।" ছাৰ বৰ ৰসিক আছিল। তেওঁৰ ৰসিকতা বুদ্ধিদীপ্ত বাক বৈদগ্ধ্যৰ ওপৰত নিৰ্ভৰশীল। নিজে প্ৰাণ খুলি হাঁহি আনকো তেওঁৰ পেটৰ নাড়ী ভাল ডাল কৰি হুঁহুৱাব পাৰিছিল।

নতুনৰ প্ৰতি, নজনাৰ প্ৰতি তেওঁৰ আছিল গভীৰ হাবিয়াস। কোনো এটা বিষয়ত পাৰদৰ্শিতা লাভ কৰোতাজনক লগধৰি ছুটা কথা শিকিবলৈ তেওঁ উদগ্ৰ হেপাহ কৰিছিল। নতুন ঠাইলৈ যাবলৈ, সভা-সমিতি, বিশ্বায়তনিক আলোচনা-বিলোচনা, আলোচনা চক্ৰ আদিত তেওঁ ব্যক্তিগত কাম পৰিহাৰ কৰিও যোগ দিছিল। ছাৰে তেওঁৰ লগত সদায় এটা ডায়েৰী ৰাখিছিল। নতুন কথা কিবা পালেই সেই বহীটোত লিখি ৰাখিছিল। তেওঁৰ অনন্ত যাত্ৰাৰ পূৰ্বৰ দিনা উজানবজাৰ এম ছি স্কুলত ৺ৰজনীকান্তদেৱ শৰ্মা দেৱৰ স্মৃতি তৰ্পণ সভা এখন অনুষ্ঠিত হৈছিল। কেইবাজনো প্ৰথিতযশা পণ্ডিতে ৺শৰ্মাদেৱৰ গুণাৱলী কীৰ্ত্তন কৰিছিল। হেমন্ত শৰ্মা ছাৰে লগে লগে সেইবোৰ তেওঁৰ ডায়েৰীত টুকি ৰাখিছিল। সেইখন সভাতেই ছাৰ আৰু মই একেলগে বহি চুকাপ চাহ খাইছিলো। পিছদিনা পুৱাতেই আৰু চাহ খাব নলগীয়া, ডায়েৰী লিখিব নলগা অচিন-অজান দিকচৌ ৰনলৈ তেওঁৰ প্ৰাণপখী উৰি গ'ল। হেমন্ত শৰ্মাৰ আকস্মিক মৃত্যুৰ যন্ত্ৰনাত ব্যথিত হৈ অধ্যাপক উপেন্দ্ৰনাথ শৰ্মাছাৰে মোক কৈছিল "অসমীয়া সাহিত্যৰ এক অপূৰণীয় ক্ষতি হ'ল।"

হেমন্ত শৰ্মাছাৰৰ প্ৰতিভাই বিকাশ লাভ কৰিছে, কিন্তু পৰিণতি লাভ কৰিব নোৱাৰিলে নিয়তিৰ অন্ধ নিষ্ঠুৰ বিধানত। ছাৰৰ দৰে integrity সম্পন্ন লোক আমাৰ বৰ্তমান সমাজত

বাস্তবিকতে বিৰল। একমাত্ৰ পুত্ৰৰ অকাল বিয়োগৰ সীমাহীন যন্ত্ৰণাকো অশেষ ধৈৰ্য্য আৰু ধৰিত্ৰী সম সহনশীলতাৰে সহ্য কৰি সাহিত্য চৰ্চ্চাত ব্ৰতী হবলৈ দৃঢ় প্ৰতিজ্ঞাবদ্ধ হোৱা হেমন্ত শৰ্মাছাৰে বিধিলিপিৰ ওচৰত নিসহায় ভাৱে আত্ম বিসৰ্জন দিবলৈ বাধ্য হ'ল, কিন্তু নিয়তি তেওঁক নিচিহ্ন কৰিব নোৱাৰিলে, কাৰণ শ্ৰদ্ধেয় হেমন্ত কুমাৰ শৰ্মাছাৰ কীৰ্ত্তিমান পুৰুষ, কীৰ্ত্তিয়ে তেওঁক সদায় ধৰাধামত অজেয় আৰু অমৰ কৰি ৰাখিব—"কীৰ্ত্তিৰ্যস্য সজীৱতি।"

জয়তু হেমন্তকুমাৰ শৰ্মাছাৰ।

# মৃত্যু বিজয়ী হেমন্ত শৰ্মা

যতীন গোস্বামী

১৯৯২ ৰ সেই নিৰ্মম ১৮ জানুৱাৰীটো তেনেদৰে আহিব বুলি কোনেও ভাবিব পৰা নাছিল। এক অবিশ্বাস্য, এক অভাৱনীয় সৰ্বনশীয় দিনটোৱে কাঢ়ি লৈ গ'ল আমাৰ একাত্ম বন্ধু হেমন্ত শৰ্মাক আমাৰ মাজৰ পৰা। বোধবো হেমন্তৰ আত্মাই কেইদিন-মান আগৰে পৰাই বুজি পাইছিল, আৰু সেই কাৰণেই হব পায় তেওঁ নিজে নিজেই "একেলগে এসাজ খোৱা" কথাৰ প্ৰস্তাৱ দি কেবাজনৰো লগত একেলগে আহাৰ কৰি বোধকৰো মনে মনে বিদায় মাগিব খুজিছিল। আমাকো কৈছিল মাঘ বিহুৰ আগৰ দেওবাৰ এটিত আমাৰ ঘৰত একেলগে ভোজন কৰাৰ কথা। অৱশ্যে কিবা অসুবিধাত সেই তাৰিখটোত পিছুৱাই দি কৈছিল, "ডেকাই ( কনক ডেকা ) উত্তৰ গুৱাহাটীত প্ৰগ্ৰেম কৰিলে, গতিকে এইটো ৰবিবাৰ বাদ দিয়ক, বিহুৰ পিছৰ ৰবিবাৰে হব দিয়ক" বিহুৰ পিছৰ ৰবিবাৰটো আছিল ১৯ জানুৱাৰী, ১৯ জানুৱাৰীটো নাহিল, আহিল সেই সৰ্বনশীয়া ১৮ জানুৱাৰীটো—সেই ১৮ জানুৱাৰীৰ ৰাতিপুৱাটো। নৱগ্ৰহ শ্মশানত সন্ধিয়া আমাৰ শেষ দেখা ( তেওঁ মোক দেখিছিলনে বাৰু, ১৯ জানুৱাৰীৰ আশা দিয়া তাৰিখটোলৈ হেমন্তই মনত পেলাইছিলনে বাৰু ? )

এক প্ৰশান্ত, এক উজ্জ্বল মুখখনি হেমন্তৰ শোঁতা পৰা নাছিল, শুই আছিল ওপৰ-মুৱা হৈ বিশাল আকাশলৈ মুখ কৰি, চকু-যোৰ মুদ খে'ৱা নাছিল—যেন চাই আছিল আমাক সকলোকে, ফুল-মালাৰে আগুৰি থকা সুঠাম দেহাটোৱে যেন এক শৰাসন

মুখাত পৰি আছে, সদাহাস্য মুখখনিয়ে যেন হাঁহি দিব—আকৌ সেই হাঁহি।

অলপ পিছত হেমন্ত চিন্তাত উঠিল আৰু পিছত

আত্মীয়জনৰ কথা বৰ্ণাবলৈ টান। সেইজন হেমন্তই নন্দ তালুকদাৰৰ জীৱনাৰুনৰ করুণ ঘটনাৰ পিছত কৈছিল—আত্মীয়ৰ বিষয়ে বৰ্ণাবলৈ টান, আত্মীয়ৰ প্ৰকৃত ছবিখন চকু আৰু বুকুতহে থাকে—আঁকি দেখুৱাবলৈ টান। সেই কথাশাৰী মৰ্মে মৰ্মে উপলব্ধি কৰিছিলো, কৰি আছো।

হেমন্ত নাছিল সাধাৰণ মানুহ, এটা প্ৰবৃত্তিয়ে হেমন্তক অসাধাৰণ কৰি প্ৰকাশ কৰিছিল। আগবঢ়োৱা জীৱনত কৰি থকা কথোৰ সংগ্ৰামেই তেওঁক বোধকৰো অসহনীয় কথাবোৰকো সহনীয় কৰি তোলাত সহায় কৰিছিল। পুৰি পুৰি উজ্জ্বল হোৱা সেইজন হেমন্তৰ সহনশীলতাৰ নিদৰ্শন অলেখ। একমাত্ৰ পুত্ৰৰ অকাল আৰু আকস্মিক মৃত্যুৰ পিছদিনা লগ পোৱা সকলোৱে ভাবি গৈছিল হেমন্ত শৰ্মা শোকাৰ্ত হৈ পৰি আছে হব পায়। আমিও ভাবিছিলো—কি বুলি সান্ত্বনা দিম তেওঁক। কি বুলি মাত লগাম হেমন্ত শৰ্মাক? কিন্তু কি আচৰিত! হেমন্ত নিৰ্বিকাৰ, তেওঁহে কয়, 'পুত্ৰ আহিছিল—গল, তাৰ পৰলোকৰ শান্তিয়েই আমাৰ শান্তি। দুখ কৰি তাৰ আত্মাটোক কষ্ট দিওঁ কিয়?"

তাৰে অলপদিন পিছতে দ্বিতীয়জনী কন্যাৰ বিয়া। এটা শোকাবহ ঘটনা ঘটি যোৱাৰ পিছত যিসকল বন্ধু বান্ধৱে বিয়া খাবলৈ নগ'ল তেওঁলোককহে হেমন্তই ক'লে, "মই পিতাকটো হৈ শোক নকৰি থাকি ছোৱালীৰ বিয়া পাতিব পাৰিলো—আপোনা-লোক আকৌ নাহিব কিয়? মোৰ পুত্ৰৰ সমবয়সীসকলেই মোৰ পুত্ৰ, সেইসকলৰেই ভগ্নী, মোৰ কন্যা, তাইৰ বিয়াত সেইসকল

পুত্ৰই খাটিলে, সেইসকল ল'ৰা আৰু মোৰ ছাত্ৰসকলৰ মাজতে জীয়াই আছে মোৰ পুত্ৰ অজন। মই মহানন্দে সিসকলৰ সহযোগতে কৰিলো কন্যাদান। এই আনন্দৰ সমভাগী আপোনালোকো হোৱা হৈছেন।"

কোনোবাখন যদি হেমন্ত আছে, হেমন্ত এতিয়া তাতেই আছে—থাকিব। সেইখন স্বৰ্গক পৰাই দেখি আছে হেমন্তই আমাক। স্বৰ্গখন যদি তাত নাই, আৰু স্বৰ্গখন যদি নামি আহি মনে মনে এইখন পৃথিৱীতে বিলীন হৈ গ'ল তেনেহলে হেমন্তও আছে এইখন পৃথিৱীতে কৰবাত আমি দেখা পোৱা পৃথিৱীৰ বায়ুমণ্ডলত, আমি দেখা পোৱা পৃথিৱীত পৰা চন্দ্ৰ সূৰ্য্যৰ পোহৰৰ মাজত, আমি শুনি থকা শব্দতৰঙ্গৰ মাজত বিলীন হৈ আছে তেওঁৰ মধুৰ বচনবোৰ, তেওঁৰ হাঁহিৰ খলকনিবোৰ, আৰু পুৰুষসুলভ বেগী পদধ্বনিবোৰে সোমাই আছে—তেওঁ যোৱা নাই, বিচৰণ কৰি আছে আমাৰ মাজতে, আমাৰ হিয়'ৰ স্পন্দন-ধ্বনিত হেমন্তৰ নেদেখা হিয়াৰ স্পন্দন ধ্বনি একাকাৰ হৈ আছে কাৰণে আমি মাত্ৰ কোনটো কাৰ ধৰিব নোৱাৰা হৈ পৰিলো।

# ডঃ হেমন্তকুমাৰ শৰ্মাৰ স্মৃতিৰেখা

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য

অধ্যাপক ডক্টৰ হেমন্ত কুমাৰ শৰ্মাৰ ১৯৯২ চনৰ ৩০ৰ জানুৱাৰীত অকাল তথা আকস্মিক বিয়োগে আমাৰ মনত যি গভীৰ বেদনা বোধৰ সৃষ্টি কৰিছিল সেয়া ক্ৰমে গভীৰতৰ হৈ পৰিছে। কিয়নো অসমৰ শিক্ষা, সাহিত্য, সমাজসেৱা, গৱেষণা আদিৰ ক্ষেত্ৰত প্ৰয়াত শৰ্মাই ইমানবোৰ ভূমিকা গ্ৰহণ কৰিছিল যে সেইবোৰ ভূমিকা পালন কৰিবলৈ যোগ্য লোক সৃষ্টি হবৰ কাৰণে অসম জননীয়ে বহুকাল অপেক্ষা কৰিব লাগিব। কটন কলেজ, গুৱাহাটী বিশ্ববিদ্যালয়, অসম সাহিত্য সভা, অসম চৰকাৰৰ সংগ্ৰহালয়, সন্মিলন সভা, জোনাকী সাহিত্য সমাজ, অসম লেখক সমবায় সমিতি, অসম জনসংস্কৃতি সমাজ, কামৰূপ সাহিত্য পৰিষদ ( সভা ), অসম ভাষা বিজ্ঞান সমিতি, নিখিল ভাৰত প্ৰাচ্য বিদ্যা সম্মিলন আদি বিদ্যায়তনিক অনুষ্ঠান প্ৰতিষ্ঠানৰ সৈতে ঘনিষ্ঠভাবে জড়িত এইজনা লোকৰ প্ৰতিভাৰ প্ৰকৃত মূল্যায়ন কৰিবলৈকে মোৰ অক্ষমতা প্ৰকাশ কৰিছোঁ। বয়সত অনুজ হলেও প্ৰতিভাৰ ক্ষেত্ৰত ডক্টৰ হেমন্তকুমাৰ শৰ্মাৰ বহুমুখিতা, সংগঠন নিপুনতা, কৰ্মদক্ষতা তথা সফলতাৰ উজ্বল নিদৰ্শনবোৰ দেখি গৌৰবান্বিত অনুভৱ কৰিছিলোঁ। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিভিন্ন বিভাগ অধ্যাপনা, গৱেষণা, পুথি ৰচনা আৰু প্ৰকাশন কাৰ্য্যত ডক্টৰ শৰ্মাৰ মূল্যবান অৱদান সমূহৰ লেখ জোখ লবৰ কাৰণে তেওঁৰ ছাত্ৰ-ছাত্ৰী আৰু বন্ধু-বান্ধৱ অনুৰাগী সকলে পৰিকল্পিত আঁচনিৰে কাৰ্য্য পন্থা হাতত লব বুলি আশা ৰাখিলোঁ।

নলবাৰী গৰ্ডন স্কুলত প্ৰতিষ্ঠাপক শিক্ষকৰূপে ১৯১৭ চনৰ পৰা নিযুক্ত নাট্যকাৰ শিক্ষাগুৰু ধনেশ্বৰ শৰ্মাদেৱৰ দ্বিতীয় পুত্ৰ হেমন্তকুমাৰ শৰ্মাৰ লগত প্ৰায় আঠৈকুৰি বছৰ জোৰা সান্নিধ্য-আত্মীয়তাৰ স্মৃতিৰেখা প্ৰকাশ কৰিবলৈ ভাষাৰ নাটনি অনুভৱ কৰিছোঁ। নলবাৰী অঞ্চলৰ প্ৰাক-স্বাধীনতা কালৰ পৰিবেশত নলবাৰী গৰ্ডন স্কুলৰ ছাত্ৰাবাসৰ কাষত থকা শিক্ষাগুৰু ধনেশ্বৰ শৰ্মাৰ নিবাসত থাকি পঢ়াশালীয়া শিক্ষা লাভ কৰিবলৈ হেমন্ত কুমাৰ শৰ্মাই যি সুযোগ পাইছিল—তাৰ তেওঁ পূৰ্ণতা সাধন কৰিছিল পৰবৰ্ত্তী জীৱনত অসীম কষ্ট আৰু সহিষ্ণুতাৰ মাজেদি হেমন্ত কুমাৰ-শৰ্মাৰ পিতৃ পুৰুষ শিক্ষাবিদ্‌ নাট্যকাৰ ধনেশ্বৰ শৰ্মাৰ জন্মশতবাৰ্ষিকী উৎসৱ নলবাৰী জিলা সাহিত্য সভাই ১৯৯০ চনৰ তিনি আৰু চাৰি নবেম্বৰত আমাৰ জন্মস্থান দীঘেলী গাৱঁত বৰ আড়ম্বৰ পূৰ্ণভাবে উলহ মালহেৰে পালন কৰিছিল আৰু এই উৎসৱৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰূপে মোক দায়িত্ব ভাৰ দি শিক্ষা গুৰুৰ চৰণত সেৱা কৰিবলৈ স্থানীয় উদযাপন সমিতিয়ে অনুপ্ৰাণিত কৰিছিল। এই উৎসৱত ডক্টৰ হেমন্তকুমাৰ শৰ্মা, তেওঁৰ একমাত্ৰপুত্ৰ অঞ্জন তথা পৰিয়ালৰ ভাই ভনী, জী-জোৱাই সকলৰ সহযোগত বৰ আনন্দৰ পৰিবেশ সৃষ্টি হৈছিল। ৰধ্যাপক ৰজনীকান্ত দেৱশৰ্মা, অধ্যাপক যোগেশ দাস আদি বৰেণ্য পণ্ডিত সুধীৰ উপস্থিতিৰ স্মৃতিৰেখা আজি মোৰ মানস পটত ভাঁহি উঠিছে আৰু অনুজ হেমন্তকুমাৰ শৰ্মাৰ নিষ্ঠা-একাগ্ৰতাৰ কথা ভাবি তেওঁৰ প্ৰতিভাৰ প্ৰতি শ্ৰদ্ধান্বিত হৈ পৰিছোঁ। নাট্যকাৰ ধনেশ্বৰ শৰ্মাদেৱৰ জন্মস্থান পিপলীবাৰী গাওঁ আৰু নলবাৰী, গুৱাহাটীৰ মাজত ত্ৰিবেণী সংগম স্থাপন কৰি—পিপলীবাৰী, নল-বাৰী দীঘেলী, উত্তৰ গুৱাহাটী তথা গুৱাহাটী মহানগৰীত চাৰিটা জন্মশতবাৰ্ষিকী উৎসৱ পালনৰ কাৰণে ড° হেমন্ত কুমাৰ শৰ্মাৰ

ঐতিহাসিক উদ্যোগ পিতৃ-তৰ্পণৰ চূড়ান্ত নিদৰ্শন হৈ জিলিকি থাকিব। 'কুশুিল কুঁৱৰী' নামৰ ধনেশ্বৰ শৰ্মা ৰচিত পৌৰাণিক পাঁচ অঙ্কীয়া যাত্ৰাভিনয় উপযোগী নাটখন গুৱাহাটী মহানগৰীত জোনাকী সাহিত্য সমাজৰ উদ্যোগত অনুষ্ঠিত ধনেশ্বৰ শৰ্মা জন্ম শতবাৰ্ষিকীত ১৯৯১ চনৰ ১০ আগষ্ট তাৰিখে উন্মোচিত হয়।

'কুশুিল কুঁৱৰীৰ'ৰ নিবেদনত একমাত্ৰ পুত্ৰ অঞ্জনৰ অকাল বিয়োগৰ বিষয়ে স্থিতপ্ৰজ্ঞৰ দৰে ডক্টৰ হেমন্ত কুমাৰ শৰ্মাই সংযত করুণ বেদনা প্ৰকাশ কৰিছে —"আমাৰ একমাত্ৰ পুত্ৰ অঞ্জনেও নাটকখন সোনকালে প্ৰকাশ হৈ ওলোৱাৰ কাৰণে প্ৰেৰক তাগিদা দিছিল আৰু প্ৰুফ চাই আমাৰ কাম পাতলাইছিল, কিন্তু ভগৱানে তেওঁক সম্পূৰ্ণ ছপা কিতাপখন চাবলৈ নিদিলে, যোৱা ৪ ফেব্ৰুৱাৰী ১৯৯১ ইং তাৰিখে আমাৰ মাজৰ পৰা লৈ গ'ল। স্বৰ্গৰ পৰাই তেওঁৰ আত্মাই কিতাপখন চাব বুলি ভাবি সান্ত্বনা লভিবলৈ যত্ন কৰিছোঁ।" হেমন্ত কুমাৰ শৰ্মাৰ ইংৰাজী গবেষণা গ্ৰন্থখন ১৯৯২ চনৰ জানুৱাৰী মাহত প্ৰকাশিত হয় আৰু এই গ্ৰন্থখন ছুশ আশী টকা দি গুৱাহাটী গ্ৰন্থ মেলাৰ পৰা কিনি নি গবেষণা গুৰু ডক্টৰ শ্ৰীযুত মহেশ্বৰ নেওগক উপহাৰ দি গুৰু ভক্তিৰ পৰিচয় দিছিল। অসমীয়া সাহিত্যৰ সমালোচনাত্মক পুথি, গল্প, ভ্ৰমণ কাহিনী, তাত্ত্বিক প্ৰবন্ধ আৰু বিবিধ ৰচনাৰে হেমন্তকুমাৰ শৰ্মাই ব্যাপক বৰঙণি আগবঢ়াই গৈছে আৰু এইবোৰ ৰচনাৰ পূৰ্ণাঙ্গ সংকলন প্ৰকাশ, আলোচনা বিলোচনা, গবেষণাৰ বিস্তৃত পথ মুকলি হৈয়ে আছে।

সভা-সমিতি, ঘৰে-পৰে, অতিশয় মধুৰ, সদালাপী, হাস্যৰসিক শৰ্মাৰ বিষয়ে নানা স্মৃতি কথা তেওঁৰ বন্ধু-বান্ধৱ, সতীৰ্থ সকলে জানে। নিখিল ভাৰত প্ৰাচ্য সন্মিলনৰ কুৰুক্ষেত্ৰ অধিবেশন, পুনা, ধাৰৱাৰ আদি অধিবেশনত অসমৰ পৰা যোগদান কৰা প্ৰতি-

নিধিসকলৰ লৈতে ডক্টৰ হেমন্ত কুমাৰ ' ড° নন্দ তালুকদাৰ, শৰ্মা
ড' নিশিপদ চৌধুৰী, অধ্যাপক কনকচন্দ্ৰ ডেকা, ডক্টৰ প্ৰতাপ
চন্দ্ৰ চৌধুৰী, অধ্যাপক কমলেশ্বৰ শৰ্মা, ড° প্ৰফুল্লদত্ত গোস্বামী,
অধ্যাপক দুৰ্গেশ্বৰ শৰ্মা, ড° ভগৱান মৰল, শ্ৰীৰমেশ চন্দ্ৰ কলিতা
আদিৰ ছবিবোৰ মোৰ মানস পটত সততে উদয় হয়। প্ৰয়াত
শৰ্মাৰ দাদা' আৰু 'বৌ' সম্বোধনে আমাৰ চানমাৰিৰ নৱগিৰিৰ
ঘৰত ধ্বনিত-প্ৰতিধ্বনিত হৈ থকা যেন লাগে। আজি প্ৰায়
এবছৰে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ পাঠ্যক্ৰম সমিতি
কটন কলেজৰ অসমীয়া বিভাগ তথা অসমীয়া সাহিত্য চ ৰা,
অসম সাহিত্য সভা, কামৰূপ সাহিত্য সভা, কামৰূপ অনুসন্ধান
সমিতি, অসম চৰকাৰৰ সংগ্ৰাহালয়, সবিতা সভা, অসম লেখক
সমবায় সমিতি আদি বিবিধ অনুষ্ঠানৰ কাৰ্য্য-কলাপৰ ক্ষেত্ৰত
প্ৰয়াত ড° শৰ্মাৰ শাৰীৰিক অনুপস্থিতিয়ে তেওঁৰ বিশাল প্ৰতিভাৰ
প্ৰতি মোৰ মনৰ দিগন্ত বিস্তাৰ কৰিব ধৰিছে। ব্যক্তিত্বকৈ
অনুষ্ঠান ডাঙৰ আৰু প্ৰয়াত শৰ্মাই বহুতো অনুষ্ঠানত নিজকে
জড়িত কৰি আদৰ্শ পুৰুষ ৰূপে খ্যাতি এৰি গৈছে। অধ্যাপক
শ্ৰীমান কনকচন্দ্ৰ ডেকাৰ সম্পাদনাত ড° হেমন্ত কুমাৰ শৰ্মাৰ আদ্য-
শ্ৰাদ্ধ উপলক্ষে ১৯৯২ চনৰ ২৮ জানুৱাৰীত প্ৰকাশিত 'অশ্ৰু-অঞ্জলি'
পুথিখনে শৰ্মাৰ মহান প্ৰতিভাৰ আংশিক হলেও জিলিঙনি দাঙি
ধৰিছে। 'কীৰ্তিমান লোক সদায়ে জীয়াই থাকিব'—এই আপ্ত
বাক্য সুঁৱৰি ড হেমন্ত কুমাৰ শৰ্মাৰ বহুমুখী প্ৰতিভাৰ যাতে
ক্ৰমশ চৰ্চা হয় আৰু তেওঁৰ ছাত্ৰ-ছাত্ৰী, গুণমুগ্ধ সকলে অসম তথা
ভাৰতীয় গণৰাজ্যৰ বিদ্যায়তনিক সমাজত ভাষা সাহিত্য-সংস্কৃতি
আদিৰ উন্নয়নত মনে-প্ৰাণে অবিৰত [illegible] তাকে অন্তৰেৰে
কামনা কৰিছোঁ।

ডক্টৰ হেমন্ত কুমাৰ শৰ্মাই নলবাৰীৰ [illegible] গাঁৱত উপজি

পিতৃ-পুৰুষৰ প্ৰেৰণাত শিক্ষা আৰম্ভ কৰি যিদৰে অধ্যৱসায়, দৃঢ়তা, ন্যায়নিষ্ঠা আৰু উদ্যমৰ জৰিয়তে সুপুৰুষজনে জীৱন গঢ় দি গ'ল আৰু অসম তথা ভাৰতৰ বিদ্যায়তনিক সমাজত বিস্তৃত অৱদান আগবঢ়ালে, সেই কথা স্মৰণ কৰি শ্ৰদ্ধাত মোৰ হৃদয় অভিভূত হৈছে। মোৰ অনুজ গুৰুপুত্ৰ বুলি ডক্টৰ হেমন্ত কুমাৰ শৰ্মাৰ অকাল বিয়োগত অন্তৰত বিষম আঘাত পালেও—তেওঁৰ মহান কীৰ্ত্তি আৰু বিদ্যাৰত প্ৰতিভাৰ স্মৃতিৰেখাবোৰে অসম তথা ভাৰত-বৰ্ষৰ জন মানস আলোকিত কৰি থাকিব বুলি দৃঢ় বিশ্বাস উপজিছে জয়তু ড° হেমন্ত কুমাৰ শৰ্মা।

———

## হেমন্তকুমাৰ শৰ্ম্মাৰ চাৰিত্ৰিক বিশেষত্ব

দুৰ্গেশ্বৰ শৰ্ম্মা

১৯৯১ চন। ডিচেম্বৰ মাহ। যোৱাৰ কথা আছিল দিল্লীলৈ। নগ'লো। গলোগৈ ডিব্ৰুলৈ। হেমন্ত গ'ল দিল্লীলৈ। ঘূৰি আহি কলে "শৰ্মা মই মৰিম নেকি? মাজে মাজে এনেকুৱা ভাৱ হয় দেখোন"। প্ৰিয় বন্ধু শৰ্মাৰ এই কথাই আজিও মোৰ কলিজা কালি চুৰ্ণ-বিচুৰ্ণ কৰে। সচাকৈয় তেওঁ গলগৈ। এক মাত্ৰ পুত্ৰ সন্তান অঞ্জন কুমাৰ শৰ্মাৰ মৃত্যুৰ আঘাত তেওঁ সহ্য কৰিব পৰা নাছিল। সেই আঘাতে তেওঁক এফালৰ পৰা দগ্ধ কৰিছিল আৰু তাৰ ফলস্বৰূপে হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হোৱাত আকস্মিক ভাৱে তেওঁৰ দেহান্তৰ হ'ল।

হেমন্ত শৰ্মা নিজে গঢ়া মানুহ। স্নাতক শ্ৰেণীত পঢ়ি থাকোতে দেউতাকক হেৰুৱায় অ'ত ত'ত চাকৰি কৰি শিক্ষা লাভ কৰে। আনকি স্নাতকোত্তৰ শ্ৰেণীত পঢ়ি থাকোতে তেওঁ গুৱাহাটীৰ জিলা পুথি ভঁড়ালত গ্ৰন্থাগাৰিক হিচাপে চাকৰি কৰিছিল। অথচ স্নাতকোত্তৰ মহলাৰ চূড়ান্ত পৰীক্ষাত সেইবাৰ তেওঁ দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰিছিল। সেই বছৰ প্ৰথম শ্ৰেণী কোনেও পোৱা নাছিল। হেমন্ত শৰ্মাৰ লিখাত বৰ্ণাশুদ্ধি নথকাত এবাৰ আমাৰ শিক্ষাগুৰু অধ্যাপক বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে কৈছিল" হেমন্তই অসমীয়া শুদ্ধকৈ লিখিব পাৰে। যত্ন কৰিলে তেওঁ ভবিষ্যতে পাণ্ডিত্য আৰ্জন কৰিব পাৰিব'। সচাঁকৈয়ে পৰৱৰ্ত্তী জীৱনত হেমন্তই পণ্ডিতৰূপে অসমীয়া সমাজত পৰিচিত হ'ল। সংস্কৃত জনা কাৰণে হেমন্তই শুদ্ধ অসমীয়া লিখিব পাৰিছিল।

তেওঁৰ হস্তৰেখা আৰু জ্যোতিষ বিদ্যাতো জ্ঞান আছিল। মাধ্যমিক বিদ্যালয়ত পঢ়ি থাকোতে তেওঁ সমান্তৰাল ভাৱে সংস্কৃত টোল আৰু জোতিষ চৰ্চ্চা কেন্দ্ৰতো অধ্যয়ন কৰিছিল।

শৃঙ্খলা, নিয়মানুবৰ্ত্তিতা আৰু সময় নিষ্ঠা তেওঁ একান্তভাবে পালন কৰিছিল আৰু সেই কাৰণে বোধহয় সাতাৱন্ন বছৰীয়া জীৱন কালতে তেওঁ পঞ্চাশ খনৰো অধিক গ্ৰন্থ লিখিব পাৰিছিল গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰিছিল, অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হিচাপে অপূৰ্ব কৰ্ম আৰু সাংগঠনিক শক্তিৰ পৰিচয় দিব পাৰিছিল আৰু গুৱাহাটীৰ নিচিনা মহানগৰীত নিজৰ ব্যৱহাৰৰ বাবে ঘৰ-মাটি কৰিব পাৰিচিল। তেওঁৰ কৰ্ম শক্তিৰ প্ৰশংসা কৰি সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকাই কৈছিল "হেমন্তক দায়িত্ব দিয়ক আৰু আপুনি নিশ্চিন্ত থাকক। তেওঁ দায়িত্ব নিষ্ঠাৰে পালন কৰিব। তেওঁ অতি বিশ্বাসযোগ্য লোক। ৰাজহুৱা অনুষ্ঠানৰ এটা ফুটাকড়িও তেওঁ অনাহকত খৰচ নকৰে।"

নিমন্ত্ৰিত সকলো সভা-সমিতিতে তেওঁ সময়মতে উপস্থিত হৈছিল আৰু বক্তাসকলৰ বহুমূলীয়া কথাসমূহ এটা বহীত টুকি ৰাখিছিল। এয়ে তেওঁৰ জ্ঞানৰ পৰিধিৰ দিগন্ত সংপ্ৰসাৰিত কৰিছিল বুলি ভাবিব পাৰি।

শৰ্মা প্ৰকৃত অৰ্থত বিপ্লৱী আছিল। কৰ্মৰ মাজেৰে তেওঁৰ বিপ্লৱৰ সুৰ প্ৰতিধ্বনিত হৈছিল। ব্যক্তিগত জীৱনৰ দৈন্যক ধূলিত লুটিয়াই দি আৰ্থিক স্বচ্ছলতা সামান্যভাৱে হলেও তেওঁ লাভ কৰিছিল। পাঠ্যপুথি নিৰ্বাচন সমিতিৰ সদস্য হিচাপে গ্ৰন্থ-কাৰৰ ওপৰত প্ৰাধান্য নিদি তেওঁ প্ৰগতিশীল মনৰ পৰিচয় দিছিল। তেনেদৰে গ্ৰন্থাগাৰৰ 'গ্ৰন্থ সমিতিৰ' সদস্য হিচাপেও কেৱল প্ৰতিষ্ঠিত সাহিত্যিকৰ গ্ৰন্থক্ৰয়ৰ ওপৰতে প্ৰাধান্য নিদি নতুন লেখক সকলৰ গ্ৰন্থ ক্ৰয়ৰ ওপৰত তেওঁ গুৰুত্ব দিছিল।

পৰীক্ষা পৰিচালন বিষয়া হিচাপেও পৰীক্ষাত অসৎ উপায় অৱলম্বন কৰা পৰীক্ষাৰ্থীক বহিষ্কাৰ কৰাতকৈ অসৎ উপায় যাতে অৱলম্বন কৰিব নোৱাৰে তাৰ ওপৰতহে তেওঁ প্ৰাধান্য দিছিল।

তেওঁ অতি ধৰ্ম পৰায়ণ ব্যক্তি আছিল, ইশ্বৰ অথবা সত্যৰ ওপৰত তেওঁ গভীৰভাৱে বিশ্বাস কৰিছিল। ৰাতিপুৱা শুই উঠিয়েই তেওঁ ঈশ্বৰক প্ৰাৰ্থনা জনাইছিল। শাক্ত, শৈৱ আৰু বৈষ্ণৱসকলৰ ধৰ্মৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আছিল অপৰিসীম। আনকি খৃষ্টধৰ্ম আৰু ইচলাম ধৰ্মৰ প্ৰতিও তেওঁৰ শ্ৰদ্ধা আছিল। ভৰলুপাৰৰ মাজাৰত তেওঁ মমবাতি অৰ্পণ কৰি অন্তৰৰ শ্ৰদ্ধা নিবেদন কৰিছিল আৰু পান বজাৰৰ গীৰ্জাৰ সম্মুখত থিয়দি যীশুখৃষ্টৰ প্ৰতি প্ৰাৰ্থনা জনাইছিল। তেওঁৰ দৃষ্টিত এক পৰম সত্যক উপলব্ধিৰ বাবে ধৰ্ম হৈছে বিভিন্ন পন্থা মাত্ৰ। ধৰ্মৰ নামত ঈৰ্ষা, বিদ্বেষক প্ৰশ্ৰয় দিয়া অজ্ঞতাৰে পৰিচায়ক।

তেওঁ অধ্যয়নশীল ব্যক্তি আছিল। ৰাশিয়ে ৰাশিয়ে গ্ৰন্থ অধ্যয়ন কৰি তেওঁ পৰম গৌৰৱ আৰু আনন্দ অনুভৱ কৰিছিল। গাঠিৰ ধন খৰচ কৰি তেওঁ গ্ৰন্থ কিনিছিল আৰু কেবাহেজাৰ গ্ৰন্থৰ তেওঁৰ এটি ব্যক্তিগত পুথিভৰালো আছিল। কলিকতা, বেনাৰস, দিল্লী—য লৈকে তেওঁ গৈছিল, বহু সংখ্যক কিতাপ কিনি ঘৰলৈ আনিছিল।

তেওঁক পঢ়ুৱা শিক্ষকসকলৰ প্ৰতি তেওঁৰ আছিল অসীম শ্ৰদ্ধা। প্ৰয়াত অধ্যাপক বিৰিঞ্চি কুমাৰ বৰুৱাৰ মুখলৈ চাই ফেকুৰি-ফেকুৰি কন্দা মই নিজ চকুৰে দেখিছিলো। ড মহেশ্বৰ নেওগ আৰু ড সত্যেন্দ্ৰনাথ শৰ্মাৰ অসুখৰ বতৰা পালেই তেওঁ তেখেতসকলৰ ঘৰত উপস্থিত হৈ খা-খবৰ কৰিছিল। মৃত্যুৰ কেইদিন আগেয়ে ড° নেওগক সাক্ষাৎ কৰি তেওঁৰ প্ৰকাশিত গৱেষণা গ্ৰন্থখন অৰ্পণ কৰিছিল। পিছত শৰ্মাৰ মৃত্যুত ড° নেওগে লিখিছিল "হেমন্তৰ

মৃত্যু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি আৰু অসম সাহিত্য সভাৰ কাৰণে এক অপূৰণীয় ক্ষতি। আজি কেইদিনমান আগেয়ে তেওঁৰ প্ৰকাশিত গৱেষণা গ্ৰন্থখনি মোক দান কৰি গুৰু ঋণ পৰিশোধ কৰি গৈছে।" প্ৰসঙ্গক্ৰমে স্মৰণযোগ্য হেমন্তকুমাৰ শৰ্ম্মাই ড° নেওগৰ অধীনত গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰিছিল। আনকি পাঠশালা আৰু মাধ্যমিক পৰ্য্যায়ৰ তেওঁৰ শিক্ষকসকলৰ কথাও তেওঁ পৰম শ্ৰদ্ধাৰে সোঁৱৰণ কৰিছিল আৰু তেখেতসকলৰ বহুমুখী প্ৰতিভাৰ কথা প্ৰায়ে আলোচনাৰ মাজলৈ আনিছিল।

কৃতি আৰু বিচক্ষণ অধ্যাপক হিচাপেও তেওঁ ছাত্ৰ-ছাত্ৰীসকলৰ মাজত জনপ্ৰিয়তা অৰ্জ্জন কৰিছিল। আৰ্যবিদ্যাপীঠ কলেজ এৰি অহাৰ সময়ত আৰ্যবিদ্যাপীঠ কলেজৰ অসমীয়া বিভাগৰ দ্বাৰা অনুষ্ঠিত বিদায় সভাত ভাষণ দিওতে বিশিষ্ট পণ্ডিত ৰজনীকান্ত দেৱ শৰ্ম্মাই কৈছিল "হেমন্তই সকলো কথা খৰচি মাৰি শিকিবলৈ যত্ন কৰিছিল আৰু সেই বাবেই তেওঁ শিক্ষক হিচাপে সফলতা লাভ কৰিছে। নজনা কথা জানি শুনি লৈহে ছাত্ৰ ছাত্ৰীক শিকাইছিল আৰু সেইবাবেই তেওঁ ছাত্ৰ ছাত্ৰীৰ পৰা সন্মান আৰু শ্ৰদ্ধা লাভ কৰিবলৈ সমৰ্থ হৈছিল। নোট দিম দিম বুলি ছাত্ৰ-ছাত্ৰীসকলক প্ৰবঞ্চনা কৰিবলৈ তেওঁ টান পাইছিল। তেওঁৰ ভাগত পৰা পাঠ্যক্ৰম শেষ কৰিব নোৱাৰিলে মনত আঘাত পাইছিল।"

অতিপাত গৰম আহক কিম্বা শীত পৰক অথবা বতাহ-বৰষুণেই দিয়ক একোৱে তেওঁৰ কৰ্ত্তব্য পালনত হেঙাৰ দিব নোৱাৰে। হেজাৰ বাধা নেওচি হলেও তেওঁ ক্লাছ লবই। ছাত্ৰ ছাত্ৰীক নপঢ়ুৱাকৈ দৰমহা খোৱাটো এক অক্ষমনীয় অপৰাধ বুলি তেওঁ গণ্য কৰিছিল। ধৈৰ্য্য সহকাৰে আৰু নিষ্ঠাৰে পৰীক্ষাৰ কামো তেওঁ কৰিছিল। তেওঁৰ ধাৰণা আছিল—বিৰক্তিকৰ বাবেই পৰীক্ষাৰ কাম নকৰি শিক্ষকে টকাৰ বাবে আন বৃত্তি লব নালাগে। পৰীক্ষাৰ কাম

নকৰা শিক্ষকে শিক্ষক হিচাপে পূৰ্ণতা লাভ কৰিব নোৱাৰে বুলি তেওঁৰ দৃঢ় বিশ্বাস আছিল। মৃত্যুৰ আগমুহূৰ্ত্তলৈ তেওঁ নিষ্ঠাৰে পৰীক্ষাৰ বিভিন্ন পৰ্য্যায়ৰ কাম কৰিছিল। অধ্যাপক হিচাপে তেওঁৰ বিচক্ষণতাৰ স্মৰণ কৰি তেওঁৰ পুৰণি ছাত্ৰ গুৱাহটী বিশ্ববিদ্যালয় লোকসংস্কৃতি বিভাগৰ অধ্যাপক ড° নবীনচন্দ্ৰ শৰ্ম্মাই কৈছিল "হেমন্তচাৰৰ পঢ়ুৱা কৌশল দেখি আমি মুগ্ধ হৈছিলো। তেওঁ সকলো কথা খৰচি মাৰি শিকাইছিল। ছাত্ৰ-ছাত্ৰীসকলক দুষ্প্ৰাপ্য গ্ৰন্থ দি সহায় কৰাৰ উপৰিও অভাৱগ্ৰস্ত ছাত্ৰ-ছাত্ৰীক ধন-বিত্তেৰেও সহায় কৰিছিল। শিক্ষাৰ্থীসকলৰ তেওঁ আছিল বিজ্ঞ উপদেষ্টা আৰু নিৰ্ভৰযোগ্য সাৰথি। তেওঁৰ দৰে কৃতী শিক্ষকৰ অধীনত শিক্ষালাভ কৰিবলৈ সুযোগ, সকলো ছাত্ৰ-ছাত্ৰীৰ ভাগ্যত নঘটে।" শিক্ষক হিচাপে লাভ কৰা কৃতিত্ব আৰু গৌৰৱেই ড° শৰ্ম্মাৰ জীৱনৰ পৰম গৌৰৱ আৰু অমূল্য সম্পদ। শিক্ষকৰ কাৰণে মুল্যৱান সম্পদ ইয়াতকৈ আন একো হব নোৱাৰে।

তেওঁ কাকো তোষামোদ নকৰিছিল আৰু তেওঁকো কোনোৱাই তোষামোদ কৰিলে মনত বৰ আঘাত পাইছিল। তেওঁৰ দৃষ্টিত তোষামোদ কৰা আৰু তোষামোদ পালে আত্মহাৰা হোৱা দুৰ্বলতাৰ পৰিচায়ক। তোষামোদে মানুহৰ বিচাৰ শক্তি লোপ কৰে আৰু ব্যক্তিত্ব বিনষ্ট কৰে। তত্ৰাচ তেওঁ আছিল অজাতশত্ৰু। তেওঁ কাৰো বিৰুদ্ধে কু চৰ্চ্চা নকৰিছিল আৰু কোনো তেওঁৰ বিৰুদ্ধে কু চৰ্চ্চা কৰিলেও তাৰ ওপৰত তেওঁ বিন্দুমাত্ৰও গুৰুত্ব নিদিছিল।

অসমীয়া ভাষা-সাহিত্য সংস্কৃতিৰ জগতে অসম সাহিত্য সভাৰ সৰ্ব প্ৰকাৰ উন্নতি সাধন কৰাই তেওঁৰ জীৱনৰ একমাত্ৰ লক্ষ্য আছিল। এই লক্ষ্য সাধনত বাধাত সৃষ্টি কৰিব পৰা কোনো ধৰণৰ পদবীকে তেওঁ গ্ৰহণ কৰিবলৈ সাজু নাছিল। সেই কাৰণে

বোধহয় তেওঁক অযাচিতে দিব খোজা বিদ্যালয় পৰিদৰ্শকৰ চাকৰি আৰু অসম প্ৰকাশন পৰিষদৰ সচিবৰ নিযুক্তি তেওঁ গ্ৰহণ কৰিবলৈ মানসিকভাৱে প্ৰস্তুত হব পৰা নাছিল।

তেওঁ প্ৰাণ খুলি হাঁহিছিল। খুহুতীয়া কথা, আৰু ৰগৰ কৰি তেওঁ আনকো হুহুৱাইছিল। হাহি হাঁহি জীৱনৰ দুখ-দৈন্য আৰু নোপোৱাৰ বেদনা পাহৰি গৈছিল। সাহিত্য সভাৰ কামত পিছপৰা গাঁও অঞ্চললৈ অথবা পাৰ্ব্বত্য এলেকালৈ গলে ধান খেৰৰ ওপৰত শুইছিল নদী অথবা নিজৰাত স্নান কৰিছিল, পুঠি মাছ আৰু পচলাৰ খাৰ খাইছিল। স্থানীয় মানুহৰ জীৱন ধাৰাৰ লগত সম্পূৰ্ণ এক হৈ পৰাত মানুহে তেওঁক আপোন জ্ঞান কৰিছিল। এবাৰ সাহিত্য সভাৰ কামত উত্তৰ জামুগুৰিৰ দানপতি ডেকাৰ ঘৰত আলহি হৈ থাকোতে ডেকাই মাছ মাংসৰ যোগাৰ কৰাৰ সম্ভেদ পোৱাত ড শৰ্ম্মাই গৃহস্থ ডেকাক মাছ-মঙহৰ ব্যৱস্থা নকৰি মাটি-মাহৰ দাইল আৰু কলা মাহ বটাবহে ব্যৱস্থা কৰিবলৈ অনুৰোধ জনাইছিল। আলহিৰ ভোজন তালিকা দেখি ডেকাই তবধ মানিছিল। এইজনেই আছিল সাহিত্য সভাৰ একনিষ্ঠ সেৱক ড° হেমন্তকুমাৰ শৰ্ম্মা যাৰ অসমীয়া জীৱন ধাৰাৰ ওপৰত গভীৰ শ্ৰদ্ধা আছিল। তেওঁৰ চৰিত্ৰত কোনো ধৰণৰ দাম্ভিকতা, অস্বাভাবিকতা আৰু ভণ্ডামি নাছিল। সহজ সৰল জীৱন ধাৰণ আৰু উচ্চচিন্তা আছিল তেওঁৰ জীৱনৰ এক-মাত্ৰ লক্ষ্য। এনে চিন্তাই তেওঁৰ জীৱন মহিমান্বিত কৰিছে।

# গৱেষক অধ্যাপক হেমন্তকুমাৰ শৰ্মা

ড° বাণীকান্ত শৰ্মা

১৯৯২ খ্ৰীষ্টাব্দৰ ১৮ জানুৱাৰীত অধ্যাপক হেমন্তকুমাৰ শৰ্মাদেৱৰ লোকান্তৰ ঘটাৰ কেইদিনমান আগতেই তেওঁৰ Socio-Religious Life of the Assamese Hindus—(অসমীয়া হিন্দু-সকলৰ ধৰ্ম আৰু জীৱন) নামৰ গ্ৰন্থখন প্ৰকাশিত হয়। এই গ্ৰন্থখন অধ্যাপক শৰ্মাদেৱৰ পি এইচ ডি উপাধিৰ কাৰণে প্ৰস্তুত কৰা 'The Fasts and festivals in the District of Kamrup' (কামৰূপ জিলাৰ ব্ৰত আৰু উৎসৱ) শীৰ্ষক গ্ৰন্থখনৰ আধাৰত অবিৰতভাৱে চলোৱা পুঙ্খানুপুঙ্খ বিচাৰ বিশ্লেষণৰ পৰিণতি স্বৰূপে পাঠক সমাজে লাভ কৰিছে। গ্ৰন্থখন পাঠকসকলে কিদৰে বিচাৰ কৰে তাক চাবলৈ অধ্যাপক শৰ্মাদেৱ মৰ জগতত বৈ নাথাকিল।

প্ৰকাশিত গ্ৰন্থখন ইংৰাজী ভাষাত বিৰচিত হোৱা হেতুকে প্ৰাচ্যৰ ধৰ্ম আৰু সমাজ জীৱনৰ বিভিন্ন দিশ সম্পৰ্কে ভাৰত তথা বহিৰ্জগতৰ অনুসন্ধিৎসু আৰু জিজ্ঞাসুসকলে ইতিমধ্যে লাভ কৰা প্ৰাচ্যৰ ধৰ্ম-সমাজ সংস্কৃতিৰ জ্ঞানৰ পৰিপূৰক হ'ব বুলি কলে বোধহয় অত্যুক্তি কৰা নহ'ব।

গৱেষণাৰ প্ৰধান উদ্দেশ্য হ'ল জ্ঞান জগতৰ অনুদ্‌ঘাটিত দিশত আলোকপাত কৰি বিজ্ঞানসন্মত বিচাৰ বুদ্ধিৰে সন্দেহাতীতভাৱে সত্যত উপনীত হোৱা। বিশ্ববিশ্ৰুত বৈয়াকৰণ মহামুনি পাণিনিয়ে তেওঁৰ প্ৰখ্যাত গ্ৰন্থ 'ধাতুপাঠ' ত /গৱেষ নামৰ এটি ধাতুৰ উল্লেখ কৰিছে। 'গৱেষৰ ব্যাখ্যা প্ৰসঙ্গত কোৱা হৈছে—'গৱেষমাৰ্গণে'

অৰ্থাৎ কোনো বিষয়ে অনুসন্ধান কৰা [ইংৰাজীত যাক বোলা হয়—investigation বা inquiry] √গৱেষ+ল্যুট্+স্ত্ৰিয়াং টাপ্=গৱেষণা। ইংৰাজী Research শব্দটোৰ সমাৰ্থক শব্দ-ৰূপে 'গৱেষণা' শব্দটো পাৰিভাষিক শব্দস্বৰূপে গ্ৰহণ কৰা হৈছে। Research বা গৱেষণাৰ ব্যাখ্যা প্ৰসঙ্গত অধ্যাপক ৰবার্ট ৰ'ছে তেওঁৰ Research An Introduction গ্ৰন্থত লিখিছে এইদৰে—

Research is essentially an investigation, a recording and an analysis of evidence for the purpose of gaining knowledge"

জ্ঞানৰ ভাণ্ডাৰৰ পৰিধি সদায় বিস্তৃত হৈয়েই আছে আৰু জ্ঞানৰ অৱক্ষয়শীলতা নাই। Knowledge has no diminishing utility জ্ঞানৰ ৰহস্য উদ্‌ঘাটনৰ কাৰণে জ্ঞানপিপাসু-সকলে নিত্য-নতুন আবিষ্কাৰৰ অৰ্থে নতুন নতুন দিশত অনুসন্ধান কৰাটোৱে হ'ল গৱেষকৰ মৌলিক কাৰ্য্য। সেই কাৰণেই গৱেষকে কোনো এটা নিৰ্দ্দিষ্ট বিষয়ক কেন্দ্ৰৰূপে গ্ৰহণ কৰি গৱেষণা'ত ব্যাপৃত হয়। গৱেষকসকলে এটি মুক্ত মন আৰু নিৰপেক্ষ দৃষ্টি-ভঙ্গীৰে গৱেষণাত আত্মনিয়োগ কৰিব লাগে। আনৰ মতবাদৰ-দ্বাৰা প্ৰভাৱিত হ'ব নালাগে। গৱেষকৰ নতুন কথা বা তত্ত্ব অনুসন্ধান কৰি উলিওৱাৰ কাৰণে কৌতূহল আৰু আগ্ৰহ ব্যতি-ৰেকে গৱেষণা নিষ্ফল হৈ পৰে। গৱেষণাৰ কাৰণে তথ্য সংগ্ৰহ কৰোঁতে কাৰ্য্যকাৰণতত্ত্বৰ আশ্ৰয় গ্ৰহণ কৰিলেহে গৱেষণা সফল হয়। কোনো এটা বিষয়ৰ আশ্ৰয় গ্ৰহণ কৰিলেহে গৱেষণা সফল হয়। কোনো এটা বিষয়ৰ বা বস্তুৰ উদ্ভৱ বা উৎপত্তিৰ কাৰণ কি, কাৰ্য্য কি আৰু সেই কাৰ্য্য কাৰাৰ সম্বন্ধ কি তাকেই উদ্‌ঘাটন কৰি নিৰ্ণয় কৰাটোৱে হ'ল কাৰ্য্যকাৰণতত্ত্বৰ মূলাধাৰ। সেই কাৰণে গৱেষণাৰ ক্ষেত্ৰত মূল বিষয়ৰ লগত

জড়িত প্ৰতিটো তথ্য নিৰ্দ্দিষ্ট কৰিবলৈ কাৰ্য্যকাৰণতত্ত্বৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। আন কথাত সকলোবোৰ তথ্য সংগ্ৰহ কৰোঁতে তথ্যবোৰ কিমানদূৰ নিৰ্ভৰযোগ্য আৰু বিশ্বাসযোগ্য আৰু সেই তথ্যবোৰৰ ওপৰত ভিত্তি কৰি এটা যুক্তিভিত্তিক সিদ্ধান্তত উপনীত হৈ জ্ঞানৰ পৰিসৰ বৃদ্ধি কৰাৰ কাৰণে গৱেষকে সততে চকু দিব লাগে। এই প্ৰসঙ্গত গৱেষকে গবেষণীয় বিষয়ৰ পৰীক্ষা নিৰীক্ষা কৰোঁতে—who, which, why, when, how আৰু where—এই শব্দ কেইটাৰে উত্থাপন কৰিবপৰা সকলো প্ৰশ্নৰ যুক্তিসঙ্গত মীমাংসাত উপনীত হ'বলৈ যত্নৱান হ'ব লাগে।"

অধ্যাপক শৰ্মাদেৱে গ্ৰন্থখন প্ৰণয়ন কৰোতে গবেষণাবিষয়ক উল্লিখিত কথাখিনি যিমানদূৰ সম্ভৱ অনুসৰণ কৰিবলৈ প্ৰয়াস কৰিছিল। অধ্যাপক শৰ্মাদেৱে অসমীয়া হিন্দুসকলৰ অতীত সভ্যতা সংস্কৃতি, আচাৰ ব্যৱহাৰ, ধৰ্মীয় বিশ্বাস, মাঙ্গলিক কাৰ্য্যানুষ্ঠান দশসংস্কাৰ কাৰ্য্য, ব্ৰত উপবাস ইত্যাদি নানা দিশত আলোকপাত কৰাৰ উদ্দেশ্যে বিস্তৃত তথ্য সংগ্ৰহ কৰিছে আৰু সেইবোৰৰ প্ৰচলন, সম্প্ৰসাৰণ, সংকোচন আদিৰ কাৰণ বিচাৰ পূৰ্বক কামৰূপ তথা অসমৰ বাহিৰৰ হিন্দুসমাজৰ আচাৰাদিৰ লগত তুলনামূলক আলোচনা দাঙি ধৰিবলৈ যত্নৰ ত্ৰুটি কৰা নাই। সংস্কৃতিৰ স্বৰূপটো যুগে যুগে বিৱৰ্ত্তনশীল আৰু পৰিৱৰ্ত্তনশীল। তাকেই তেওঁ স্পষ্টভাৱে বিশ্লেষণ কৰা হেতুকে গ্ৰন্থখনে পণ্ডিতসমাজৰ সমাদৰ লাভ কৰিব যে ই নিশ্চিত।

গ্ৰন্থখনৰ অৱতৰণিকাত অধ্যাপক শৰ্মাদেৱে প্ৰাচীন কামৰূপ ৰাজ্যৰ এটি ঐতিহাসিক তথ্যপূৰ্ণ সংক্ষিপ্ত অথচ তাৎপৰ্য্যপূৰ্ণ বিৱৰণ দাঙি ধৰাৰ লগতে অতীত কামৰূপৰ স্থাপত্য ভাস্কৰ্য্য-শিল্প আদিৰে গৌৰৱময় দিশত আলোকপাত কৰিছে। প্ৰাচীন ইতিহাস-

পুৰাণ আদিৰপৰা তথ্য সংগ্ৰহ কৰাৰ উপৰিও শিলালিপি-তাম্ৰ-শাসন, কালিকাপুৰাণ যোগিনীতন্ত্ৰ, বৈষ্ণৱ-শাক্ত-শৈৱ সাহিত্য, আহোম বুৰঞ্জী আৰু আধুনিক বুৰঞ্জীৰপৰা যথেষ্ট সম্বল সংগ্ৰহ কৰি পুৰণি কামৰূপ আৰু পৰৱৰ্ত্তী কালৰ অসমৰ ভৌগোলিক-সাংস্কৃতিক ৰূপটোৰ পৰিচয় উপস্থাপিত কৰি গ্ৰন্থখনৰ মৰ্য্যদা বৃদ্ধি কৰিছে।

দ্বিতীয় অধ্যায়ত অসমত শৈৱধৰ্মৰ প্ৰাচীনত্ব আৰু জনসাধাৰণৰ জীৱনত শিৱৰ প্ৰাধান্য আৰু প্ৰাচীন কামৰূপৰ ৰজামহাৰজাসকলে দেৱাদিদেৱ শিৱৰ উপাসনাত কিদৰে ব্যাপৃত আছিল তাৰ বিৱৰণ দাঙি ধৰিছে। আনফালে অসমৰ চহা জনগণৰ মনত আশুতোষ শিৱ স্বৰ্গৰ দেৱতা নহৈ মৰ্ত্ত্যবাসীৰ মাজত সদা-বিচৰণশীল অতি প্ৰিয় মঙ্গলদাতা দেৱতা ৰূপে জনমানসত কি প্ৰভাব পেলাইছিল আৰু এতিয়াও শিৱ, শিৱলিঙ্গ আৰু শিৱ-মূৰ্ত্তিয়ে জনগণক কিদৰে আকৃষ্ট কৰি ৰাখিছে তাক মুক্তভাৱে ব্যক্ত কৰিছে। শিৱমন্দিৰৰ নৃত্যৰ লগত জড়িত দেৱদাসীসকলৰ প্ৰাচীনতা প্ৰতিপন্ন কৰি অধ্যাপক শৰ্মাদেৱে পুৰণি কামৰূপ ৰাজ্যত যে নৃত্য গীতৰ গৌৰৱময় দিশ এটা আছিল তাৰো ইঙ্গিত দিছে। এই প্ৰসঙ্গত শৰ্মাদেৱে শিৱৰাত্ৰি ব্ৰতৰ মাহাত্ম্য মৎস্য পুৰাণ, স্কন্দপুৰাণ আদিৰপৰা সংগ্ৰহ কৰি দেখুৱাইছে, শিৱৰাত্ৰিব্ৰত অসমীয়া হিন্দু সমাজত অতিকৈ সমাদৃত। শিৱ মন্দিৰ আৰু শিৱৰ থান অসমৰ ইমূৰৰপৰা সিমূৰলৈ বিয়পি থকাৰ কথাও তেওঁ উল্লেখ কৰিছে। শিৱৰ উদ্দেশ্যে যাঁড়গৰু উছৰ্গা কৰাটো পুণ্য কাৰ্য্য বুলি হিন্দুসকলে বিশ্বাস কৰা কথাৰো তেওঁ উল্লেখ কৰি শিৱৰ বাহন নন্দীক উপাসনা কৰাৰ বিষয়ে উল্লেখ কৰিছে। শিৱৰ উদ্দেশ্যে উছৰ্গা কৰা যাঁড়গৰুক সকলোৱে দেৱতাৰ অংশ বুলি গণ্য কৰে। যাঁড় গৰুৱে অবাধ গতিত বিচৰণ কৰিব

পাৰে, কোনোৱে ষাঁড়গৰু বান্ধিব নোৱাৰে, ষাড়গৰুৰে হাল বাব নোৱাৰে নাইবা গাড়ী টনা কামতো ষাড়গৰু লগাব নোৱাৰে। এই নিয়মৰ ব্যতিক্ৰম কৰাসকল মহাপাপত লিপ্ত হয় বুলি জন বিশ্বাস অতি প্ৰবল।

তৃতীয় অধ্যায়ত শাক্তধৰ্মৰ উদ্ভৱ আৰু শক্তি উপাসনাৰ লগত জড়িত পূজা-উপাসনা, আচাৰ অনুষ্ঠানৰ বিৱৰণ শৰ্মাদেৱে নানা-গ্ৰন্থ আৰু তথ্যৰ আধাৰত উপস্থাপন কৰিছে। কালিকা পুৰাণত উল্লেখ কৰা—"অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে" বোলা কথা এষাৰৰপৰা দেৱীপূজাৰ প্ৰচলন কিমান জনপ্ৰিয় আছিল তাক বুজিব পাৰি। পৌৰাণিক কাহিনী অনুসৰি দক্ষযজ্ঞত শিৱৰ ভাৰ্য্যা উমাই দেহ ত্যাগ কৰিছিল। তেওঁ সতী নামেৰে খ্যাত। সতীৰ মৰাশটো কান্ধত তুলিলৈ শিৱই ত্ৰিভুৱন ঘূৰি ফুৰোঁতে সতীৰ গুপ্তাঙ্গ নীলাচল পাহাৰত পৰিছিল আৰু তাতেই যোনিমুদ্ৰা-ৰূপিনী দেৱীৰ পূজা আৰম্ভ হৈছিল। যোনিমুদ্ৰাৰ বিগ্ৰহ দেৱী কামাখ্যা আৰু ভৈৰৱ উমানন্দ। সতীৰ দেহটো একাবন্নটা ভাগত বিভক্ত হৈ ভাৰতবৰ্ষৰ একাৱন্নখন স্থানত পৰিছিল আৰু প্ৰতি-খন স্থানতেই শিৱৰ ভৈৰৱ নামৰ শিৱমূৰ্ত্তি বিশেষৰ উপাসনাও নিৰ্দ্দিষ্ট কৰা হৈছে। কামাখ্যা দেবীৰ বাহিৰেও দুৰ্গা, কালী, মঙ্গলচণ্ডী উগ্ৰতাৰা, জগদ্ধাত্ৰী, লক্ষ্মী, সৰস্বতী নানা দেবীৰ পূজাৰ প্ৰচলনৰ বিবৰণ গ্ৰন্থখনত দাঙি ধৰি পুৰণি কামৰূপ তথা সমগ্ৰ অসমতে শাক্ত সম্প্ৰদায এটি গঢ়ি উঠাৰ কথা শৰ্মাদেৱে আলো-চনা কৰিছে। তদুপৰি নানা জাতি-উপজাতিৰ সংমিশ্ৰণৰ ফলত শক্তিৰ উপাসনা পদ্ধতি আৰু শক্তি অৰ্থাৎ দেৱীৰ নামৰো যে বিভিন্নতা দেখা যায় তাৰ বিষয়ে অভিমত দাঙি ধৰিছে। কামা-খ্যাদেৱীৰ পূজাৰ লগতে কুমাৰীপূজাৰ তাৎপৰ্য্য আৰু ইতি—কৰ্ত্তব্যবোধৰ বিশেষ বিধি যে নীলাচলত আছে তাৰ বিশ্লেষণ

শৰ্মাদেৱে উপস্থাপন কৰিছে। দুৰ্গাপূজা শৰৎকাল আৰু বসন্ত কাল ভেদে উদ্‌যাপন কৰা কথা আৰু উক্ত পূজাৰ লগত জড়িত উৎসৱৰ বিবৰণ বিশদভাৱে উল্লেখ কৰি শৰ্মাদেৱ প্ৰশংসাৰ পাত্ৰ হৈছে। অসমীয়া হিন্দু সমাজত দেৱীৰ গুণানুকীৰ্ত্তন কৰি গোৱা গীত পদবিলাক আয়তীসকলে কিদৰে পৰিবেশন কৰে তাকো উল্লেখ কৰা হৈছে। উক্ত কথাবোৰৰপৰা শক্তিপূজাৰ জনপ্ৰিয়তা প্ৰতিপন্ন হয়।

চতুৰ্থ অধ্যায়ত শৰ্মাদেৱে অসমত বৈষ্ণৱ ধৰ্মৰ ক্ৰমবিকাশৰ ধাৰাটোৰ ঐতিহাসিক পৰম্পৰাৰ বিষয়ে আলোচনা কৰোঁতে ভগৱান বিষ্ণুৰ উপাসনা যে অসমত খ্ৰীষ্টীয় শতক আৰম্ভ হোৱাৰে পৰা আৰু বিশেষকৈ ষষ্ঠ শতকৰপৰা পুৰণি কামৰূপ ৰাজ্যত বিষ্ণুৰ উপাসনা আৰু যাগযজ্ঞৰ প্ৰচলনৰ বিষয়ে সবিশেষ বিচাৰ কৰি দেখুৱাইছে। মহাপুৰুষ হৰিদেৱ, শঙ্কৰদেৱ দামোদৰদেৱ মাধৱদেৱ প্ৰভৃতি পৰম বৈষ্ণৱসকলৰ প্ৰচেষ্টাত অসমত নৱবৈষ্ণৱ ধৰ্ম আৰু ভক্তি আন্দোলন গঢ় লৈ উঠা আৰু ভক্তি আন্দোলনৰ প্ৰভাৱত সমগ্ৰ অসমৰ জনগণে জাতিবৰ্ণ নিৰ্বিশেষে সকলোৱে পৰম উপাস্য দেৱতা বিষ্ণুৰ অৱতাৰ ভগবান শ্ৰীকৃষ্ণৰ পূজা উপাসনাৰে সমগ্ৰ অসম প্লাবিত কৰাৰ কথা শৰ্মাদেৱে পুংখানুপুংখৈক আলোচনা কৰিছে। তদুপৰি গ্ৰন্থখনত ভগবান শ্ৰীকৃষ্ণৰ লগত জড়িত জন্মাষ্টমী, ঝুলনযাত্ৰা, ৰাসোৎসৱ দৌল পূৰ্ণিমা আদিৰ আনন্দ মুখৰ পৰিৱেশ জনমানসত ঐক্য আৰু সংহতিৰ মনোভাব কিদৰে আনি দিয়ে তাৰ সুন্দৰ বৰ্ণনা সান্নিবিষ্ট কৰা হৈছে। বিষ্ণুৰেই বিভিন্ন ৰূপ হয়গ্ৰীৱ মাধৱ, বাসুদেৱ, সত্যনাৰায়ণ, শালগ্ৰাম প্ৰভৃতিৰ পূজা-উপাসনা অসমীয়া হিন্দু সমাজত আবহমান কালৰেপৰা সৰ্বজন সমাদৃত হৈ অহা কথা সৰ্বজন বিদিত।

মুঠতে অধ্যাপক শৰ্মাদেৱে অসমীয়া হিন্দুসকলৰ সমাজ জীৱনৰ আৰু সংস্কৃতিৰ উল্লিখিত শৈৱ শাক্ত-বৈষ্ণৱ সম্প্ৰদায়ৰ ভাবধাৰাৰ দ্বাৰা কিদৰে পৰিপুষ্ট হৈছে তাক বিশ্লেষণ কৰি দেখুৱাইছে। তদুপৰি তেওঁ বিভিন্ন আচাৰ অনুষ্ঠান পূজা উপাসনা, শ্ৰদ্ধা যজ্ঞ ৰাব মাহৰ তেৰ পৰ্বৰ মাজেৰে অসমীয়া সংস্কৃতিৰ ঐক্যবদ্ধ ৰূপ কিদৰে বিকশিত হৈছে তাৰ বিশেষ ব্যাখ্যা উপস্থাপন কৰিছে। গ্ৰন্থখনত অসমীয়া সংস্কৃতিৰ অধুনা লুপ্ত হৈ যাব ধৰা বহুতো আচাৰ অনুষ্ঠানৰ বিবৰণ লিপিবদ্ধ হোৱাৰ ফলত ভৱিষ্যতৰ বংশধৰ-সকলে অসমীয়া সংস্কৃতিৰ স্মৃতি ৰোমন্থন কৰিব পাৰিব।

শৈৱ শাক্ত বৈষ্ণৱভেদে সকলোৱে পৰস্পৰৰ মাজত সৌহাৰ্দ্য আৰু আত্মীয়বোধৰ মনোভাবেৰে নিজ নিজ সম্প্ৰদায়ৰ বিশ্বাস আৰু অনুভূতি অক্ষুণ্ণ ৰাখি সমাজ জীৱন পৰিচালনা কৰা কথা উল্লেখ কৰি অধ্যাপক শৰ্মাদেৱে লিখিছে "The spirit of religious tolerance is the salient feature of the religious life of Kamrup even today"—বৰ্তমানেও কামৰূপীয় সকলৰ ধৰ্মজীৱনৰ প্ৰধান বৈশিষ্ট্য হ'ল সহিষ্ণুতাৰ মনোভাব। শৰ্মাদেৱৰ উক্ত কথাষাৰ যথাৰ্থতা কামৰূপবাসীৰ আচৰণৰ দ্বাৰা প্ৰতিপন্ন হয়। কামৰূপৰ ব্ৰাহ্মণ, ক্ষত্ৰিয়, শূদ্ৰ আদি জাতিবৰ্ণ নিৰ্বিশেষে সকলোৱে জন্মাষ্টমীৰ, দুৰ্গাপূজা, ৰাসোৎসৱ, শিৱৰাত্ৰি বিষ্ণুযজ্ঞ সত্ৰত অনুষ্ঠিত বিভিন্ন উৎসৱ নামপ্ৰসঙ্গ, শঙ্কৰ-মাধৱ দামোদৰ-হৰিদেৱ প্ৰভৃতি মহাপুৰুষসকলৰ তিথি আনন্দ উল্লাস-উদ্দীপনাৰে উদ্‌যাপন কৰাৰ সকলোকৰে প্ৰতি শ্ৰদ্ধা-সন্মান প্ৰদৰ্শন কৰা কাৰ্য্যই জাতীয় ঐক্য আৰু সংহতিৰেই সূচনা কৰে। কীৰ্ত্তন দশম-ভাগৱত-পুৰাণ আদিৰ পঠন-পাঠনে সমগ্ৰ অসমীয়া জাতিক সংস্কৃতিৰ উন্নততৰ স্তৰলৈ আগুৱাই নিয়া কথা কোনে অস্বীকাৰ কৰিব?

পঞ্চম অধ্যায়ত অসমীয়া হিন্দু সমাজত পুৰানোক্ত পঞ্চদেৱতা গনেশ সূৰ্য্য, শিৱ, দুৰ্গা, বিষ্ণুৰ নিত্যপূজা সকলো বৰ্ণাশ্ৰমধৰ্মী, লোকে কিদৰে কৰে আৰু এই পঞ্চদেৱতাৰ পূজা সকলো দেৱ-দেৱীৰ পূজা আৰু ধৰ্মীয় সংস্কাৰ কাৰ্য্যৰ প্ৰাৰম্ভ ত যে অপৰি-হাৰ্য্যতাৰ বিষয়ে গ্ৰন্থখনত উল্লেখ কৰা হৈছে। ইয়াৰ উপৰিও কামৰূপৰ জনসাধাৰণৰ লোক বিশ্বাসৰ আধাৰত প্ৰতিষ্ঠিত কিছুমান দেৱদেৱীৰ উপসনা আৰু তাৰ লগত সক্তস্পৃ ব্ৰত আচাৰ অনুষ্ঠানৰ বিবৰনো গ্ৰন্থখনত সন্নিবিষ্ট কৰা হৈছে। কেচাইখাঁতী, অপেস্বৰী, সুবচনী মনসা, চৌপূজা আদি স্থানীয় পূজা-উপসনাৰ উল্লেখ গ্ৰন্থখনৰ গৌৰৱ বৃদ্ধি কৰিছে কিয়নো এইবোৰৰ তথ্য সংগৃহীত হৈ নাথাকিলে অদূৰ ভবিষ্যতে আধুনিকতাৰ গ্ৰাসত নিশ্চিহ্ন হৈ যাব। এই প্ৰসঙ্গত উল্লেখযোগ্য যে কামৰূপত আবহমান কালৰে-পৰা নৱগ্ৰহ দেবালয়ত—ৰবি, চন্দ্ৰ, মঙ্গল, বুধ, বৃহস্পতি, শুক্ৰ শনি, ৰাহু কেতু ইত্যাদিৰ পূজা চলি আছে। এই নটা গ্ৰহই মানৱ জীবনত যে অসীম প্ৰভাব বিস্তাৰ কৰে তাক সকলো হিন্দুয়ে বিশ্বাস কৰে আৰু গ্ৰহবোৰে মানবৰ অদৃষ্টৰ সূচনা কৰে বুলিও সকলোয়ে বিশ্বাস কৰে আৰু তাৰ প্ৰতিকাৰৰ কাৰণে অহৰহ এই গ্ৰহসকলৰ পূজা উপাসনা আবহমান কালৰেপৰা নৱ-গ্ৰহদেবালয়ত চলি থকা কথা সৰ্বজনবিদিত। জ্যোতিষ শাস্ত্ৰত বিশ্বাস নকৰা মানুহ বোধ হয় নাই বুলিলেও অত্যুক্তি কৰা নহয়। কামৰূপত, আনকি আহোম ৰজা-মহাৰজা সকলৰ দিনতো জোতিষৰ অসীম প্ৰভাবৰ বিষয়ে ইতিহাসে সাক্ষ্য দিয়ে। সেইদৰে অপ-দেৱতাৰ অস্তিত্বতো মানুহৰ সমানে বিশ্বাস। এই অপদেৱতা বিলাকে বৃক্ষত আশ্ৰয়লৈ থাকি মানুহৰ ছিদ্ৰ বিচাৰি অনিষ্ট সাধন কৰে বুলি জনবিশ্বাস প্ৰচলিত হৈ আহিছে। মন্ত্ৰ আৰু পূজাৰদ্বাৰা এনেকুৱা অপদেৱতা—ভুত, ধাৰা, যক্ষ, কুবেৰ ইত্যাদিক

সন্তুষ্ট কৰি মানুহক ৰক্ষা কৰা হয়। এইবোৰ বিজ্ঞানৰ ক্ৰমোন্নতিৰ ফলত মানুহৰ মনৰ পৰা আঁতৰ হব ধৰিছে যদিও জনবিশ্বাস আচৰিতভাৱে অপৰিবৰ্ত্তনীয় যেন অনুমান হয়।

ষষ্ঠ অধ্যায়ত অধ্যাপক শৰ্মাদেৱে সনাতন হিন্দু ধৰ্মাৱলম্বীসকলে বেদ আৰু ধৰ্মশাস্ত্ৰসমূহত নিৰ্দ্দিষ্ট কৰা দশসংস্কাৰৰদ্বাৰা প্ৰতিজন ব্যক্তিৰ দেহ মন-বুদ্ধিৰ উৎকৰ্ষ সাধনৰ ব্যৱস্থা কিদৰে কৰিছিল আৰু বৰ্ত্তমানেও কিদৰে কৰি আছে তাৰ সুন্দৰ ছবি এখন পাঠক সমাজৰ চকুৰ আগত দাঙি ধৰিছে। অসমীয়া হিন্দু সমাজত জন্মাৱধি মৃত্যু পৰ্যান্ত মানবজীবনৰ উৎকৰ্ষ বিধানৰ কাৰণে বিভিন্ন বয়সত পবিত্ৰ কাৰ্য্য অনুষ্ঠিত হোৱা বিষয়ে গ্ৰন্থখনত উল্লেখ কৰা হৈছে। গৰ্ভধাৰণ, পুংসবন, সীমান্তোন্নয়ন জাতকৰ্ম, নামকৰণ, নিষ্ক্ৰামণ, অন্নপ্ৰাশন, চূড়াকৰণ, উপনয়ন আৰু বিবাহ —এই দহোটাকে দশসংস্কাৰ কাৰ্য্য বোলে। যথাযথ সময়ত এইবোৰ কৰণীয়, কিন্তু নানা ধৰণৰ অন্তৰায় উপস্থিত হোৱা কাৰণে কিছুমান সংস্কাৰ সম্প্ৰতি সমাজত অপ্ৰচলিত হৈছে। অৱশ্যে তাৰে কিছুমান অন্যৰূপে অৰ্থাৎ ঠিক ধৰ্মীয় অনুষ্ঠান ৰূপে প্ৰতিফলিত নহৈ আচাৰগতভাৱে প্ৰচলিত হৈছে। উদাহৰণ স্বৰূপে গৰ্ভৱতী নাৰীৰ গৰ্ভাধাৰণ, পুংসবন, সীমান্তন্নোয়ন সংস্কাৰৰ পাৰৱত্তে গৰ্ভধাৰণৰ দহমাহ কালৰ ভিতৰত গৰ্ভৱতী নাৰীক আদৰআপ্যায়ন, নতুন কাপোৰ সাজপাৰ আদিৰে সজোৱা আদি কামবোৰ সমাজত অনুষ্ঠিত হৈ আহিছে। বালক বা বালিকাৰ জন্মৰ পিছত নামকৰণ বা গণনি অন্নপ্ৰাশন, চূড়াকৰণ, উপনয়ন আৰু বিবাহ আদি সংস্কাৰ কাৰ্য্য যথাবিধি এতিয়াও চলি আছে, অৱশ্যে যুগপ্ৰভাৱত নিষ্ঠাহীন ব্যক্তি কিছুমানে বিবাহৰ বাহিৰে অন্য সংস্কাৰ কাৰ্য্য ত্যাগ কৰিছে। তেনে ব্যক্তিক্ৰমে সমাজ জীৱনৰ অঙ্গ স্বৰূপ সংস্কাৰ কাৰ্য্য অৱহেলিত হোৱাটো

সূচনা নকৰে। বিয়াৰ লগত জড়িত বিভিন্ন আচাৰ অনুষ্ঠানৰ হুবহু চিত্র অধ্যাপক শৰ্মাদেৱে অঙ্কন কৰি প্রশংসাৰ পাত্র হৈছে।

দশসংস্কাৰৰ বাহিৰেও গৃহাৰম্ভ, গৃহপ্রবেশ, কূপপুষ্কৰিনী প্রতিষ্ঠা আদি অন্যান্য শুভ-মাঙ্গলিক কাৰ্য্যৰ বিবৰণো সুন্দৰভাৱে গ্রন্থখনত সন্নিবিষ্ট হৈছে।

সপ্তম অধ্যায়ত মানুহৰ মৃত্যুৰ পিছত অৱশ্যে কৰণীয় কাম-বোৰৰ বিৱৰণে গ্রন্থখনৰ গৌৰৱ বর্দ্ধন কৰিছে, অৱশ্যে ধৰ্মশাস্ত্র বা স্মৃতিশাস্ত্র নির্দ্দিষ্ট সকলো দিশ সামৰা হোৱা নাই আৰু দুই এঠাইত ভ্রান্তিজনক বুলিও ধাৰণা হয়।

অষ্টম অধ্যায়ত তিথি-বাৰ নক্ষত্র অনুসৰি অনুষ্ঠিত ব্রত, উপবাস পূজা আদিৰ মাহাত্ম্য আৰু পৰম্পৰা হিন্দু সমাজত বিভিন্ন আচাৰ-অনুষ্ঠানৰ মাজেৰে চলি অহা কথা ব্যাখ্যা কৰা প্রসঙ্গত জনসাধাৰণৰ নিষ্ঠা আৰু ঐকান্তিকতাৰ দিশটোও সামৰি লোৱা কাৰণে গ্রন্থখনৰ মূল্য অধিক হৈছে। হিন্দুধৰ্মত বেদ আৰু পুৰাণসমূহৰ প্রভাৱ অপাৰসীম। বৈদিক যুগ আৰু পৌৰা-ণিক যুগত চান্দ্র তিথি আৰু সৌৰ দিন অনুসৰি (চন্দ্ৰৰ গতি অনুসৰি গণনা কৰা পদ্ধতিক চান্দ্র বোলে আৰু সূৰ্য্যৰ গতি অনুসৰি গণনা কৰা পদ্ধতিক সৌৰ বোলে) যাগ যজ্ঞ, ব্রত-উপবাস পালনৰ বিধিবিধান নির্দ্দিষ্ট কৰা হৈছে। সনাতন হিন্দু সমাজত অগ্নিপুৰাণ, বিষ্ণুপুৰাণ, মৎস্যপুৰাণ, ব্রহ্মবৈবর্ত্তপুৰাণ, শ্রীমদ্ভাগৱত পুৰাণ প্রভৃতি অষ্টাদশ মহাপুৰাণ আৰু অসংখ্য উপপুৰাণৰ উপ-ৰিও ৰামায়ণ মহাভাৰত আদিত উল্লিখিত অসংখ্য ব্রতৰ মাহাত্ম্য আৰু সেইবোৰ পালন কৰাৰ যুক্তিযুক্ততা প্রতিপন্ন কৰা হৈছে। এই ব্রত-উপবাস আদি পালন কৰিলে মানুহৰ আত্মাৰ মুক্তি লাভ হয় বুলি একান্ত বিশ্বাস। শুক্ল-কৃষ্ণ পক্ষৰ একাদশী তিথি, পূর্ণিমা, অমাবস্যা, ভাদ্রমাহৰ কৃষ্ণৰ জন্মাষ্টমী, জেঠমাহৰ সাবিত্রী

চতুৰ্দশী, শয়ন একাদশী, পাৰ্শ্বপৰিবৰ্ত্তন একাদশী, উত্থান একাদশী, লক্ষ্মীপূৰ্ণিমা, ৰাসপূৰ্ণিমা, বুদ্ধপূৰ্ণিমা, শিৱচতুৰ্দশী, ভূতচতুৰ্দশী, দীপান্বিতা, মহালয়া ইত্যাদি নানা ব্ৰত-উপবাস-উৎসৱৰ লগত অসমীয়া হিন্দু সমাজৰ ওতপ্ৰোত সম্পৰ্ক। অশোকাষ্টমীত ব্ৰহ্মপুত্ৰ স্নানৰ মাহাত্ম্য বিশেষকৈ উল্লেখ কৰা হৈছে। ব্ৰহ্মপুত্ৰত অশোকাষ্টমী তিথিত স্নানকৰ্ত্তাসকলে স্নান কৰি মন্ত্ৰ উচ্চাৰণ কৰে—

ব্ৰহ্মপুত্ৰ মহাবাহো শান্তানো কুলনন্দন।
অমোঘাগৰ্ভসম্ভূত পাপং হৰ মে লৌহিত্য।।

তদুপৰি অশোকাষ্টমীত অশোক ফুলৰ কলি খালে মানুহ জীৱনত শোকমুক্ত হৈ থাকে বুলিও প্ৰবল জন বিশ্বাস আছে আৰু শাস্ত্ৰতো উল্লেখ কৰা হৈছে এইদৰে—

ত্বমশোক হৰাভীষ্ট মধুমাসসমুদ্ভৱ।
পিৱামি শোকসন্তপ্তো মামশোকং সদা কুৰু।।

সেইদৰে বিজয়া দশমী তিথিটোও বিশেষভাৱে পালন কৰা হয়। বিজয়া দশমীত আৰম্ভ কৰা যি কোনো শুভ কাৰ্য্য সিদ্ধ হয় বুলি একান্ত বিশ্বাস আজিও আছে। বিদ্যাৰ্থী শিশুসকলক বিদ্যাৰম্ভ কৰোৱাৰ উপৰিও বিদ্যাৰ্থীসকলে গণেশ, দুৰ্গা, সৰস্বতী, লক্ষ্মী, কাৰ্ত্তিকেয়—এই পাঁচজনা দেৱতাৰ নাম লিখি দেৱতাসকলৰ শ্ৰীচৰণত অৰ্পণ কৰা নিয়ম এতিয়াও চলি আছে।

সূৰ্য্যগ্ৰহণ চন্দ্ৰগ্ৰহণৰ কালত এটোপ পানীও খোৱা নিষেধ, গ্ৰহণৰ আৰম্ভ আৰু গ্ৰাসমুক্তিৰ অন্তত স্নান কৰাটো অতি পুণ্য কৰ্ম বুলি পৰিগণিত হয়। কামৰূপৰ বশিষ্ঠাশ্ৰমত সন্ধ্যা-ললিতা-কান্তাৰ সঙ্গমত গ্ৰহণৰ দিনা স্নান কৰিলে মহাপুণ্য লাভ হয় বুলি জনবিশ্বাস বৰ্ত্তমান। সোমবাৰে চন্দ্ৰগ্ৰহণ আৰু দেওবাৰে সূৰ্য্য গ্ৰহণ হলে চূড়ামণিযোগ সংঘটিত হয় আৰু এনেকুৱা চূড়ামণিযোগত ভাৰতৰ সৰ্বত্ৰ তীৰ্থস্থানসমূহত স্নানদান আদি কাৰ্য্য

চিৰাচৰিত প্ৰথাত এতিয়াও চলি আছে, কামৰূপৰ বৃশিষ্ঠাশ্ৰমত চূড়ামণিযোগত স্নানদান কৰিলে মহাপুণ্য ফল লাভ হয়। সংক্ৰান্তি আৰু বাৰ বিশেষত ব্ৰত-উপবাস কৰাৰ বিধানো মন কৰিবলগীয়া। অসমৰ অম্বুবাচী বা আমতি ভাৰতৰ তন্য ঠাইৰ মানুহে নাজানে বুলি কলেও অত্যুক্তি কৰা নহয়। আহাৰ মাহৰ সাত তাৰিখৰ পৰা ১১ তাৰিখলৈ মুঠ চাৰিদিন পৃথিবী মাতৃ ৰজস্বলা হয় বুলি প্ৰবল বিশ্বাস বহুকাল অতীতৰ পৰাই চাল আহিছে। অসমৰ স্মৃতিশাস্ত্ৰকাৰ সকলে দশম একাদশ শতিকাতেই এই অম্বুবাচীৰ অশুচিতাৰ বিৱৰণ দাঙি ধৰিছে। তদুপৰি জেঠ আৰু আহাৰৰ সংক্ৰান্তিৰ পূৰ্বৰ তিনি দিন আৰু পিছৰ তিনি দিন মুঠ সাতদিনক ষাঁঠ বোলা হয়। ষাঁঠৰ ভিতৰত কোনো কাম্য কৰ্ম যেনে, পূজা, বিবাহ আদি হ'ব নোৱাৰে আৰু ভূমি-দাহো কৰিব নাপায়। অম্বুবাচীৰ চাৰিদিনত নৈষ্ঠিক ব্ৰাহ্মণ, বিধৱা মহাগুৰু নিপাট যিসকলৰ মত সেই সকলোৱে পক্ব বস্তু খোৱাটো নিষিদ্ধ, মাত্ৰ ফলমূল, গাখীৰ আদিহে খোৱা বিধ। ষাঁঠ আৰু অম্বুবাচীত হালবোৱা, গুটি সিচা আদি কামো নিষিদ্ধ। অধ্যাপক শৰ্মাদেৱে গ্ৰন্থখনত এইবোৰ কথা লিপিবদ্ধ কৰি ভৱিষ্যৎ বংশধৰসকলৰ মহৎ উপকাৰ সাধন কৰিছে। নৱম অধ্যায়ত আলোচিত মহাপুৰুষসকলৰ জন্ম মৃত্যুৰ পুণ্য তিথিবোৰ পালন কৰি গুণানুকীৰ্ত্তন কৰা পদ্ধতিও চাৰিশ বছৰ পুৰণি। গুৰুসকসকলৰ তিথি নামপ্ৰসঙ্গ ভাওনা আদি অনুষ্ঠান পাতি লোকৰঞ্জন, লোক-সংগ্ৰহ কৰা প্ৰথা জনসাধাৰণে অতি সমাৰোহেৰে পালন কৰে। গুৰুসকলৰ গুণানুকীৰ্ত্তন কৰিবলৈ প্ৰথমতে সত্ৰ আৰু নামঘৰ সমূহত চৰিত তোলা প্ৰথা প্ৰবৰ্ত্তিত হৈছিল আৰু তাৰ পিছত বহুতো বৈষ্ণৱ ভকতই শঙ্কৰদেৱ মাধৱদেৱ, দামোদৰদেৱ' হৰিদেৱ প্ৰভৃতি মহাপুৰুষৰ জীৱন বৃত্তান্ত বিবৰি চৰিত পুথি প্ৰণয়ন কৰিছিল।

কথাগুৰুচৰিত নামৰ গ্ৰন্থত গুৰুসকলৰ অলৌকিক কাৰ্য্যাৱলী, সামাজিক, বিধিব্যৱস্থাৰ বিৱৰণ সুন্দৰভাৱে দিয়া হৈছে। অধ্যাপক শৰ্মাদেৱৰ গ্ৰন্থখন এইবোৰ দিশ সামৰি লোৱা হেতুকে আমাৰ সত্ৰানুষ্ঠানৰ ইতিহাস সমৃদ্ধ হ ব।

দশম অধ্যায়ত কামৰূপ তথা আমাৰ কৃষিজীৱী জনসমাজৰ মাজত লোকপৰম্পৰা অনুসৰি অনুষ্ঠিত হৈ অহা বিভিন্ন উৎসৱৰ বিৱৰণ দাঙি ধৰা হৈছে। তদুপৰি কৃষিৰ কাৰণে শুভ অশুভ সময় নিৰ্দ্ধাৰণ অন্তৰ্ভুক্ত কৰা হৈছে। কঠিয়াপৰা, ধানৰোৱা, ধান-তোলা, ধানৰ আগ অনা, নখোৱা আদি বিবিধ কামৰ লগত জড়িত সাংস্কৃতিক দিশৰ ছবি গ্ৰন্থখনত পৰিস্ফুট। ভেকুলী বিয়া, গছসিয়া, বিহু, ভঠেলি, মগাখদা, গৰখীয়া সেৱা আদি লোকসমাজত প্ৰচলিত নানা লোকবিশ্বাসমূলক আৰু ধৰ্মমূলক অনুষ্ঠানৰ পুঙ্খানু-পুঙ্খ বিৱৰণে সাংস্কৃতিক দিশত যি আলোক পাত কৰিছে সি যথাৰ্থতে মনোগ্ৰাহী আৰু উপাদেয় হৈছে।

সৰ্বশেষত অধ্যাপক শৰ্মাদেৱে কালপ্ৰভাৱত আচাৰ অনুষ্ঠান সমূহৰ বিৱৰ্ত্তন আৰু পৰিবৰ্ত্তন হোৱাৰ কাৰণ ব্যাখ্যা কৰি গ্ৰন্থ-খনক সৰ্বাঙ্গসুন্দৰ কৰি তুলিছে।

# হেমন্তকুমাৰৰ গৱেষণা-তৃষ্ণা

ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী

অসমীয়া সাহিত্যৰ জগতৰ কৃতী সাহিত্যিকৰূপে সুপ্ৰতিষ্ঠিত ব্যক্তি সকলৰ ভিতৰত ড° হেমন্তকুমাৰ শৰ্মাও এজন। সঁচাকৈয়ে তেওঁ আছিল এগৰাকী অতি উদ্যমশীল কৰ্মব্যস্ত পুৰুষ, আৰু সেই ব্যস্ততাৰ ক্ষেত্ৰ আছিল অসমৰ ভাষা সাহিত্য কিম্বা শিক্ষাৰ জগতখন। শিক্ষকতা তথা অধ্যাপনাই তেওঁৰ বৃত্তি আছিল যদিও দৰাচলতে অসমীয়া ভাষা-সাহিত্যহে আছিল তেওঁৰ জীৱিকাৰ প্ৰাণকেন্দ্ৰ। সেইবাবেই তেওঁ অসমীয়া ভাষা-সাহিত্যৰ উন্নতিকল্পে আত্মোৎসৰ্গ কৰাৰ লগতে উঠি অহা অসমীয়া ল'ৰা-ছোৱালীক অসম প্ৰীতিৰ বীজ মন্ত্ৰেৰে মোহাচ্ছন্ন কৰি তোলাই যেন আছিল তেওঁৰ জীৱনৰ প্ৰথম আৰু প্ৰধান লক্ষ্য। এই লক্ষ্যৰ বীজ তেওঁৰ মনত অংকুৰিত হৈছিল স্কুলীয়া ছাত্ৰৱস্থাতে নলবাৰীৰ গৰ্ডন স্কুলত পঢ়া কালত অসম বিখ্যাত কেবাগৰাকীও কৃতী শিক্ষকৰ সান্নিধ্যত। সেই সকল ব্যক্তিৰপৰা তেওঁ নজনা কথা জানিবলৈ আৰু জ্ঞানী-গুণী ডাঙৰ লোকৰ লগত পৰিচয় হবলৈ প্ৰেৰণা লাভ কৰিছিল। সেই কিশোৰ বয়সৰ বিদ্যাৰ্থীৰ গুণাহৰণৰ কৌতূহল পিচলৈ ক্ৰমবৰ্ধমান গতিত তীব্ৰ ৰূপ ধাৰণ কৰি গৱেষকৰ তত্ত্বান্বেষী অনুসন্ধিৎসালৈ ৰূপান্তৰিত হৈছিল। তদুপৰি এই বিষয়ত থাইকৈ সাহিত্য চৰ্চাৰ পাঠ তথা অনুশীলন কৰাৰ বাবে তেওঁৰ পিতৃয়ে যথেষ্ট উৎসাহ যোগাই প্ৰায়ে হেনো কৈছিল 'কিবা এটা লিখিবলৈ হলে প্ৰথমে কিছু পঢ়-শুনা কৰি লব লাগে, কিবা বুজা কথা থাকিলে জনা মানুহৰ ওচৰত সুধি-পুছি লব লাগে আৰু তাৰ পিছত নিজৰ মনত কথাবোৰ ভাবি-চিন্তি লব লাগে।' এইদৰে সুদৃঢ় ভাৱে মনতে

কথাবোৰ পাণ্ডুলিপি লোৱাৰ পিছত লিখিবলৈ যত্ন কৰিব লাগে, সেই লিখাবোৰ ভাণ্ডৰক দেখুৱাই ভুল-ত্ৰুটিবোৰ জানি লব লাগে।' ড° শৰ্মাই পিতাকৰ এই উপদেশবোৰৰ কথা কৈ আত্মপ্ৰসাদ লভিছিল। এইদৰেই তেওঁ সৰুতেই কৌতূহলপ্ৰৱণ হৈ পৰিছিল আৰু লিখিবলৈ লৈছিল।

ডেকা কালত গুৱাহটীত কলেজৰ মজিয়াত ভৰি দিয়াৰ সময়ৰে পৰা তেওঁৰ সেই কৌতূহলৰ মাত্ৰাধিক্য ঘটিল। ভাষা সাহিত্য সংস্কৃতি-মূলক ভালেমান সৰু-বৰ অনুষ্ঠানৰ লগত ঘনিষ্ঠ যোগসূত্ৰ গঢ়ি উঠিল, তাৰে কিছুমানৰ লগত তেওঁৰ নিগূঢ় সম্পৰ্ক স্থাপন হোৱাৰ উপৰিও পাৰিপাৰ্শ্বিক অৱস্থাই অধিক সক্ৰিয় হ'বলৈকো তেওঁক বাধ্য কৰিছিল। সেই বাস্তৱমুখী সক্ৰিয় ভূমিকাৰ ফলত তেওঁৰ এহাতে যিদৰে জনপ্ৰিয়তা বৃদ্ধি পাইছিল আনহাতে সাংবাদিক, সুসাহিত্যিক, পণ্ডিত ব্যক্তি তথা বুদ্ধিজীৱি সকলৰ লগত চা-চিনাকি হোৱাৰ সুযোগো পাইছিল। সেই সূত্ৰই মনত নৱ নৱ বিদ্যালয়ত নৱচিন্তাৰ উদ্ৰেক হৈছিল, আৰু লাভ কৰিছিল অসীম কৰ্ম প্ৰেৰণা। কিন্তু আৰ্থিক দুৰৱস্থাই তেওঁৰ সেই কৰ্মোদ্যমত কিছু বাধাৰ সৃষ্টি কৰিছিল। ফলত তেওঁ চাকৰি কাৰবলৈ বাধ্য হৈছিল। বিশ্ববিদ্যালয়ত পঢ়া কালত তেওঁ নবীনচন্দ্ৰ বৰদলৈ ভৱনত স্থাপিত জিলা পুথি ভঁৰালত গ্ৰন্থাগাৰিক ৰূপে কাম কৰিছিল তেতিয়াই অৱশ্যে তেওঁ কৰ্তৃপক্ষৰ বিধি সন্মত অনুমতি লৈ এম এ পঢ়াৰ সময় উলিয়াইছিল। তেওঁ বহুবাৰ আন চাকৰিত সুবিধা পায়ো পঢ়া-শুনা কৰিবলৈ সুবিধা নোপোৱাৰ ভয়ত কম দৰমহাৰ শিক্ষা-বিভাগৰ চাকৰিতে খামোচ মাৰি ৰ'ল। পুথি ভঁৰালত কাম কৰা সময়ত গুৱাহাটীৰ অতি ভাল সমাজ য়াক 'ক্ৰীম' আখ্যা দিয়া হয় সেইশ্ৰেণী সমাজৰ লগত পৰিচিত হৈ তেওঁ বহু উপকৃত হৈছিল। এফালে পুথি ভঁৰালত কিতাপ অধ্যয়নৰ সুযোগ,

গুৱাহাটীৰ বুদ্ধিজীৱী সকলৰ প্ৰীতি সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক আৰু আনফালে বিশ্ববিদ্যালয়ৰ ড বিৰিঞ্চিকুমাৰ বৰুৱা প্ৰমুখ্যে প্ৰথিতযশা পণ্ডিত গৱেষক সকলৰ পৰা লাভ কৰা বহু উৎসাহজনক উপদেশ পৰামৰ্শৰ মাজত ভৱিষ্যতৰ গভীৰ অধ্যায়ন গবেষণাৰ গোপনে এটা সংকল্প লৈছিল। জিলা পুথিভঁৰালত কাম কৰা সময়ত একেটা ভবনতে থকা নবীনচন্দ্ৰ বৰদলৈ পুথিভঁৰালৰ বছা বছা পুৰণি আপুৰুগীয়া কিতাপ আৰু আলোচনীবোৰ পঢ়ি তেওঁ অভিভূত হৈ পৰিছিল, আৰু জ্ঞানান্বেষণৰ প্ৰতি অধিক আগ্ৰহান্বিত হৈ পৰিছিল। সেই সময়তেই গভীৰ অনুসন্ধিৎসু প্ৰবৃত্তিয়ে তেওঁক এটা দুৰাৰোগ্য ব্যাধিৰ দৰে লগ দিয়ে, পৰৱৰ্তী কালত তেওঁক সেই ব্যাধিয়ে যথেষ্ট কাবু কৰি পেলাইছিল বুলিলেও ভুল নহয়। তেনে জ্ঞানান্বেষনৰ প্ৰচণ্ড হেপাহৰ ফলতে তেওঁ ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ আৰ্হিৰে জন সংস্কৃতি বিষয়ৰ ওপৰত একাধিক গবেষণা কৰ্ম কৰি গৈছে। বিশ্ববিদ্যালয়ৰ সেই সময়ৰ অধ্যাপকসকলৰ লক্ষ্য আছিল কৃতী ছাত্ৰ ছাত্ৰী গঢ়ি তোলা, অধ্যয়ন গবেষণাৰ প্ৰতি ছাত্ৰ-ছাত্ৰীক উৎসাহিত কৰা তেনে কামত নিয়োগ কৰিব নোৱাৰিলে ভাবিছিল শিক্ষকতা বৃত্তি অৰ্থহীন। সেই সময়ৰ শিক্ষক কিম্বা ছাত্ৰ ছাত্ৰীও আছিল আজিৰ তুলনাত বহু পৃথক, পাল মৰা বা কোনোৰকম জোৰা তাপলি মাৰি কামটো কৰিব পাৰিলেই বহু বুলি ভবাটো সেই সময়ৰ শিক্ষক বা ছাত্ৰৰ কাৰণে আছিল অতি লাজৰ কথা। আজিও সেই শিক্ষকৰ যিসকলক পোৱা যায় তেখেতসকলক লগ পালে অধ্যয়ন গৱেষণা তথা বিদ্যায়তনিক ভিন্ন আন কথা মনলৈ নাহে। সেইসকলৰ প্ৰিয় ছাত্ৰ হেমন্তকুমাৰ সেই ভাবৰাশিৰদ্বাৰা প্ৰভাবান্বিত হৈ পৰিছিল বাবেই সম্ভৱত তত্বানুসন্ধানী অধ্যয়নৰ সপোন ৰচনা কৰি বহু অনুষ্ঠানৰ লগত ঘনিষ্ঠভাৱে জড়িত হৈ পৰিছিল।

জ্ঞানান্বেষণৰ কাৰণে তেওঁ এম এ. পাছ কৰাৰ পিচতেই মহীশূৰত অনুষ্ঠিত গ্ৰীষ্মকালীন ভাষাতত্ত্বৰ পাঠ্যক্ৰমত প্ৰশিক্ষণ লবলৈ গৈছিল। মই এম এ পঢ়ি থকা সময়ত মহীশূৰ যাত্ৰাত কলিকতাত তেওঁ মোৰ আলহী হৈছিল, লগত আছিল আন এগৰাকী কৃতী ছাত্ৰ শ্ৰীভদ্ৰ বৰা। তেওঁ লোক দুজনে কলিকতাত অন্য ছাত্ৰ-ছাত্ৰীৰ দৰে নিউমাৰ্কেট আদিত বস্তু বাহানি কিনা কুটা কৰাৰ পৰিবৰ্তে এচিয়াটিক ছোচাইটি, জাতীয় গ্ৰন্থাগাৰ, বঙ্গীয় সাহিত্য পৰিষদৰ গ্ৰন্থাগাৰ, কলিকতা বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰ আৰু অধ্যয়ন- ভৱন, শ্ৰীৰামপুৰৰ মিছ'নৰী গ্ৰন্থাগাৰ সংস্কৃত কলেজ গ্ৰন্থাগাৰ আদিহে পিট্‌পিট কৈ চাবলৈ গৈছিল। তদুপৰি পুৰণি কিতাপৰ দোকানত বহু টকাৰ কিতাপো কিনিছিলে। তেওঁক এই পুথিভৰাল চাই তাত বহু সময় কটোৱা দেখি আচৰিত হৈছিলোঁ, বিৰক্তও হৈছিলোঁ, অথচ জ্যেষ্ঠজন বুলি একো কবও নোৱাৰিছিলোঁ, তাতে মোৰ আলহী আৰু মোকেই আশ্ৰয় হিচাপে লৈ সেই অনুষ্ঠানবোৰলৈ গৈছিল। তেওঁ এচিয়াটিক ছোচাইটিৰ সদস্য হবলৈও যত্ন কৰিছিল, যদিও 'টেকনিকেল' কাৰণত তেওঁৰ সেই ইচ্ছা পূৰণ নহ'ল। এই কথাতো তেওঁৰ অনুসন্ধিৎসু মনৰে সুন্দৰ পৰিচয় দিয়ে।

তেওঁ কটন কলেজৰ চাকৰিত সোমাছিল প্ৰথমতে অস্থায়ী-ভাবে অধ্যাপক ৺উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৱে অৱসৰ লোৱাৰ অলপ দিনৰ আগতে। হেমন্তকুমাৰৰ তেতিয়া মনত গৱেষণাৰ চিন্তা। মহীশূৰৰ পৰা অহাৰ পাছত কলিকতাত মোৰ লগত গৈ মানৱ বিদ্যাৰ জাতীয় অধ্যাপক আচাৰ্য্য ড সুনীতিকুমাৰ চটোপাধ্যায়, কলিকতা বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষাৰ অন্তৰ্গত বাংলা বিভাগৰ ৰামতনু লাহিৰী অধ্যাপক ড° শশীভূষণ দাসগুপ্ত কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° সুকুমাৰ সেন আদি কেইজনমান

অতি বিখ্যাত পণ্ডিতৰ লগত চিনাকি হৈ তাতেই সোনকালে পি এইচ ডি ৰ বাবে গৱেষণা কৰাৰ কথা স্থিৰ কৰিছিল। ইয়াৰ আছি যথাসময়ত ( ১৯৬০ চনত ) ড° বিৰিঞ্চি কুমাৰ বৰুৱা তত্বাবধানত গৱেষণাৰ বাবে মন কৰি অসম চৰকাৰৰ ওচৰত বিচাৰ্ছ স্কলাৰ্শিপৰ বাবে আবেদন কৰিছিল। কিন্তু ইতিমধ্যে কটন কলেজৰ চাকৰিত তেওঁৰ নিযুক্তি নিগাজী হোৱাৰ সম্ভাৱনা দেখি ডিগ্ৰীৰ বাবে গৱেষণাৰ কামত অলপ লাহে ধীৰে হাত দিয়াৰ কথা ভাবিছিল। তাৰ কেইবছৰমানৰ পিছত ড° বৰুৱাৰ পৰলোকপ্ৰাপ্তি হ'ল। ইফালে কলেজৰ শ্ৰেণী লৈয়ো বৰ ব্যস্ত হৈ থাকিব লাগে, ভাষাতত্বৰ স্বকীয়া আৰু কিছু প্ৰশিক্ষণৰো দৰ্কাৰ ইত্যাদি কেবাটাও কাৰণত তেওঁৰ অধ্যয়নৰ বিষয়ৰ পৰিৱৰ্তন ঘটিল। বেছি আকৰ্ষিত হ'ল জন সংস্কৃতিৰ প্ৰতি। আকৌ কলেজৰ জ্যেষ্ঠ সহকৰ্মী আৰু কেইজনমান বন্ধুৰ উপদেশ পৰামৰ্শক্ৰমে অসমৰ সংস্কৃতিৰ বিষয়ে কিছু কিছু চিন্তা চৰ্চাত মনযোগ দিছিল। তাৰ পিছত ড° মহেশ্বৰ নেওগৰ তত্ত্বাবধানত তেওঁ কামৰূপ জিলাৰ লোক-উৎসৱ, উপবাস-ব্ৰত আদিৰ ওপৰত পি এইচ ডি ৰ বাবে গৱেষণা কৰিবলৈ ললে। সেই গৱেষণাৰ থেচিছখনৰ নামটো আছিল Fasts and Festivals in the District of Kamrup—A Descriptive Study of the Socio-Religions life of the Assamese Hindus আৰু সেই গ্ৰন্থখনৰ ওপৰতে অলপ হাত ফুৰাই তেওঁ মৃত্যুৰ দুমাহমানৰ আগত পুথি আকাৰে The Fasts and Fastivals in the Distict of Kamrup নামত দি ছপা কৰি উলিয়াইছে। তেওঁ এই গৱেষণা কৰি ডিগ্ৰী লাভ কৰিছিল ১৯৭৪ চনত।

ডক্টৰেটৰ বাবে গৱেষণা কৰিবলৈ গৈ কামৰূপ জিলাৰ বহু ভিতৰুৱা অঞ্চলৰ গাঁৱত সমল বিচাৰি ফুৰিব লগীয়া হৈছিল।

সেই কাৰণেই বোধহয় তেওঁ গ্ৰন্থখনিত বহুতো নতুন নতুন তথ্য পাতিব যোগান ধৰিব পাৰিছিল। একে সময়তে ভালেমান গীত পদ সংগ্ৰহ কৰিও আনিছিল, ফকৰা-যোজনা দিস্তান, সাধুকথাও বহু সংগ্ৰহ কৰা কথা ব্যক্তিগতভাবে জানিবলৈ পাইছিলোঁ। আলোচনীৰ পাতত তাৰ অলপ অচৰপ প্ৰকাশো কৰিছিল। তেওঁৰ সেই গীত পদৰ বৃহৎ আকৰৰ সংকলন দুটাই হ'ল 'অসমীয়া লোক গীত সঞ্চয়ন' আৰু 'কামৰূপী লোক গীতি সংগ্ৰহ'। এইয়া দৰাচলতে হেমন্তকুমাৰৰ লোক-সাহিত্য চৰ্চাৰে নিদৰ্শন, কিন্তু ইয়াৰ মূলতে হ'ল তেওঁৰ জ্ঞানতৃষ্ণা তথা অনুসন্ধিৎসু প্ৰৱণতা। এইবোৰ সংগ্ৰহ কৰোঁতে তেওঁ সকলো কথা অতি বিতংভাৱে জানিবলৈ তথা খৰছি মাৰি বুজিবলৈ যত্ন কৰিছিল। 'কামৰূপৰ জগন্নাথৰ নাম' গবেষণা পত্ৰখনি সৰ্বভাৰতীয় প্ৰাচ্যবিদ্যা সম্মিলনীত পাঠ কৰোঁতে কেবাজনো জন-সংস্কৃতি বিশেষজ্ঞই ইয়াৰ ওপৰত উচ্চ মন্তব্য দিয়া কথা আমি জানো। সেই গবেষণা নিবন্ধটিয়ে দিয়া খ্যাতিৰ কাৰণেই সম্ভৱত বিদ্বৎ সমাজত তেওঁক সুপৰিচিত কৰি তোলাৰ উপৰিও বিশ্বভাৰতী, দিল্লী আদি বিশ্ববিদ্যালয়ত অসমীয়া লোক সংস্কৃতি বিষয়ৰ বিশেষজ্ঞৰূপে কাম কৰাৰ সুযোগ দিছিল। ইয়াৰে মূলতে তেওঁৰ অনুসন্ধিৎসু প্ৰৱণতা আৰু গৱেষণা-প্ৰীতি।

১৯৬৫ চনত গুৱাহাটীত অনুষ্ঠিত সৰ্বভাৰতীয় প্ৰাচ্যবিদ্যা সম্মিলনৰ সময়ৰেপৰা মৃত্যুৰ সময়লৈকে তেওঁ এই অনুষ্ঠানটিৰ সদস্যৰূপে থাকি কেবাখনো সম্মিলনত গবেষণা পত্ৰ পাঠ কৰি তেওঁৰ গভীৰ চিন্তা-চৰ্চাৰ প্ৰতি থকা দুৰ্বাৰ আকাঙ্খা আৰু কৰ্মদক্ষতাত চিনাকি দিয়াৰ লগতে তেওঁৰ ভাৰতীয়ত্ব বোধৰ প্ৰমাণ দি গৈছে। অসমৰ বাহিৰলৈ যোৱাৰ সময়ত তেওঁ একো একোটা অঞ্চলৰ ভালেমান ঐতিহ্যমণ্ডিত ঠাই ভ্ৰমণ কৰিবলৈকো যত্ন কৰিছিল।

তাৰেই স্পষ্ট নিদৰ্শন কাবেৰীৰ পাৰে পাৰে গ্ৰন্থ। ইয়াৰ মাজতো তেওঁৰ অনুসন্ধিৎসাৰ সাক্ষৰ বিৰাজমান।

সৰ্বভাৰতীয় অনুষ্ঠান কেবাখনৰো লগত তেওঁ সদস্যৰূপে থাকি অধ্যয়ন কৰিবলৈ যত্ন কৰিছিল। তেনেকুৱা প্ৰথমটো অনুষ্ঠান হ'ল সৰ্বভাৰতীয় ভাষাতত্ত্ব সমাজ ( All India Linguistics Society )। সেইদৰে 'নিখিল ভাৰত ইতিহাস আৰু সংস্কৃতি সন্মিলন' (All India History and Culture Society) আৰু নিখিল ভাৰত পুৰাতত্ত্ব সন্মিলনৰো সদস্যৰূপে সন্মিলনত গৱেষণাপত্ৰ পাঠ কৰি তেওঁ নিজৰ গৱেষণাৰ মূল্যায়নৰ সুযোগ লৈছিল।

তেওঁ ভালদৰে বুজিছিল যে সকলো গৱেষণা ব্যক্তিগত ভাবে কৰা সম্ভৱ নহয়, আন কিছু ছাত্ৰ-ছাত্ৰীৰ দ্বাৰাও ভিন্ন ভিন্ন বিষয়ত গৱেষণা কৰোৱা দৰকাৰ। অধ্যাপকৰ বিশেষকৈ স্নাতকোত্তৰ পৰ্য্যায়ৰ অধ্যাপনাৰ ই এটা প্ৰধান দায়িত্ব—ব্যক্তিগত গৱেষণা আৰু ছাত্ৰ-ছাত্ৰীক তনে অধ্যয়নৰ প্ৰতি সচেতন তথা কৰ্মমুখৰ কৰি তোলা। কটন কলেজত স্নাতকোত্তৰ শ্ৰেণীত পাঠ দানৰ কেবা বছৰো হৈ যোৱাৰ পিছত অসমীয়া বিষয়ত এই দায়িত্বটো পালন কৰিব নোৱাৰি তেওঁ ভিতৰি ভিতৰি মনত বৰ কষ্ট পাই আছিল। তাৰ বাবে প্ৰথম কাম হ'ল বিশ্ববিদ্যালয়ৰ দ্বাৰা স্বীকৃতপ্ৰাপ্ত ৰিচাৰ্ছ গাইড হোৱাটো। বিশ্ববিদ্যালয়ৰ আন বিভাগৰ যোগেদি সেই কাম হৈ মুঠাত আধুনিক ভাৰতীয় ভাষা বিভাগটোৰ এম ফিল ( অসমীয়াৰ ) প্ৰবৰ্তিত হোৱাৰ পিছত তেওঁ এই বিভাগৰ যোগেদি সেই স্বীকৃতি লাভ কৰি কাজো, বেজেৰা, দেৰগাঁও, টংলা আদি কলেজৰ কেইগৰাকীমান অধ্যাপক অধ্যাপিকাক ভিন ভিন্ বিষয়ত ডক্টৰেটৰ বাবে গৱেষণা কৰিবলৈ উৎসাহিত কৰিছিল। তেওঁ লোকৰ কেইযাজনেও বিশ্ববিদ্যালয়ত নাম পঞ্জীয়ন কৰি থেচিছৰ কিছু কিছু খছৰাও যুগুত কৰিছিল। অৱশ্যে তেওঁলোকৰ গৱেষণাৰ

গুৰুৰ আকস্মিক অকাল বিয়োগত আটায়ে স্তব্ধ হৈ পৰিছিল।
ইতিমধ্যে শ্ৰীমতী মন্দিৰা গোস্বামী তেওঁৰ তত্ত্বাৱধানত পি এইচ
ডি লাভ কৰাৰ পাছত সেই গ্ৰন্থ সামান্য পৰিবৰ্ধিত ৰূপত
পুথি আকাৰে প্ৰকাশ হৈছে, নকলেও হ'ব যে ৰজনীকান্ত
বৰদলৈৰ জীৱন আৰু কৃতীত্বৰ সকলো দিশ সামৰি যুগুত কৰা
এইখনেই অসমীয়া ভাষাত একক ব্যক্তিৰ একমাত্ৰ বৃহৎ আকৰৰ
গ্ৰন্থ। গৱেষণাৰ তত্ত্বাৱধায়ক তথা গাইডৰূপে স্বীকৃতপ্ৰাপ্ত হোৱাৰ
অলপ কেইবছৰমানৰ ভিতৰতে সেই ক্ষেত্ৰত ইমানখিনি আগবঢ়াৰ
মূলতে তেওঁৰ তত্ত্বানুসন্ধানী মনটো।

এইখিনিতে উল্লেখ কৰিব পাৰি তেওঁ শেহতীয়াভাৱে কৰা
গৱেষণা কৰ্ম মায়ং অঞ্চলৰ লোকসাহিত্যৰ কথা। বিশ্ববিদ্যালয়
অনুদান আয়োগৰ Departmental Research Support
আঁচনি অনুসৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগলৈ আগ-
বঢ়োৱা অনুদানৰ মৰ্মে তেওঁ উক্ত বিষয়ত এখনি গৱেষণা গ্ৰন্থ
যুগুত কৰিবলৈ লৈছিল। এই কথাৰ পৰা আমি সহজে অনুমান
কৰিব পাৰোঁ হেমন্তকুমাৰৰ গবেষণাৰ প্ৰতি কেনে ধাউতি আছিল।
আন এটা শিক্ষানুষ্ঠানত কাম কৰি থকা অধ্যাপক হোৱা সত্ত্বেও
এই বিশ্ববিদ্যালয়ে তেওঁক তেনে এটা গুৰুত্বপূৰ্ণ গৱেষণাৰ দায়িত্ব
অৰ্পণ কৰাৰ মূলতে আছিল তেওঁৰ তত্ত্বানুসন্ধানী প্ৰচেষ্টা আৰু
কাৰ্যদক্ষতা। আধুনিক অসমীয়া সাহিত্য আৰু তাৰ লগত আধুনিক
বঙলা আৰু হিন্দি সাহিত্যৰ তুলনামূলক বিষয়ৰ লগতো তেওঁ
জড়িত হৈ পৰিছিল। তেনে বিষয়তো এগৰাকী ব্যক্তিয়ে যুটীয়া
তত্ত্বাৱধানত তেওঁৰ অধীনত ডক্টৰেট ডিগ্ৰী লাভ কৰিছে। এই
সকলোৰে মূলতে আছিল কিশোৰ কালত লগপোৱা গৰ্ডন স্কুলৰ
শিক্ষকসকল, তেওঁৰ পিতৃ, অসমৰ নৱদ্বীপৰূপে প্ৰখ্যাত নলবাৰীৰ
বিদ্যোৎসাহী সমাজ, পিছত গুৱাহাটীৰ কটন কলেজ আৰু বিশ্ব-

বিত্তালয়ৰ বিদ্যায়তনিক সুস্থ বাতাবৰণ আৰু সৰ্বোপৰি সকলো সময়তে মনটো উপচি থকা সাংসাৰিক সন্তুষ্টি যি সন্তুষ্টিয়ে বাৰে বাৰে তেওঁক নতুন নতুন কথা জানিবলৈ উদগনি দিছিল। এই-দৰেই প্ৰকাৰন্তৰে তেওঁৰ মনৰ অনুসন্ধিৎসু প্ৰবৃত্তি ক্ৰমশ তীব্ৰৰ পৰা তীব্ৰতৰ হৈ পৰিছিল, আৰু শেষত সেই প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ গৈ অসমীয়া ভাষা সাহিত্যৰ ক্ষেত্ৰত এখনি নিগাজী আসন অধিকাৰ কৰিবলৈ তেওঁ সক্ষম হৈছিল। অকল সিমানেই নহয়, কটন কলেজ কিয় অসমৰ সমূহ কলেজৰ ভিতৰেই আজিও একমাত্ৰ অসমীয়াৰ অধ্যাপক যি গৱাকীৰ তত্ত্বাৱধানত একাধিক কলেজৰ অধ্যাপকে ডক্টৰেট ডিগ্ৰী লাভ কৰিছে। ইয়ো সময়ত ঐতিহাসিক সাক্ষীৰূপে জিলিকি উঠিব। এই সকলোৰে গুৰিতে হেমন্তকুমাৰ শৰ্মাৰ সেই তত্ত্বানুসন্ধিৎসু প্ৰবৃত্তি, যিয়েই ন ন ৰূপত আমাৰ আগত ভুমুকি মাৰে। সঁচাকৈয়ে তেওঁ আছিল অক্লান্ত কৰ্মী। অধ্যয়নত তেওঁ কোনো দিনে ভাগৰ অনুভৱ কৰা নাছিল আৰু তেনেকুৱা কৰ্মত থমকিও ৰোৱা নাছিল। উঠি অহা চামৰ বাবে তেওঁ হৈ ৰব এটা আদৰ্শস্বৰূপ। কটন কলেজত অসমীয়াৰ স্নাতকোত্তৰ শ্ৰেণী প্ৰবৰ্তন কৰাৰ সময়ত শ্ৰদ্ধেয় অতুলচন্দ্ৰ হাজৰিকা দেৱে 'হেমন্তৰ নিচিনা আৰু তিনিজনমান অধ্যাপক ওলালে কটনৰ অসমীয়া বিভাগটোৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ লগত ফেৰ মাৰিব পাৰিব' বুলি কোৱা কথাষাৰ আজিও বাৰে বাৰে মনলৈ আহিছে। হাজৰিকা মহোদয়ৰ এই মন্তব্যত ক্ষুণ্ণ নহলেও পেটে পেটে কিন্তু বৰ ভাল পোৱা নাছিলোঁ, কিন্তু সেই কথা যে একেবাৰে দলিয়াই পেলাব নোৱাৰি সিয়ো সঁচা। তেওঁৰ যত্নত কটনৰ অসমীয়া বিভাগৰ পৰা প্ৰকাশিত 'অসম চৰ্চাৰ হাতপুথি স্বৰূপ' "অসম গৌৰৱ" বৃহৎ গ্ৰন্থখনে হাজৰিকাদেৱৰ এই মন্তব্যকে সমৰ্থন কৰে।

গৱেষকৰ প্ৰথম কাম হ'ল মানসিক ধৈৰ্য্য ৰক্ষা আৰু অন্যান্য প্ৰলোভনক বিশেষকৈ আৰ্থিক প্ৰলোভনক নেওঁচিব পৰাটো। লোভৰ অন্ত নাই, এবাৰ মনটোক সেই লোভত এৰি দিলে তাৰ লেকাম ধৰা টান হৈ পৰে। তদুপৰি সকলো অৱস্থাতে মনত সন্তোষ ৰাখিব পৰাটোৱে প্ৰয়োজনীয় কথা। তাকে কৰিবলৈ হলে কিতাপকেই লব লাগিব একমাত্ৰ বন্ধু হিচাপে। কাৰণ কিতাপে হ'ল নিস্বাৰ্থ বন্ধু—সি প্ৰতাৰণাও নকৰে, লোভাকৃষ্টও নকৰে আৰু প্ৰকৃত পথত থাকিবলৈহে সততে উদগনি যোগায়। গতিকে এটা সহজ সৰল সজ জীৱন যাপন কৰিবলৈ হলে নিজক জ্ঞানান্বেষনত ব্যস্ত ৰখাটোৱে উত্তম উপায়। হেমন্তকুমাৰ ইয়াৰ এটা জলন্ত দৃষ্টান্ত। তত্ত্বানুসন্ধিৎসু প্ৰয়াসী মনটোৰ বাবেই এইদৰে তেওঁ হৈ পৰিছিল সকলোৰে পিয়পাত্ৰ।

# ড° হেমন্ত শৰ্মাৰ গুণাৱলী

যোগেশ দাস

ড° হেমন্তকুমাৰ শৰ্মাক এজন বন্ধু হিচপে বহু বছৰেই পাইছিলোঁ। ৬০ ৰ দশকৰ পৰা ৯০ দশকলৈ, তেওঁৰ অকাল বিয়োগৰ আগ-মুহূৰ্তলৈকে। সেই সাহচৰ্যৰ সকলো কথা হয়তো আজি স্মৃতি-পটত নাই, নাইবা থাকিলেও সকলো কথা চমু লেখা এটাত লিপিবদ্ধ কৰিব নোৱাৰি। কিন্তু তেওঁৰ কিছুমান গুণৰ কথা নিশ্চয় উল্লেখ কৰিব পাৰি।

হেমন্ত শৰ্মাৰ বন্ধু-বৎসলতা সৰ্বপ্ৰথমেই মনৰ চকুত ভাঁহি উঠে। আমাৰ দৰে তেওঁৰ ভালেমান অন্তৰঙ্গ বন্ধু আছিল, যি-সকলৰ প্ৰতি তেওঁৰ আনুগত্য ইমান বেছি আছিল যে সময়ে সময়ে তেওঁ তেওঁলোকৰ দোষ-ত্ৰুটীও চকুত নেপেলাইছিল। এই-টোক আমি তেওঁৰ দোষ বুলিব খোজা নাই বৰং যাক বন্ধু ৰূপে গ্ৰহণ কৰিছিল তেওঁক সুখে-দুখে, সম্পদে বিপদে কেতিয়াও পৰিহাৰ নকৰিছিল, তাৰ বিপৰীতে তেওঁ তেওঁলোকক সকলো প্ৰকাৰে সহায়হে কৰিছিল। এইটো তেওঁৰ চৰিত্ৰৰ এটা প্ৰশংসনীয় দিশ আছিল।

তেওঁ অত্যন্ত কষ্টসহিষ্ণু লোক আছিল। কি ঘৰখন, কি সাহিত্য চৰ্চা কি পৰীক্ষাৰ কাম কি মেল-মিটিং সকলোতে তেওঁৰ কষ্টস্বীকাৰ কৰিব পৰা অসীম ক্ষমতা আমি সকলো বন্ধু বান্ধৱে লক্ষ্য কৰিছিলোঁ। ভালেখিনি কষ্ট কৰি, জিলা পুথিভঁৰালত চাকৰি কৰি এম-এ পঢ়া, অন্য কলেজত চাকৰি কৰা আৰু শেষত চৰকাৰী কটন কলেজত অসমীয়াৰ অধ্যাপক নিযুক্ত হোৱালৈকে

তেওঁ ডেকা বয়সৰ কমবোৰ দিন অতিবাহিত কৰা নাছিল। পি-এইচ-ডিৰ কাৰণেও তেওঁ আমাৰ ব্ৰত উৎসৱাদিৰ তথ্য পাতি সংগ্ৰহ কৰি উপাধি লোৱা, আৰু শেষত, কিছু দিন পূৰ্বে মাত্ৰ থিছিছখন দিল্লীৰ এটা প্ৰকাশন প্ৰতিষ্ঠানৰ হতুৱাই প্ৰকাশ কৰাই আনি বন্ধু-বান্ধৱক দেখুৱাই বং পাইছিল। তাত সন্নিবিষ্ট ভালে-খিনি ফটোগ্ৰাফ তেওঁ নিজেই নানান ঠাইলৈ গৈ তুলি আনিছিল।

সাহিত্য চৰ্চাতো তেওঁৰ কষ্ট সহিষ্ণুতা ভালদৰে দেখিবলৈ পোৱা গৈছিল। এনেয়ে তেওঁৰ প্ৰাচীন ভাৰতীয় সাহিত্য আৰু প্ৰাচ্য বিদ্যা সম্বন্ধে বিস্তৃত অধ্যয়ন আছিলেই। তদুপৰি নতুনকৈ কিবা লিখিবলগীয়া হ'লেই তেওঁ গৱেষণা কৰাৰ দৰেই তথ্য-পাতি সংগ্ৰহ কৰিছিল আৰু আৱশ্যক হলে সংশ্লিষ্ট পণ্ডিত জনৰ সৈতে আলোচনাও কৰিছিলগৈ। সাধাৰণতে তেওঁ অসমীয়া সাহিত্যত এজন প্ৰবন্ধ লেখক ৰূপেই জনাজাত আছিল আৰু অসমীয়া সাহিত্যৰ বিভিন্ন দিশ সম্বন্ধে আলোচনা কৰা একাধিক সংকলন প্ৰকাশ কৰিছিল, যিবিলাক গ্ৰন্থ কলেজ পৰ্য্যায়ৰ ছাত্ৰ ছাত্ৰীৰ বিশেষ সহায়ক হৈছে। আমাৰ বিভিন্ন পূজা পাৰ্বণৰ গীতো তেওঁ সংগ্ৰহ কৰি প্ৰকাশ কৰিছিল। ইয়াৰ মাজতে ড° শৰ্মাই এদিন গল্প লেখিবলৈ লৈ আমাক সকলোকে অবাক কৰি দিয়ে। "সেই মালাধাৰি" আদি একাধিক গল্প গ্ৰন্থ উলিয়াই আমাৰ নিচিনা নিয়মীয়া গল্প লিখা মানুহকো পাছ পেলাই থৈ যায়। পুৱা, প্ৰথমে চাইকেল পাছলৈ স্কুটাৰ লৈ ওলাই যোৱা মানুহ জনে কলেজৰ স্নাতকোত্তৰ মহালবো ক্লাছ কৰি, বজাৰ-সমাৰ সামৰি বাতি উভতি আহিনো কেতিয়া লেখিবলৈ সময় পাইছিল আমি ভাবিব পৰা নাছিলোঁ। কিন্তু কৰ্মযোগী মানুহজনে ব্যস্ততাৰ মাজতো লিখা-পঢ়া কৰিবলৈ সময় উলিয়াই লৈছিল।

সাহিত্য সভাক হেমন্ত শৰ্মাই বৰ ভাল পাইছিল। সাহিত্য সভাৰ যোগেদিয়ে জাতিৰ সেৱা কৰিব পাৰি বুলি তেওঁৰ বিশ্বাস আছিল। সময়ত এবাৰ তেওঁ সভাৰ প্ৰধান সম্পাদক আৰু পিছলৈ উপ-সভাপতি হৈছিল। সভাৰ বাৰ্ষিক অধিবেশনলৈ তেওঁ নিয়মিতৰূপে গৈছিল। সভাৰ কিছুমান কাৰ্য্যত তেওঁ যদিও মাজে-সময়ে খেদ প্ৰকাশ কৰিছিল, তথাপিও সাহিত্য সভাখনক এৰি দিয়াৰ কথা কেতিয়াও ভবা নাছিল। সেইদৰে প্ৰাচ্যবিদ্যা সন্মিলনলৈকো তেওঁ আমাৰ প্ৰতিনিধি ৰূপে গৈছিল আৰু তাত নিবন্ধ পাঠ কৰিছিল। এইবিলাক মেল-মিটিঙলৈ যাবলৈ সংগঠন কৰাত তেওঁ সততে আগভাগ লৈছিল।

গুৰু-স্থানীয় ব্যক্তিৰ প্ৰতি ড° শৰ্মাৰ অগাধ ভক্তি থকাটো আন এটা লক্ষ্যণীয় বিশেষত্ব। বহুতে আঁৰত গুৰুৰ প্ৰতি শ্ৰদ্ধা-ভক্তিহীন মন্তব্য কৰাৰ দৰে আচৰণ তেওঁ কেতিয়াও নকৰিছিল। বিশেষ ৰূপে ৺গিৰিধৰ শৰ্মা ৺অতুলচন্দ্ৰ হাজৰিকা শ্ৰীউমাকান্ত শৰ্মা, ড° সত্যেন্দ্ৰ নাথ শৰ্মা, ড° মহেশ্বৰ নেওগ আদিৰ প্ৰতি তেওঁৰ এনে অগাধ ভক্তি আমি প্ৰত্যক্ষ কৰিছিলোঁ। তেওঁ এখেত-সকলৰ ওচৰলৈ প্ৰায়েই গৈ থকাও কৰিছিল।

ড° শৰ্মাৰ আৰু এনে বহু গুণেই আছিল যিবিলাক আনৰ কাৰণে আদৰ্শনীয়। তেওঁ যে কেৱলেই এজন পঢ়া শুনা লৈ ব্যস্ত থকা গহীন-গম্ভীৰ পণ্ডিত আছিল, এনে নহয়। আলাপ আলোচনাত ৰস সৃষ্টি আৰু গ্ৰহণ কৰাতো তেওঁ সদা-প্ৰস্তুত আছিল। সময়ে সময়ে চলচিত্ৰ চাবলৈ তেওঁ যোৱাৰ কথা জানো, আৰু অৱসৰৰ সময়ত হিন্দী গীতো দুই-এফাকি গাই দিছিল। মূলত সাহিত্য-প্ৰেমী হ'লেও তেওঁ জীৱনটোক সকলো দিশৰ পৰাই পৰীক্ষা কৰি চাবলৈ ভাল পাইছিল।

# অধ্যাপক ড হেমন্তকুমাৰ শৰ্মাৰ সোঁৱৰণত

ড° নিশিপদ চৌধুৰী

১৯৭৪ চন। মাহটো সম্ভৱ আছিল অক্টোবৰ নে নবেম্বৰ। গুৱাহাটীৰ পানবজাৰত থকা প্ৰকাশিকা নামৰ পুথি প্ৰতিষ্ঠানটোত ড হেমন্তকুমাৰ শৰ্মাৰ লগত মোৰ প্ৰথম পৰিচয় হ'ল।

গুৱাহাটীত নিগাজীকৈ নথকা বাবে ড° শৰ্মাৰ লৈতে মোৰ চিনাকি নাছিল। কটন মহাবিদ্যালয়ৰ অধ্যাপক আৰু সাহিত্যিক হিচাপে তেখেতৰ নাম আগৰে পৰা জানিছিলোঁ। অসমৰ ঐতিহাসিক প্ৰত্নতত্বৰ ওপৰত গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰা বাতৰিটো পাই মোক তেখেতে অভিনন্দন জনাইছিল। কেইমাহমানৰ পিছত ড শৰ্মাৰো ডক্টৰেট ডিগ্ৰী লাভ কৰা বাতৰিটো ওলাইছিল। ড° শৰ্মাৰ মানুহক অতি কম সময়ৰ ভিতৰতে আপোন কৰি লব পৰা গুণ এটা আছিল যিটো তেখেতৰ চৰিত্ৰৰ এক বৈশিষ্ট্য। ইয়াৰ মূলতে হৈছে সততা, মুকলি মন আৰু আন্তৰিকতাপূৰ্ণ ব্যৱহাৰ।

ড° শৰ্মা অসমৰ সাহিত্য সভাৰ লগত ওতপ্ৰোত ভাৱে জড়িত। কাৰ্যনিৰ্বাহক সমিতিৰ বিভিন্ন পদত থাকি একনিষ্ঠ ভাৱে সভাক সেবা কৰা তেখেতৰ এক মহান আদৰ্শ আছিল। তেখেতৰ নিচিনাকৈ নিস্বাৰ্থ ভাৱে, মনেঃপ্ৰাণে সাহিত্য সভাক ভাল পোৱা মানুহৰ সংখ্যা বিৰল। অসম সাহিত্য সভাৰ তিতাবৰ অধিবেশনত প্ৰথম বাৰৰ বাবে প্ৰতিনিধি হিচাপে যোগদান কৰিছিলোঁ।

১৯৭৭ চনত অসম সাহিত্য-সভাৰ অভয়াপুৰী অধিবেশনত অসম সাহিত্য-সভাৰ গুৱাহাটী কাৰ্য্যালয়ৰ সহকাৰী সম্পাদক হিচাপে

নিৰ্বাচিত হৈছিলোঁ। সতীশ চোধুৰী নগেন ৰয়, ড° হেমন্তকুমাৰ শৰ্মা, নন্দ তালুকদাৰকে ধৰি বহু কেইজন লোকে মোক সহকাৰী সম্পাদকৰ বাবে ৰবকৈ ধৰাত মই অবশেষত সম্মতি জনাইছিলোঁ। নিৰ্বাচিত হোৱাৰ পিছত গুৱাহাটীৰ কাৰ্য্যালয়ৰ কাৰ্য্যভাৰ গ্ৰহণ কৰি ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত নিয়মিযাকৈ বহিবলৈ ধৰোঁ। প্ৰথম অৱস্থাত গুৱাহাটী কাৰ্যালযলৈ অহা লোকৰ সংখ্যা নাছিল বুলিয়ে কব পাৰি। অৱশ্যে প্ৰতিদিন এবাৰকৈ হলেও ড শৰ্মা আৰু নন্দ তালুকদাৰ আহিছিল। তুপৰীয়া গৱাল মই আৰু কাৰ্য্যালয় সহকাৰী অনন্ত তালুকদাৰ অকলে বাহ থাকি আমনি পাইছিলোঁ। সেই কোনোবা আহিলে মই আগ্ৰহী অশা যেন অনুভৱ কৰিছিলোঁ আৰু যোৰকৈ বহুৱাই ৰাখিছিলোঁ। সাহিত্য সভাৰ কাম কাজ কৰোতে মোক ড হেমন্তকুমাৰ শৰ্মা আৰু নন্দ তালুকদাৰে সু পৰামৰ্শ দিয়াৰ উপৰিও যথেষ্ট সহায় সহযোগ আগবঢ়াইছিল। তেওঁলোক প্ৰয়োজনৰ বাবে অসম সাহিত্য সভাৰ কাম কাজ নিয়াৰিকৈ কৰাত সুবিধা হৈছিল। এওঁলোক দুজনৰ বাহিৰেও সৰ্বশ্ৰী যতীন গোস্বামী, ৰমেশ কাকতি ড° ভগৱান মৰল, কনকচন্দ্ৰ ডেকা, দুৰ্গেশ্বৰ শৰ্মা, কুমাৰ কিশোৰ, হিতেশ ডেকা, অধ্যাপক যোগেশ দাস, অধ্যাপক ৰজনীকান্ত দেব শৰ্মা অতুলচন্দ্ৰ বৰুৱাদেৱক ধৰি ভালেমান লোক ভগৱতীপ্ৰসাদ বৰুৱা ভৱনলৈ নিয়মিযাকৈ আহিব ধৰিলে। অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, অধ্যাপক ড° মহেশ্বৰ নেওগ, অধ্যাপক ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱে মাজে মাজে আহি উপদেশ দি আহিল। এখেতসকলৰ বাবেই গুৱাহাটী কাৰ্য্যালয় সক্ৰিয় হৈ উঠিল আৰু চৰকাৰৰ লগতে যোগাযোগ কৰি চৰকাৰৰ পৰা আৰ্থিক অনুদান আৰু মঞ্জুৰী বৃদ্ধি কৰা হ'ল। সাহিত্য সভাৰ হিতাকাঙ্খী লোকৰ সমাগম বঢ়াত মোৰে বৰ সহায় হৈছিল।

গুৱাহটী কাৰ্য্যালয়ত আহ্বান কৰা সভা সমিতিৰ কাৰ্য বিৱৰণি লিখাত মই অভ্যস্ত নাছিলোঁ। ড° শৰ্মাই কাৰ্য্য বিৱৰণি লিখাত যথেষ্ট সহায় কৰি দিছিল আৰু তেওঁৰ বাবে মই কাৰ্যবিৱৰণি সংক্ষেপে আৰু স্পষ্টকৈ লিখিব পৰা হলো। ড° শৰ্মাৰ প্ৰতি মই চিৰকৃতজ্ঞ।

সৰ্ব ভাৰতীয় প্ৰাচ্য সন্মিলনলৈ অসমৰ পৰা বহু কেইজন লোকৰ প্ৰতি বছৰে যোৱা হয়। অসমৰ বিভিন্ন বিষয়ৰ ওপৰত প্ৰস্তুত কৰা গৱেষণা পত্ৰ পাঠ কৰি খ্যাতি অৰ্জন কৰাৰ উপৰিও অসমৰ ভাষা, সাহিত্য সংস্কৃতি, ইতিহাস, প্ৰত্নতত্ব সৰ্বভাৰতীয় মানদণ্ডত প্ৰসাৰ আৰু প্ৰচাৰ কৰা হৈছিল। ড° মহেশ্বৰ নেওগ ড বিশ্বনা ায়ণ শাস্ত্ৰী, ড মুকুন্দমাধৱ শৰ্মা, ড° প্ৰফুল্লদত্ত গোস্বামী, ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, ড হেমন্তকুমাৰ শমা, নন্দ তালুকদাৰ, নবদ্বীৰঞ্জণ পাটগিৰী, ড° ৰবীনদেৱ চৌধুৰী, ড° ভগৱান মৰল, ৰমেশ কলিতা বিশ্বেশ্বৰ হাজৰিকা, কনকচন্দ্ৰ ডেকা, ড° অশোক গোস্বামী, ও মালিনী গোস্বামী, গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ ভালেকেইগৰাকী অধ্যাপকৰ উপৰিও আন গৱেষক বহু কেইগৰাকীয়ে সন্মিলনত যোগদান কৰি কৃতিত্ব অৰ্জন কৰা অতি গুৰুত্বপূৰ্ণ।

১৯৭৮ চনত পুণাত হোৱা প্ৰাচ্য বিদ্যা সন্মিলনৰ অধিবেশনৰ পৰা ড° শমা আৰু নন্দ তালুকদাৰৰ সৈতে তেওঁলোকৰ মৃত্যুৰ সময়লৈকে একেলগে যোগদান কৰি আহিছিলোঁ। দুয়োৰে এটা মহৎ গুণ আছিল, অধিবেশন অনুষ্ঠিত হোৱা স্থান আৰু সেই অঞ্চলৰ ঐতিহাসিক আৰু সাংস্কৃতিক স্থানসমূহ চোৱা আৰু ইতিহাস জনাৰ। তেওঁলোকৰ সৈতে বিভিন্ন স্থানত থকা প্ৰত্নতাত্বিক নিদৰ্শন সমূহ চোৱাৰ সৌভাগ্য মোৰ হৈছিল। পুণাৰ পৰা আমি কৰ্ণাটক আৰু তামিলনাডুৰ প্ৰত্নতাত্বিক নিদৰ্শন চোৱাৰ ওপৰিও বিভিন্ন সংগ্ৰহালয় আদি চাইছিলোঁ।

জয়পুৰ অধিবেশনলৈ যাওঁতে অধ্যাপক কনকচন্দ্ৰ ডেকা আমাৰ লগত আছিল। জয়পুৰৰ আশে-পাশে থকা ঐতিহাসিক স্থান সমূহ চোৱাৰ পিছত আমি চাৰিওজনে চিত্তোৰ, উদয়পুৰ আদি স্থানলৈ গৈ সেইবোৰ চাইছিলোঁ। উদয়পুৰৰ পৰা পোনে পোনে দিল্লীলৈ ঘূৰি আহি তাৰপৰা কাশ্মীৰলৈ গৈছিলোঁ।

পৰৰ ওপৰত টেক্কা মাৰি খোৱা বহু মানুহৰ স্বভাৱ এটা থাকে। কেনেকৈ নিজৰ খৰচ নকৰাকৈ আনৰ খৰচত চলিব পাৰি। ড শৰ্মা আৰু তালুকদাৰৰ এনেকুৱা স্বভাৱ নাছিল। প্ৰতিনিশা দিনটোত হোৱা খৰচৰ হিচাপ কৰি হিচাপমতে টকা পইচাৰ লেন-দেন পৰিষ্কাৰ কৰ হৈছিল। তালুকদাৰৰ সৈতে মই সাধৰণতে একেলগে যাওঁ। ৰিক্সাভাড়া, চাহ, ভাতখোৱা আদি খৰছ কৰি ভাল পাওঁ বাবে মই সাধৰণতে পইচা টো দিওঁ। নিশা তালুকদাৰে মই কৰা খৰছৰ আধা অংশ ঘূৰাই দিয়ে সেইদৰে ঘূৰাই দিয়া দেখি মই এদিন খং কৰি কলো। তালুকদাৰে অতি নম্ৰভাৱে মোক বুজালে যে বাহিৰত আঠ অনা পইচাৰ মূল্যও বহুত। আপুনি ইয়াত আঠ অনা পইচাও নপাব। তেওঁকৈ কৈ মোৰ জেপত পইচাখিনি গুজি দিছিল। তালুকদাৰে সৰ্বদায় মোৰ বাবে বিচনা আচুতিয়াকৈ ৰাখিহে তেওঁৰ নিজৰ বিচনা ৰাখিছিল। য'লৈকে যাওঁ তাতেই প্ৰথম মোৰ বাবে ব্যৱস্থা কৰিহে তেওঁৰ ব্যৱস্থা কৰিছিল। থাকিবলৈ কোঠাৰ পৰা আৰম্ভ কৰি ট্ৰেইনৰ আসন আৰু বাৰ্থলৈকে তেওঁ মোৰ বাবে প্ৰথম ব্যৱস্থা কৰি ৰাখিছিল। ৰাতিপুৱাতে তেওঁ শুই উঠি গা পা ধুই মোক জগাই দিছিল। ড° শৰ্মা আৰু তালুকদাৰে দুয়োনিশা দিনটোৰ খৰচৰ হিচাপ কৰি, দেওনা পাওনা প্ৰথম পৰিষ্কাৰ কৰি লৈ দিনটোৰ দিনপঞ্জী ডায়েৰীত লিপিবদ্ধ কৰা তেওঁলোকৰ আছিল নিত্যকৰ্ম। দিনপঞ্জী লিখাৰ পাচতে চিঠি পত্ৰ লিখি উঠিহে বিচনাত শুইছিল। দুয়ো

কিন্তু বাহিৰত আমিষ ভোজন নকৰিছিল। নিৰামিষ আহাৰহে খাইছিল। দুই-এঠাইত ড° শৰ্মাই মাছ খাইছিল যদিও আলুকদৰে খোৱা নাছিল। সুস্বাদু নিৰামিষ আহাৰৰ প্ৰিয় দুয়ো আছিল যদিও তালুকদাৰ মিতব্যয়ী আছিল। দুয়ো জ্ঞান অন্বেষণৰ প্ৰতিহে বেছি আগ্ৰহী।

ড° শৰ্মা, তালুকদাৰ, ডেকা আৰু মই আমি চাৰিওজনে অস্মুৰৈ পুলি লিখা দিল্লী ষ্টেচনত উঠিলোঁ। তালুকদাৰে মোৰ বাবে ৰখা বাৰ্থটোত শুলোঁ। দাঁতিত ড শৰ্মা আৰু ওপৰৰ বাৰ্থত ডেকা থাকিল। ড শৰ্মা আৰু তালুকদাৰে ৰাতিপুৱাতেই উঠি মুখ হাত ধুই চাহ খাই উঠি মোক জগালে। মই শুই উঠি মুখ-হাত ধুই ললোঁ। ডেকাকো মাতি আনিলে। চাৰিওজনে একে-লগে বহিছোঁ। তালুকদাৰে তেতিয়া আমাক উদ্দেশ্য কৰি কলে, আজি কালি দিনকাল বেয়া, কাৰ কেতিয়া কি হয় কব নোৱাৰি। মোৰ লাইব্ৰেৰীটোত ভালেমান মূল্যৱান গ্ৰন্থ আছে। কেইখনমান দুষ্প্ৰাপ্য গ্ৰন্থ বৰ কষ্ট কৰি ৰাখিছো। মোৰ কিবা হলে সেই গ্ৰন্থ সমূহ আপোনালোকে ভাল অনুষ্ঠান এটাত ৰখাৰ ব্যৱস্থা কৰিব। মোৰ ল'ৰা ছোৱালীয়ে ক'ত ৰাখিব পাৰিব মোৰ সন্দেহ আছে। আজি মই আপোনালোক তিনিওজনকে দায়িত্ব দিলো। ডেকাই তালুকদাৰক কথাখিনি ডায়েৰীত লিখি থোৱাৰ কথা ক'লে। মই কিন্তু তালুকদাৰৰ পৰা এনেকুৱা কথা শুনিবলৈ অকণো প্ৰস্তুত নাছিলো। তেওঁৰ মুখৰ পৰা ওলোৱা কথাখিনি মোৰ বুকুত যেন খুন্দা মাৰি ধৰিলে। মই তেতিয়া কৈছিলোঁ, 'আপোনাক মৰিব নিদিও। আমাৰ মৃত্যুৰ পিছত আপুনিয়ে বাতৰি কাকতত আমাৰ জীৱনী লিখিব লাগিব'। মই অৱশ্যে ইতিমধ্যে তেওঁক কিছু সমল দি থৈছিলোঁ।

নৱেম্বৰ মাহৰ শেহৰ ফাল। কাশ্মীৰত উৎকট ঠাণ্ডা। শ্ৰীনগৰৰ পৰা ৰাজধানীৰ কাৰ্য্যলয় জম্মূলৈ স্থানান্তৰ কৰিছে। শীতকালত জম্মুৰ পৰাহে ৰাজধানীৰ কাৰ্য্যালয় চলে। আমি শ্ৰীনগৰ পালোঁ। নাওত থকাৰ সলনি হোটেল এখনত থকাৰ ব্যৱস্থা কৰিলোঁ। নিশা ঠাণ্ডাতে আমাৰ তেজ গোট লগা যেন লাগিল। সাধাৰণ শ্ৰেণীৰ মানুহে উৰা কাপোৰৰ ভিতৰত আঙঠাৰ বোখাৰি লৈ ফুৰে। টাঙাৱালাই লগত বোখাৰি ৰাখে। আমি চাৰিওজনে নিশাৰ আহাৰ খাই শুইছো। ড শৰ্মা আৰু ডেকাই বিছনা দুখন এক লগ কৰি শুইছে। শ্ৰীনগৰত এনেকুৱা হিমচেচা ঠাণ্ডা হব বুলি আমি ভবা নাছিলোঁ। সেয়ে আমাৰ গৰম কাপোৰ যথেষ্ট নাছিল। তালুকদাৰৰ ঠাণ্ডা সহ্য কৰিব নোৱাৰি ভয়লগা অৱস্থা হ'ল। ড° শৰ্মা আৰু ডেকাই মাজত শুৱাই লৈ তেওঁক সাৱটি ধৰিছিল। পিছদিনাখন ড শৰ্মা আৰু ডেকাৰ বাবে তেওঁৰ জীৱন ৰক্ষা পৰিল বুলি মন্তব্য কৰিলে। ৰাতিপুৱা আমি পেহালগামলৈ গলো। পেহালগাম বৰফেৰে ঢাকখোৱা। ১½/২ ফুট বৰফ পৰিছে। চাৰিজনে বৰফঢকা পাহাৰৰ ওপৰাৰ ঘুৰি আনন্দ লভিছিলো। ঘোৰাত উঠি গোটেই অঞ্চলটো ঘূৰিলো। বৰফৰ ওপৰে ওপৰে ফুৰিবলৈ হলে হাণ্টিং বুট পিন্ধি লব লাগে। মই হাণ্টিং বুট পিন্ধি নোলোৱা বাবে বৰফৰ পাহাৰৰ পৰা পিছলি তলৰ বৰফ গলা বোকা মাটিত পৰিলো। মোৰ কোট পেণ্টত বোকা লাগিল। ডেকাই মোক বোকা মাটিৰ পৰা তুলি বৰফেৰে মচি মচি বোকা একৰাব ধৰিলে। দূৰৰ পৰা ড শৰ্মা আৰু তালুকদাৰে দৌৰি আহি একাষৰপৰা বৰফেৰে ঘঁহি ঘঁহি বোকাবোৰ একৰাই দিলে।

পেহালগামৰ পৰা ঘূৰি আহি বজাৰৰ পৰা গৰম কম্বল আটাইকেইজনে কিনিলো। ৰাতি অৱশ্যে সেইদিনাও ঠাণ্ডা পাইছিলোঁ। তিনিদিন শ্ৰীনগৰত থাকি আমি দিল্লীলৈ আহিলোঁ।

গুৱাহাটী আহি পাইছো। এমাহ পূৰ্ণ হ'ল নে নহ'ল। আকাশ বাণী গুৱাহাটী কেন্দ্ৰৰ পৰা প্ৰচাৰ কৰা আঞ্চলিক বাতৰিত শুনিলো নন্দ তালুকদাৰ আৰু নাই। বাতৰিটো মই বুজি নোপোৱা যেন লাগিল। লগে লগে চিকিৎসা মহাবিদ্যালয় ( বৰ্ত্তমানৰ মহেন্দ্ৰ-মোহন হাস্পাতাল ) লৈ গলো। মোৰ লগত আছিল যুগল দাস ড হেমন্তকুমাৰ শৰ্মা, কনকচন্দ্ৰ ডেকা আৰু কেবাজনো লোক। পোষ্টমৰ্টেম কোঠাৰ পৰা উলিয়াই আনি যুগল দা, ড° শৰ্মা আৰু মই তালুকদাৰৰ মৃতদেহৰ ওপৰও ফুল চতিয়াই শ্ৰদ্ধাঞ্জলি যাচিলোঁ। ডেকা আৰু মই তালুকদাৰৰ দেহটো কান্ধত তুলি ললোঁ। পুৰা শৰণীয়াত থকা তালুকদাৰৰ ঘৰ অসম একাডেমী, ভগৱতীপ্ৰসাদ বৰুৱা ভৱন, অসম সাহিত্য সভাৰ গুৱাহাটী কাৰ্য্যালয়, কামৰূপ অনুসন্ধান সমিতি, প্ৰত্নতত্ব আৰু ৰাজ্যিক সংগ্ৰহালয় বিভাগলৈ শেষ শ্ৰদ্ধা নিবেদন কৰিবলৈ অনা হ'ল। তাৰ পাছত নৱগ্ৰহ শ্মশানত অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰা হ'ল।

ইয়াৰ পিচৰ পৰা সৰ্বভাৰতৰ সম্মিলন সমূহলৈ যাওতে তালুকদাৰৰ সঙ্গ ৰবকৈ অনুভৱ কৰিছিলোঁ। ড° হেমন্তকুমাৰ শৰ্মা, কনকচন্দ্ৰ ডেকা, নৱদ্বীপৰঞ্জন পাটগিৰি আৰু মই, আমি চাৰিজান সম্মিলন সমূহলৈ যাওঁ। সৰ্বভাৰতীয় প্ৰাচ্য সম্মিলনৰ উপৰিও ভাৰতীয় প্ৰত্নতাত্বিক সংস্থা, ভাৰতীয় ইতিহাস আৰু সংস্কৃতি সংস্থা, সৰ্বভাৰতীয় অভিলেখ সংস্থা, সৰ্বভাৰতীয় মুদ্ৰা সংস্থা আদিলৈ আমি চাৰিজনে একেলগে অহা যোৱা কৰি থাকোঁ। ১৯৯১ চনৰ ডিচেম্বৰ মাহত ভুপালত যুটীয়া ভাৱে ভাৰতীয় ইতিহাস আৰু সংস্কৃতি সংস্থা, ভাৰতীয় প্ৰত্নতাত্বিক সংস্থা আৰু ভাৰতীয় প্ৰাগৈতিহাসিক সংস্থাৰ অধিবেশন অনুষ্ঠানত হয়। উক্ত অধিবেশনলৈ আমি চাৰিজনৰ লৈতে ড° ৰবীন দেৱ চৌধুৰী, অধ্যাপক দ্বিজেন্দ্ৰ নাৰায়ণ গোস্বামী, শ্ৰীৰমেশ কলিতা আৰু ৰমেশ চন্দ্ৰ শৰ্মা গৈছিল। ড° শৰ্মাই

একমাত্ৰ পুত্ৰ অঞ্জনৰ অস্থি এলাহবাদৰ সঙ্গমস্থান ত্ৰিবেণীত অধ্যাপক গোস্বামীৰ জড়িয়তে দিয়াৰ ব্যৱস্থা কৰিছিল। সেয়ে ড° শৰ্মা, অধ্যাপক গোস্বামী, শ্ৰীকলিতা আৰু মই এলাহবাদত নিশা থাকিব-লগীয়া হয়। আন কেইজনে দিল্লীহৈ ভূপাললৈ গৈছিল। ড° শৰ্মাৰ মনোবাঞ্ছা পূৰ্ণ হোৱাত তেওঁৰ মন উৎফুল্লিত হ'ল। মুখমণ্ডলত ফুটি উঠিল আনন্দৰ অভিব্যক্তি। নাৱৰীয়াজনে নাওৰ বাবে ভাড়া আৰু ব্ৰাহ্মণজনে পূজাৰ বাবে বেছিকৈ দাবী কৰিছিল। ড শৰ্মাই সেই টকা দিয়াৰ ওপৰিও ব্ৰাহ্মণ, নাৱৰীয়া আৰু টাঙাৱলাকে নদীৰ ঘাটত চাহ-মিঠাই খুৱাইহে বিদায় দিছিল। আনকি দুপৰীয়া আহাৰো আমাক খুৱাইছিল। পুৱতি নিশাৰ বেলেৰে আমি চাৰিওজনে ভূপাল অভিমুখে যাত্ৰা কৰিলোঁ। ভূপালত কিষাণ বিশ্ৰাম গৃহত আমি চাৰিজনৰ বাবে এটা কোঠা আচুতীয়াকৈ ৰখা হৈছিল। তিনিখন বিচনাযুক্ত সৰু কোঠাটোত আৰু এখন বিচনা সংযোগ কৰাৰ ফলত কোঠাটো বৰ ঠেক হৈছিল যদিও ড° শৰ্মাৰ বাবে আমি চাৰিওজনে থাকিলো। ড° শৰ্মাই কষ্ট কৰি হলেও একেলগে থকাৰ প্ৰতিহে আগ্ৰহী আছিল।

আমি অসমৰ পৰা যোৱা আঠাইকেইজনে আলোচনা চক্ৰত গৱেষণা পত্ৰ পাঠ কৰি প্ৰশংসা পাইছিলোঁ। সন্মিলনৰ আৰম্ভণি আৰু সামৰণি অনুষ্ঠানত অধিবেশনৰ ফালৰ পৰা অসমৰ পৰা যোৱা গাবেষককেইজনক প্ৰশংসা কৰা শুনি আমি আঠাইকেইজনে গৌৰব অনুভব কৰিছিলোঁ।

সাঁচীৰ স্তুপ, বিদিশাৰ গুহামন্দিৰ আৰু প্ৰত্নতাত্বিক নিদৰ্শন সমূহ, ভীম-ভেটকাৰ প্ৰাগৈতিহাসিক গুহা চিত্ৰ ভূপালত থকা বাজ্যিক সংগ্ৰহালয় মানুহ আৰু পাৰিপাৰ্শি কতা নামৰ এক বৃহৎ অঞ্চল সামৰি গঠন কৰা অনুষ্ঠানটো অভ্যৰ্থনা সমিতিৰ ফালৰ পৰা প্ৰতিনিধিক নি দেখুৱা হৈছিল। ড° শৰ্মাই অনুসন্ধিৎসু মনেৰে সেইবোৰৰ তথ্য সংগ্ৰহ কৰিছিল।

ভূপালৰ পৰা ঘূৰি অহাৰ এমাহ নৌহওতে ডঃ শৰ্মাই আমাৰ পৰা চিৰদিনৰ বাবে আঁতৰি গ'ল। ঠিক একেদৰে জয়পুৰ অধিবেশনৰ পৰা ঘূৰি অহাৰ পিছত নন্দ তালুকদাৰ গৈছিল। ডঃ শৰ্মাই থ্লন্তৰ দেহটো তেওঁৰ লাছিত নগৰৰ ঘৰৰ ড্ৰয়িং ৰুমত চিৰনিদ্ৰাত মগ্ন। তেওঁৰ নশ্বৰ দেহৰ ওপৰত এথোপা ফুল দি শ্ৰদ্ধাঞ্জলি যাচিলোঁ।

ড শৰ্মা আছিল এগৰাকী আদৰ্শৱান শিক্ষক। জ্ঞানৰ পিপাশা আৰু শিক্ষা দান আছিল তেওঁৰ দৰ্শন। অবাবত সময় নষ্ট কৰাটো তেওঁ সহিব নোৱাৰিছিল। ডঃ শৰ্মা আৰু তালুকদাৰ দুয়ো আছিল আমাৰ পৰম বন্ধু। মোৰ হিতাকাঙ্খী আৰু মোৰ সু উপদেষ্টা। সাহিত্য সভাৰ পৰা আৰম্ভ কৰি সকলো কামতে দুয়ো সু পৰামৰ্শ দি আহিছিল। তওঁলোকৰ অবিহনে মই যেন আজি সজ্ঞা-বিহীন, নিঠৰুৱা। দুয়োলৈ মোৰ আন্তৰিক শ্ৰদ্ধা নিবেদিলোঁ।

# শিক্ষাগুৰু ড° হেমন্তকুমাৰ শৰ্মাদেৱৰ সোঁৱৰণত

ড ৰবীন দেৱ চৌধুৰী

মোৰ শিক্ষাগুৰু বুলিলে ৺ড° হাসমুখ ধীৰাজ লাল সাংকালিয়া। ৺অধ্যাপক কৃষ্ণ দত্ত বাজপায়ী আৰু ৺অধ্যাপক হেমন্তকুমাৰ শৰ্মা-কেই প্ৰধানত বুজো। যদিও জীৱনত বহু কেইটা বিভিন্ন স্থানৰ শিক্ষা অনুষ্ঠানত মই পঢ়িছিলো বা অধ্যাপনা কৰিছিলো, বহু জনক শিক্ষক হিচাপে পাইছিলো পিচলৈ কিন্তু যি কোনো কাৰণতেই হওঁক এখেতসকলৰ লগত ঘনিষ্ঠ সম্পৰ্ক নাথাকিল গৈ। থাকিল পুণেৰ ড সাংকালিয়া, সাগৰৰ অধ্যাপক বাজপায়ী আৰু কটন কলেজত পোৱা গুৱাহাটীৰ অধ্যাপক হেমন্তকুমাৰ শৰ্মাদেৱৰ লগত গাঢ় সম্পৰ্ক। এই সম্পৰ্ক গৱেষণা, লিখা-পঢ়া প্ৰকাশন আদিৰ যোগেদি বৰ মধুৰ হৈছিল। পিচে এজন-এজনকৈ তেওঁ লোকক পৰলোকত আৱশ্যক হোৱাত ইহলোক এৰি মোক্ষ অভিমুখে গতি কৰিলে।

অধ্যাপক শৰ্মাদেৱ সদায় হাঁহিমুখীয়া আছিল। সাহিত্য সভাৰ কামত মোৰ কাৰ্যালয়লৈ আহি মোৰ লগত বহু কথা আলোচনা কৰিছিল। তেওঁ কটন কলেজৰ ছাত্ৰ-ছাত্ৰী সকলক অসমীয়া সংস্কৃতি বিষয়ত সম্যক জ্ঞান দিয়াৰ উদ্দেশ্যে প্ৰত্যেক বছৰেই সংগ্ৰহালয়লৈ আনিছিল আৰু মোক এটি তেওঁলোকৰ আগত ভাষণ দিবলৈ কৈছিল। মই দিছিলো। শ্লাইদৰ সহায়ত মই তেওঁলোকক অসমৰ ভাস্কৰ্য, চিত্ৰকলা আদিৰ বিষয়ে ব্যাখ্যা কৰিছিলো। তাক দেখি গুৱাহাটী বিশ্ববিদ্যালৰ অসমীয়া বিভাগৰ মুৰব্বী ড° নিৰ্মলপ্ৰভা বৰদলৈদেৱেও ছাত্ৰ-ছাত্ৰী লৈ সংগ্ৰহালয়লৈ আহিছিল আৰু মই তেনেকুৱাকৈ ভাষণ দিছিলো।

অধ্যাপক শৰ্মাদেৱে ছাত্ৰক পঢ়াত জ্ঞান আহৰণ কৰিবলৈ কোনো কুণ্ঠাবোধ কৰা নাছিল। তেওঁৰ পি এইচ ডি ডিগ্ৰীৰ বাবে 'থেচিচ' লিখি থকা সময়ত মোক কেবাবাৰো কৈছিল। শেষত 'থেচিচ' দাখিল কৰাৰ আগতে মোৰ 'থেচিচ'খন চাইছিল আৰু ছবি আদি কেনেদৰে লগাব লাগে তাক বুজি লৈছিল। মই তেওঁৰ ছাত্ৰ আছিলো। ছাত্ৰৰ 'থেচিচ'ৰ পৰা শিক্ষক হিচাপে নিজৰ 'থেচিচ' কেনেকুৱা আদৰ্শৰ হব লাগিব তাক বুজি লোৱা তেওঁৰ কোনো লাজৰ কথা নাছিল। তেওঁৰ উদ্দেশ্য আছিল—জ্ঞান আহৰণ কৰা যাৰ পৰায়েই নহওঁক দুটা কথা জানিব পাৰিলে তেওঁ সুখী হৈছিল। এইযেন তেওঁৰ আছিল এক মহৎগুণ। তেওঁ মাজে মাজে কৈছিল 'ৰবীন তোমাকলৈ আমি গৌৰব কৰো'।

সাৰ্বভাৰতীয় প্ৰাচ্যবিদ্যাৰ সভা ( All India Oriental Conference )ত তেওঁ একেৰাহে যোগদান কৰি প্ৰবন্ধ পাঠ কৰিবলৈ কেবাবছৰো অসমৰ বাহিৰলৈ গৈছিল।ময়ো তেওঁৰ লগত দুবাৰ এই সভাত যোগদান কৰা মনত পৰে। ভাৰতীয় ইতিহাস ও সংস্কৃতি সমাজৰ তেওঁ এজন সদস্য আছিল। এই সমাজৰ বাৰ্ষিক অধিবেশনত যোগদান কৰি তাত প্ৰবন্ধ পাঠ কৰিবলৈ যোৱা এটা প্ৰায় তেওঁৰ নিয়মৰ ভিতৰত আছিল। এই সভাত আলোচনা চক্ৰত পাঠ কৰা প্ৰবন্ধ মই জনাত দুখন অনুষ্ঠানটোৰ মুখপত্ৰত প্ৰকাশ হৈছিল।

অধ্যাপক শৰ্মাদেৱে প্ৰশাসনিক পদবী ভাল নাপাইছিল বাবে এক অনাবৰৰ জীৱন যাপন কৰাত সুবিধা হৈছিল। লিখা-পঢ়া কিতাপ লিখা, সভা-সমিতিত অংশ লোৱা আদিয়েই তেওঁৰ জীৱনৰ মুখ্য কাৰ্য আছিল আৰু এই কামৰ জৰিয়তেই তেওঁ সকলোৰে পৰা সমাদৰ, শ্ৰদ্ধা সম্মান লাভ কৰিবলৈ সমৰ্থ হৈছিল।

তেওঁৰ সদায় হাঁহি থকা মুখখন মই কেতিয়াও পাহৰিব নোৱাৰো। কামৰূপ অনুসন্ধান সমিতিৰ কাৰ্যনিৰ্ব্বাহক সমিতিৰ এগৰাকী সদস্যৰূপে তেওঁ প্ৰায়ে ৰাজ্যিক সংগ্ৰহালয় চৌহদলৈ আহোতে মোৰ কাৰ্যালয়ৰ কোঠাত এবাৰ প্ৰবেশ কৰি দু আষাৰ কথা পাতিছিল। ময়ো তেওঁৰ কথাক আশীৰ্ব্বাদ হিচাপে লৈ কাৰ্য কৰিবলৈ সৎ সাহস পাইছিলো। কিন্তু উৎসাহ দিবলৈ আশীৰ্ব্বাদ দিবলৈ চাৰ আৰু নাই। তেখেতৰ আত্মাই স্বৰ্গত চিৰ শান্তি লাভ কৰক।

# অধ্যাপক ডক্টৰ হেমন্তকুমাৰ শৰ্মাৰ লোক-সাহিত্যৰ প্ৰচ্ছদপট আৰু সম্পৃক্ত বিষয়ৰ এটি সমীক্ষা

ড অৰুণিমা ভৰালী

প্ৰয়াত অধ্যাপক ড হেমন্তকুমাৰ শৰ্মাদেৱৰ "অসমীয়া সাহিত্যত দৃষ্টিপাত" গ্ৰন্থখন অসমীয়া জাতীয় জীৱনৰ প্ৰাণ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত কৰা কাৰ্য্যৰ এক উল্লেখযোগ্য আৰু সাৰ্থক সংযোজন। এই পুথিখনিত অসমীয়া সাহিত্যৰ প্ৰাচীন আৰু আধুনিক দুয়োটা দিশকেই সামৰি লোৱা হৈছে। পুথিখনিত সন্নিবিষ্ট প্ৰবন্ধ কেইটিয়ে আদিযুগৰ পৰা বৰ্তমানলৈকে বিশাল অসমীয়া সাহিত্যৰ ছবিখনি সুস্পষ্ট কৰি তুলিছে আৰু লগে লগে ড শৰ্মাদেৱৰ অসমীয়া সাহিত্যৰ প্ৰতিটো বিষয়ত থকা গভীৰ অধ্যয়ন আৰু অনুশীলনৰ পৰিচয় পোৱা গৈছে।

পুথিখনিৰ প্ৰথম খণ্ডত অধ্যাপক গৰাকীয়ে লোক-সাহিত্যৰ যি প্ৰচ্ছদপট অঙ্কন কৰিছে তালৈ চাই লেখকৰ ধাৰণা যে সুস্পষ্ট সেই কথা স্বীকাৰ কৰিব লাগিব। লিখিত সাহিত্যৰ স্থিতিৰ বাহন লিপি আৰু লোক সাহিত্যৰ স্থিতিৰ বাহন স্মৃতি'। লিপিৰ উদ্ভৱ হোৱাৰ বহু আগৰেপৰা ই নিৰক্ষৰ লোকৰ দ্বাৰা মুখে মুখে ৰচিত আৰু প্ৰচাৰিত হৈ অহা লোক সাহিত্যতো অসমীয়া সমাজৰ চিত্ৰ প্ৰকৃতিৰ বৈচিত্ৰ্য, জন সাধাৰণৰ সুখ দুখ, আশা-নিৰাশাৰ যি ছবি প্ৰকাশ পাই আহিছে তাক ড° শৰ্মাদেৱৰ ৰচনাত সুন্দৰকৈ প্ৰতিফলিত হৈছে। লগতে জীৱনজোৰা সাধনাৰে জন সাহিত্যৰ লুপ্তপ্ৰায় অমূল্য সম্পদৰাজি পোহৰৰ বাটলৈ আনিছে। উদাহৰণ স্বৰূপে এই বিষয়ৰ ওপৰত ড° শৰ্মাই লিখা বিভিন্ন

প্ৰবন্ধৰ উপৰিও "অসমীয়া লোক গীতি সঞ্চয়ন" "কামৰূপী লোক-গীতি সংগ্ৰহ", "কিংবদন্তীৰ সাধু" আদি পুথি অসমীয়া সাহিত্যৰ ভঁৰাললৈ তেখেতৰ অনবদ্য অৱদান। বিশেষকৈ অধ্যাপক ড° শৰ্মাই "The Fasts and Festivals in the District of Kamrup" নামৰ গৱেষণা গ্ৰন্থত অসমীয়া লোক-সাহিত্যৰ মাজত বিচাৰি উলিওৱা অসমীয়া হিন্দুসকলৰ ধৰ্ম আৰু সামাজিক জীৱনৰ নিখুঁত চিত্ৰ আকি থৈ গৈছে। অসমীয়া হিন্দুসকলৰ সভ্যতা সংস্কৃতি, মাঙ্গলিক অনুষ্ঠান, ধৰ্মীয় বিশ্বাস, সংস্কাৰ, আচাৰ-ব্যৱহাৰ আদিৰ বিবিধ তথ্য সংগ্ৰহ আৰু তাক বৈজ্ঞানিক প্ৰণালীৰে পুংখানুপুংখ বিচাৰ বিশ্লেষণ কৰি পাঠকৰ আগত দাঙি ধৰিবলৈ অধ্যাপক ড° শৰ্মা সক্ষম হৈছে।

সংস্কৃতি ব্যক্তিৰ প্ৰতি সমাজৰেই দান। সমাজৰ ৰীতি নীতি, আচাৰ-ব্যৱহাৰ, ভাব চিন্তা আৰু কাৰ্য্যসমূহ জন্মৰে পৰা জন-সাধাৰণে স্বতস্ফূৰ্ত্তভাবে শিকিবলৈ লয় আৰু তাৰপৰাই জন্ম হয় সংস্কৃতিৰ। এই সংস্কৃতিয়ে এখন সমাজক আন এখন সমাজৰ পৰা স্বকীয় বৈশিষ্ট্যৰ দ্বাৰা পৃথক কৰি ৰাখে আৰু ব্যক্তিসমূহক নিয়ন্ত্ৰণ কৰে। অসমলৈ বিভিন্ন যুগত আহি বসবাস কৰা বিভিন্ন মানৱ গোষ্ঠীৰ সংস্কৃতিৰ সমন্বয়ত গঢ লৈ উঠিছে অসমৰ সংস্কৃতি। সংস্কৃতিৰ এক বিশিষ্ট অঙ্গ স্বৰূপ উৎসৱ-পাৰ্বণ সমূহতো সেয়েহে বিভিন্ন লোক সংস্কৃতিৰ সমন্বয় পৰিলক্ষিত হয়। অসমীয়া লোক-সাহিত্য সমূহতো সেয়ে সমন্বয়ৰ প্ৰতিচ্ছবিখনেই প্ৰস্ফুটিত হৈছে। অধ্যাপক ড° শৰ্মাদেৱে "অসমৰ উৎসৱ পাৰ্বণ আৰু তাৰ অৱদান শীৰ্ষক প্ৰবন্ধত গৱেষণামূলক দৃষ্টিৰে চাই যি অভিমত দাঙি ধৰিছে সি সঁচাকৈয়ে অতি তাৎপৰ্য্যপূৰ্ণ হৈছে।

অসমৰ উৎসৱ পাৰ্বণ সমূহক ড° শৰ্মাই প্ৰধানকৈ দুটা ভাগত ভাগ কৰি দেখুৱাইছে। এটা ধৰ্মীয় আৰু আনটো ধৰ্মনিৰপেক্ষ। শিৱৰাত্ৰি, দুৰ্গাপূজা, জন্মাষ্টমী, ৰাস-উৎসৱ দৌল উৎসৱ আদি ধৰ্মীয় উৎসৱ আৰু বিহু, ভঠেলি, মহোহো আদি ধৰ্মনিৰপেক্ষ বা লোক-উৎসৱ। সাধাৰণতে কোনো দেৱ-দেৱীক কেন্দ্ৰ কৰি পালন কৰা উৎসৱসমূহেই ধৰ্মীয় উৎসৱ। পঞ্চদেৱতাক কেন্দ্ৰ কৰি ক্ৰমে গাণ পত্য সৌৰ বৈষ্ণৱ শৈৱ আৰু শাক্ত এই পাঁচটি হিন্দুধৰ্মৰ শাখা ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত বিয়পি পৰে আৰু সেই দেৱতাসকলক কেন্দ্ৰ কৰিয়েই বছৰৰ বিভিন্ন সময়ত বিভিন্ন উৎসৱ-পাৰ্বণ অনুষ্ঠিত হয়। কিন্তু কামৰূপ বা অসমত ভালেমান দেৱ-দেৱীৰ পূজা-উৎসৱ অনাৰ্য্যমূলীয়। তদুপৰি "কালিকা পুৰাণ" (১০ম-১১শ শতিকাৰ) আৰু "যোগিনীতন্ত্ৰ' (১৬শ শতিকাৰ) পৰাই কথা সুস্পষ্ট হৈ পৰে যে পূৰণি কামৰূপত কিৰাত নামৰ একশ্ৰেণীৰ লোকে বসবাস কৰি শিৱক পূজা কৰিছিল আৰু শিৱয়ে আদিৰে পৰা এই দেশ নিজ ৰাজ্য বুলি গোপনে ৰাখিছিল। নৰকে বিষ্ণুৰ আদেশত কিৰাতৰাজ ঘটকক মাৰি কিৰাতসকলক দেশৰ পৰা খেদি পঠায়। তাৰ পিছত দেশত কামাখ্যাদেৱীৰ বা শক্তিপূজাৰ প্ৰৱৰ্ত্তন কৰে। তথাপিও শৈৱ ধৰ্ম দেশৰ পৰা সম্পূৰ্ণৰূপে শেষ হৈ ন'গল। শিৱ যে সাজ-পাৰ, অয়-অলঙ্কাৰ, ৰাহন আচৰণ আদিৰ দ্বাৰাও আৰ্য্যেতৰ দেৱতা সেই কথা ড° শৰ্মাই তেখেতৰ গৱেষণামূলক চিন্তাৰে প্ৰমাণ কৰি দেখুৱাইছে। দ্ৰাবিড়ৰ দেৱতা শিৱ পিছত আৰ্য্যৰ বৈদিক দেৱতা ৰুদ্ৰৰ লগত একীভূত হৈ ৰুদ্ৰ শিৱৰূপে আৰ্য্য দেৱতাৰ এজন প্ৰধান দেৱতা হ'ল বুলি কৈছে। শিৱক কৃষি দেৱতা বুলিও পূজা দিয়া হয়। এই শিৱ পূজাত জড়িত অনুষ্ঠানতো সেয়েহে আৰ্য্যেতৰ প্ৰভাৱ দেখা যায়। শিৱ মন্দিৰত দেৱদাসী নৃত্যৰ প্ৰচলন, পূজাত খাহীছাগলী, কাছৰ তেজ, ভাঙৰ চিলিম আগ-

বঢ়াই ভাং খোৱাৰ প্ৰথা আদিৰ বিষয়ে দিয়া সূক্ষ্ম বিশ্লেষণো অতি উপাদেয় হৈছে। সেইদৰে ড শৰ্মাদেৱে "কামৰূপী লোক-গীতি সংগ্ৰহ" আৰু "অসমীয়া লোক-গীতি সঞ্চয়ন' নামৰ দুই গ্ৰন্থতে অসমৰ বিভিন্ন ঠাইত প্ৰচলিত শিৱৰ নাম সংগ্ৰহৰ প্ৰচেষ্টা কৰাটো লক্ষ্যণীয় বিষয়। উদাহৰণ স্বৰূপে—

পদ—(আৰ) ত্ৰিলোকৰ নাথ হৰ শিৱ জটাধাৰী।
গায়ে শোভা কৰে প্ৰভু ওহি লম্বা দাড়ি।
কপালতে শোভা কৰে অৰ্ধচন্দ্ৰ কলা।
গলে শোভা কৰে প্ৰভুৰ নৰমুণ্ড মালা॥

(কামৰূপী লোক-গীতি সংগ্ৰহ)

শৈৱধৰ্মৰ দৰেই শাক্তধৰ্মও হিন্দুধৰ্মৰ এটি প্ৰধান শাখা। শাক্ত ধৰ্মৰ মূল উপাস্যা দেৱী আদ্যাশক্তি মহামায়া। মহামায়াই বছৰৰ বিভিন্ন সময়ত দুৰ্গাদেৱী, কালী জগদ্ধাত্ৰী, বাসন্তী আদি নামেৰে পূজিতা হৈ আহিছে। দুৰ্গাপূজা, কালীপূজা অসম, বঙ্গদেশত অতি জাকজমকতাৱে অনুষ্ঠিত হয়। দুৰ্গাপূজাৰ সময়ত নৱমী আৰু দশমী তিথিত অসমৰ কোনো কোনো ঠাইৰ গাভৰু তিৰোতা-সকলেও একেটি অনুষ্ঠান পাতি দুৰ্গাদেৱীক পূজা কৰে আৰু দেৱীৰ নাম-গুণ গায়। নৱমীত অনুষ্ঠিত দেৱী পূজাৰ বাবে কুমাৰী ছোৱালীসকলে একেলগে ৰাতিপুৱা নাম গাই গাই পূজাৰ বাবে ফুল তোলে। দিনত লাঘোন থাকি গধূলি এঘৰৰ চোতালত প্ৰতিমা স্থাপন কৰি নাইবা কলপুলি পুতি ফুলৰ সৰাই ফুল বেলপাত আদিৰে দেৱীৰ নাম গাই পূজা কৰে। কোনোৱে আকৌ দেৱীৰ নাম গাই গাই সূতা কাটি কাপোৰ বয়, পিছত সেইখন কাপোৰ দেৱীৰ নামত উছৰ্গা কৰে। কামৰূপৰ কোনো কোনো ঠাইত নৱমী তিথিত কৰা এনে পূজাক "আউলা পূজা" নাইবা "আইলা পূজা" আৰু গীতসমূহক "আউলা পূজাৰ নাম" বুলি

কোৱা হয়। সেইদৰে দশমী তিথিতো কামৰূপৰ কোনো কোনো ঠাইত 'দেৱীৰ নাম'' পাতে। নামতী তিৰোতাসকলে ৰাইজৰ আৰু দেশৰ মঙ্গলৰ অৰ্থে দেৱীৰ নামত চাকি, ধূপ ধূনা, মাহ-প্ৰসাদ আগবঢাই দেৱীৰ কৃপা বিচাৰি নাম গায়। উদাহৰণ স্বৰূপে

দেৱী আহে দেৱী আহে সাজে অলঙ্কাৰে।
কি দি পূজিম দেৱী আইকে দুখনি চৰণে।।

আৰৌ—

দেৱী আইৰ পুখুৰীত এযুৰী মাগুৰ মাছ
সোণাৰ ৰঠি ধৰি বাছে।
বঁছৰ দিনৰ মূৰত দেৱী আই আহিলা
সাজে ম হ বলি লাগে।। ইত্যাদি।

( কামৰূপী লোকগীতি সংগ্ৰহ )

পঞ্চদেৱতাৰ পূজা যে প্ৰত্যেক ধৰ্মীয় সংস্কাৰ কাৰ্য্যৰ আদিতে অতি প্ৰয়োজনীয় সেই কথা অধ্যাপক ড শৰ্মাই তেখেতৰ গৱেষণা গ্ৰন্থতো উল্লেখ কৰিছে। কিন্তু অতি জাকজমকভাৱে পালন কৰিলেও দেৱী-প্ৰতিমা বিসৰ্জনৰ সময়ত কৰা ''শবৰ উৎসৱে'' ইয়াতো আৰ্য্যেতৰ প্ৰভাৱৰ ইঙ্গিত আছে বুলিয়েই তেখেতৰ প্ৰবন্ধত ড° শৰ্মাদেৱে উল্লেখ কৰি গৈছে।

দুৰ্গাদেৱীক ''শাকম্ভৰী দেৱী' বুলিও কোৱা হয়। শাক শব্দই সকলো প্ৰকাৰ শস্যকেই বুজাইছে। দেৱীৰ পূজাত 'নৱপত্ৰিকা' নাইবা 'শস্যবধূ' অৰ্থাৎ কলপুলি, হালধি, জয়ন্তী, বিল্ব, ডালিম, কচু, মানকচু, অশোক আৰু ধান একেলগে বান্ধি দেৱীৰ প্ৰতীক বুলিও পূজা কৰা হয়। দেৱীৰ গীতসমূহতো সেয়ে বিবিধ শস্যৰ উল্লেখ পোৱা যায়। ইয়াৰ লগতে দুৰ্গাপূজাৰ সময়তে অনুষ্ঠিত হোৱা কুমাৰী পূজাত আৰ্য্যেতৰ প্ৰভাৱ পৰিছে বুলি ড শৰ্মাই ক'ব বিচাৰিছে।

লোক বিশ্বাসৰ আধাৰত প্ৰচলিত গীত-মাত আৰু দেৱ-দেৱীৰ পূজা উপসনা, ব্ৰতাচাৰ আদিৰ বিৱৰণেৰে অসমত মাতৃৰূপী কামাখ্যা, পত্নীৰূপী পাৰ্বতী, কুমাৰী ত্ৰিপুৰা সুন্দৰী আৰু সংহাৰ ৰূপিনী চামুণ্ডা বা কেঁচাইখাতী তাম্ৰেশ্বৰী দেৱীৰ চাৰিৰূপৰ সুন্দৰ বৰ্ণনা দিছে আৰু অধ্যাপক গৰাকীয়ে বামাচাৰ পদ্ধতিৰে আজিও কামাখ্যা মন্দিৰত চলা কুমাৰী পূজা দ্ৰাবিড আৰু মদ্য, নৰবলি গ্ৰহণ কৰা কেঁচাইখাতী গোসানীৰ পূজাও অষ্ট্ৰিকসকলৰ পৰা অহা বুলি অভিমত প্ৰকাশ কৰিছে। তদুপৰি শীতলা দেৱী, মনসাদেৱী, মঙ্গলচণ্ডী, দীৰ্ঘেশ্বৰী, অপেস্বৰী আদি দেৱীৰ নাম লোৱা হয়। এইসকল দেৱী অন আৰ্য্যসম্ভূতা।

যেতিয়া ঘৰত বসন্তৰোগে দেখা দিয়ে তেতিয়া অসমৰ উজনি নামনি সকলোঠাইৰ নামতীসকলে বসন্তৰোগ বা আইৰ নিৰাময়ৰ বাবে আই সবাহ পাতি আইনাম বা শীতলা নাম গায়। এই আই একৈশ প্ৰকাৰ বুলি ঠাবৰ কৰি আইৰ একৈশ গৰাকী বায়েক ভনীয়েক হিচাপে লয়। আইসবাহত আসন পাতি মাহ-প্ৰসাদ ফল আদিৰে শৰাই সজাই, পিঠাগুৰিৰ কেঁচা ভোগ, তামোল পান, ধূপ-বন্তি, বগা কাপোৰ আৰু বগা ফুলেৰে অতি ভক্তি ভাৱত নাম গোৱা হয়। পিছত আকৌ এবাৰ পকা ভোগ বা পায়স আদি দি 'উঠা নাম'' লৈ আই ভগৱতীক বিদায় দিয়া হয়। আইনামত শীতলাক দুৰ্গা, ভবানী, অম্বিক, চণ্ডিকা, কালিকা, পাৰ্বতী আদি নামেৰে ভক্তি ভাৱ প্ৰকাশ কৰা দেখা যায়। আই নামক "আই সবাহৰ নাম" "আসন পতা সবাহৰ নাম" "শীতলা নাম" বুলিও জনা যায়। শীতলা আৰ্য্যসকলৰ দেৱীৰূপে অৰ্বাচীন কালত পুৰাণত স্থান পালেও আৰু বৰ্ত্তমানে আৰ্য্যসকলৰ পূজিতা হ'লেও মূলত এওঁ লৌকিক আৰু আৰ্য্যেতৰ দেৱী বুলিহে বিবিধ প্ৰমাণৰ দ্বাৰা ড° শৰ্মাদেৱে মত পোষণ

কৰিছে। কিয়নো আহোমসকলে শীতলা পূজাত কুকুৰা বলি দিয়াৰ উপৰিও কলৰ দোনাত ফুল, তামোল পান, পিঠা আৰু চাৰিটা কুকুৰা নদীত উটুৱাই দিয়ে। সেইদৰে দেউৰীসকলেও প্ৰায় একে পদ্ধতিতে শীতলা দেৱীৰ পূজা কৰে অসমৰ দাতিকাষৰীয়া পাহাৰী জাতি নগা, খাচি, জয়ন্তীয়াসকলৰ মাজতো শীতলা দেৱীৰ স্থান আছে।

সেইদৰে সৰ্পৰ অধিষ্ঠাত্ৰী মনসা দেৱীৰ পূজা আৰ্য্যসকলৰ মাজত আছে যদিও অষ্ট্ৰিকসকলৰ মাজতো সৰ্পপূজাৰ প্ৰাধান্য দেখা যায়। সিজু আৰু তুলসীৰ ডাল দুটি ওচৰা-ওচৰিকৈ পুঁতি থাপনা সজোৱা হয়, বলি-প্ৰথাও আছে। মনসা পূজাৰ লগত সম্পৃক্ত দেওধণী নৃত্য অষ্ট্ৰিকসকলৰ মাজৰ পৰা অহা বুলি অনুমান কৰা হয়। অসমৰ গোৱালপাৰা, কামৰূপ, মঙ্গলদৈ অঞ্চলত এইগৰাকী দেৱীৰ পূজা চলে। ড শৰ্মাই এইগৰাকী দেৱীকো মূলত লৌকিক আৰু আৰ্যেতৰ দেৱী বুলিয়েই কৈছে। গোৱালপাৰা আৰু কামৰূপ জিলাৰ হিন্দুসকলৰ মাজত মনসা পূজাক "মাৰে পূজা" বুলি জনা যায়। শাওণ মাহৰ শেষৰ দিনা আৰম্ভ হৈ ভাদ মাহৰ দ্বিতীয় দিনা এই পূজা সমৰা হয়। কামাখ্যাধামতো বিষহৰী বা মাৰেপূজা কৰে। মাৰে পূজা মুছলমানসকলৰ মাজতো অনুষ্ঠিত হোৱাৰ প্ৰমাণ আছে। মাৰে পূজাত গোৱা বেউলা লক্ষীন্দাৰৰ গীত', পদ্মপুৰাণত গীত গোৱা পৰম্পৰা, ওজাপালি, দেওধা, ঢুলীয়া কালীয়া আদিও ইছলামধৰ্মী লোকৰ মাজত আছিল বুলি জনা যায়। বৈষ্ণৱ যুগৰ অবৈষ্ণৱ কবি পীতাম্বৰ, মনকৰ দুৰ্গাবৰ, আৰু সুকবি নাৰায়ণদেৱৰ ৰচিত মনসা সাহিত্যৰ কাহিনীক কাব্যত ৰূপ দিওতে লোকসাধাৰণৰ আনন্দ বিনোদনলৈ লক্ষ্য ৰাখি আদিৰস আৰু যি লৌকিক পৰিবেশ সৃষ্টি কৰিছিল তালৈ দৃষ্টি ৰাখি অধ্যাপক ড° শৰ্মাই এই শ্ৰেণীৰ সাহিত্যকো 'লৌকিক সাহিত্য"

আখ্যা দিছে। পুতলানাচৰ পৰা অহা বুলি নাইবা পাঞ্চালদেশত উদ্ভূত পাঞ্চালী গীতৰ লগত সদৃশ্য অনুমান কৰি এই "মাৰৈ গোৱা ওজাপালি" আৰু "ব্যাহ গোৱা ওজাপালিৰ" গীতসমূহৰ লৌকিকতা সম্পৰ্কে ড° শৰ্মাদেৱে সুন্দৰকৈ ব্যাখ্যা কৰি দেখুৱাইছে।

ঘৰ এখনৰ শ্ৰীবৃদ্ধি আৰু ল'ৰা ছোৱালীৰ মঙ্গল কামনা কৰি দেবী সুবচনীৰ পূজা আৰু নাম কীৰ্ত্তন কৰা হয়। বছৰৰ যিকোনো শুভদিনত এই অনুষ্ঠান পাতি মণ্ডপ, ঘট বিবিধ উপচাৰ, কৃত্ৰিম পুখুৰী আৰু জীয়া মাছ আদিৰে আই সুবচনীৰ নাম গোৱা হয়। উজনি অসমত সুবচনীক 'তুবচনী' আই বুলিও কোৱা হয়। উদাহৰণ স্বৰূপে —

চালেও নেৰাখে বাৰেও নেৰাখে
না'ৰাখে ত্ৰিদশৰ দেৱ,
আই বুঢ়ী তুবচনী নৰাখিলে
ৰাখোঁতা নাই কেও। ( অসমীয়া লোক গীতি সঙ্কলন )

আঘোণী পূৰ্ণিমাত কাত্যায়নীৰ সধবা তিৰোতাসকলে স্বামীৰ মঙ্গলাৰ্থে আৰু কুমাৰীসকলে গুণী জ্ঞানী আৰু স্বাস্থ্যৱান পতি কামনা কৰি পৰিয়াল আৰু সমাজৰ কল্যানাৰ্থে চৰা-ব্ৰত অনুষ্ঠান পাতে। সেইদিনা নিশাটো উজাগৰে থাকি 'শোভৰী' নামৰ এটি পাত্ৰত ফুল-তুলসী চটিয়াই ঘট স্বৰূপে প্ৰতিষ্ঠা কৰি বিবিধ টেঙা-ফল আগবঢ়াই কত্যায়নী দেৱীক সুঁৱৰি ভক্তি ভাৱেৰে গীত গায়। এই গীতসমূহক "চৰাব্ৰতৰ গীত" বুলি জনা যায়। অধ্যাপক গৰাকীয়ে চৰাব্ৰতৰ বিবিধ গীত সংগ্ৰহ কৰি তেখেতৰ গ্ৰন্থত ঠাই দিছে আৰু এইগৰাকী দেৱীকো তেখেতে লৌকিক দেৱী বুলিহে কৈ গৈছে।

সাধাৰণতে কেঁচুৱা বা সৰু ল'ৰা-ছোৱালী শুকাই ক্ষীণাই গলে, ছোৱালী সময়মতে পুষ্পিতা নহলে একাঙ্গী বেমাৰ আদি অপেস্বৰাৰ

দোষ লাগিল বুলি ৰোগীৰ চোতালত পিঠাগুৰিৰে মণ্ডল পাতি মাজত কৃত্রিম দুগ্ধ পুখুৰী, সেন্দুৰৰ আলি আঁকি, ফুলেৰে সজাই তাৰ মাজত নৈবেদ্য দি মণ্ডলৰ বাহিৰৰ আসনত তিনিজনী অকুমাৰী ছোৱালীক গাধুৱাই, নতুন কাপোৰ পিন্ধাই অপেশ্বৰীৰ দৰে সজাই গাখীৰ, কল, পিঠাগুৰি আদিৰে 'অপেচৰা সবাহ' পতা হয়। অপেশ্বৰীৰ লগত পঞ্চদেৱতাৰ পূজাও চলে। কামৰূপ অঞ্চলত "উপৰেলীৰ লেঠা লাগিল" বুলি অপেচৰা সবাহ পাতি নাম গোৱা হয়। এই অপেচৰা সবাহৰ নামলৈ লক্ষ্য কৰি অধ্যাপক ড শৰ্মাই ইয়াতো লৌকিক উৎসৱৰ প্ৰভাৱ পৰা বুলিয়েই কৈছে।

গোবিন্দৰ প্ৰিয়া তুলসী হিন্দু সমাজত অতি পবিত্র। তুলসী অবিহনে বিষ্ণু পূজা হ'ব নোৱাৰে। সেয়েহে জন-কবিয়েও তুলসী গুৰিত গোৱাৰ বাবে ৰচনা কৰা গীতসমূহ উজনি নামনি অসমত আজিও প্ৰচলিত।

সেইদৰে ঐশ্বৰ্য্যৰ অধিষ্ঠাত্রী দেৱী লক্ষ্মীৰ নাম লক্ষ্মী পূৰ্ণিমাৰ গধূলি উজনি নামনি অসমৰ প্ৰতি ঘৰতে লোৱা হয়। যেনে -

সাগৰ মথোঁতে লক্ষ্মী বাজ হৈলে
দেৱগাণ আছিলে চাই।
কাকো কটাক্ষ নকৰে লক্ষ্মী আই
ধীৰে ধীৰে চলি যায়॥ ইত্যাদি
(অসমীয়া লোকগীতি সঞ্চয়ণ)

সেইদৰে "লখিমী আদৰা নাম" বা লখিমী সবাহৰ নাম"ৰ প্ৰচন উজনি অসমতেই বেছি দেখা যায়। অধিক শস্য পোৱাৰ মানসেৰে লখিমীক আদৰ জনাই এই নামবোৰ গোৱা হয়।

ধৰ্মীয় অনুষ্ঠানৰ ভিতৰত জন্মাষ্টমী, ৰাসপূৰ্ণিমা আদিত গোৱা জন্মাষ্টমীৰ গীত, গোপী-কৃষ্ণৰ ভক্তিমূলক গীতসমূহ, ভগৱান কৃষ্ণই

বৃন্দাবনত দেখুৱা নানান লীলা, কৃষ্ণৰ বিচ্ছেদত যশোদাৰ বিষাদ বিননি, গোপী কৃষ্ণৰ প্ৰেম পীৰিতিৰ চিত্ৰ অঙ্কিত কৰা লোক-গীত-সমূহক ড° শৰ্মাদেৱে তেখেতৰ গ্ৰন্থখনি প্ৰস্তুত ঠাই দিছে আৰু তাৰ তুলনামূলক দৃষ্টিভঙ্গিও আগবঢ়াইছে। লোকগীতসমূহৰ ৰচনা-লৈ চাই ৰাধা-কৃষ্ণৰ এই মধুৰ ৰসজনিত গোপীবিলাকৰ লোকগীত-সমূহৰ উত্তৰ বৈষ্ণৱ যুগৰ বা তাৰো পিছৰ যুগৰ ৰচনা বুলিহে অধ্যাপক গৰাকীয়ে ঠাৱৰ কৰিছে। গোপী সকলৰ এই লোক-গীতসমূহ উজনি-নামনি অসমৰ সকলো অঞ্চলতে অতি জনপ্ৰিয়।

সেইদৰে তুলসী বা কলগছ পুজি পুতি তাৰ গুৰিত ধূপ-বত্তি জ্বলাই, শৰাই দি নামতিসকলে ভক্তি সহকাৰে গোটেই ৰছাগ মাহ জুৰি জগন্নাথৰ নাম গায়। দেশৰ মঙ্গল কামনা কৰি বছৰৰ প্ৰথম মাহতে জগন্নাথ প্ৰভূৰ গুণ কীৰ্ত্তন কৰা হয়। ড° শৰ্মাই অসমৰ বহু অঞ্চলত প্ৰচলিত জগন্নাথৰ নামো যথেষ্ট পৰিমানে সংগ্ৰহ কৰি তেওঁৰ গ্ৰন্থত সজাইছে আৰু অসমীয়া হিন্দুসমাজ শৈৱ-শাক্ত-বৈষ্ণৱ সম্প্ৰদায়ৰ ভাৱধাৰাৰে কিদৰে উজ্বলি উঠিছে সেইকথা সূক্ষ্ম বিচাৰ পদ্ধতিৰে বিশ্লেষণ কৰি দেখুৱাইছে। ভক্তিধৰ্মত আপ্লুত অসমীয়া লোকৰ বিবিধ আচাৰ অনুষ্ঠান, পূজা উপাসনাক লোক-গীত সমূহেও পৰিপুষ্টি যোগাই আহিছে। তদুপৰি অধ্যাপক ড শৰ্মাই অসমৰ বিভিন্ন অঞ্চলৰপৰা হোলী খেলৰ গীত, গোষ্ঠৰ গীত, ৰামায়ণৰ গীত, মহাভাৰতৰ গীত, ৰাধিকাৰ বিলাপ গীত, বেউলাৰ গীত, নিমাই সন্ন্যাসীৰ গীত, জয়দেৱৰ গীত, টোকাৰী নাম, পাৰমাৰ্থিক আৰু দেহ-বিচাৰৰ গীত আদি লোকগীতসমূহ সংগ্ৰহ কৰাৰ উপৰিও তাৰ সংক্ষিপ্ত বিৱৰণো দিবলৈ পাহৰা নাই। অসমৰ বিভিন্ন ঠাইত পূৰ্ণসেৱা, ৰৰসেৱা, ৰাতিখোৱা, ৰীতিয়া আদি নামত সিচঁৰতি হৈ থকা গুপুত সম্প্ৰদায়ৰ মাজত বিশেষভাবে প্ৰচলিত দেহবিচাৰৰ গীতসমূহ বৰ্ত্তমান অসমৰ সৰ্ব-

সাধাৰণ ৰাইজৰ মাজতো সমাদৃত। ইয়াৰ সৰহভাগ গীততেই মাধৱদেৱৰ ভনিতা আছে যদিও প্ৰকৃততে সেইবোৰ অন্য অজ্ঞাত কবিৰহে ৰচনা বুলি অধ্যাপক ড° শৰ্মাই নিজস্ব অভিমত পোষণ কৰিছে। সেইদৰে "অসমীয়া বৰাগী ককাই যেন বঙালী বাউলহে" বুলি বঙলা বাউল সঙ্গীতৰ লগত ইয়াৰ সম্পৰ্ক দেখুৱাইছে। আকৌ সংসাৰ সাগৰৰ মাজত শৰীৰটো টুলুঙা নাও, মন দাঁড আৰু গুৰু হৈছে একমাত্ৰ ভৰসা।" অনিয়মিত অসমীয়া ভাষাত চলা হাইদৰ গীত, আজানপীৰ বা শাহমিলনৰ নামত প্ৰচলিত আঠকুৰি জিকিৰ অসমীয়া ভাষাৰ অমূল্য সম্পদ বুলি ড° শৰ্মাই তেখেতৰ গ্ৰন্থৰ পাতনিতে ( অসমীয়া লোকগীতি সঞ্চয়ন ) উল্লেখ কৰিছে।

নৱগ্ৰহ দেৱালয়ত চলি অহা নৱগ্ৰহৰ পূজা-উপাসনা, ধৰ্মপূজা বা ধৰ্মৰ প্ৰতীক ঘটত পূজা দিয়া বিষয়েও ড° শৰ্মাই তথ্যপূৰ্ণ আলোচনা আগবঢাইছে। মনকৰে মনসা কাব্যত 'অৰ্ধঅঙ্গ মহাদেৱ অৰ্ধঅঙ্গ ধৰ্ম" বুলি ধৰ্মক শিৱৰ সমান মৰ্যাদা দিবলৈ যত্ন কৰিছে। গৃহদেৱতা ৰূপে ধৰ্মৰ পূজা অসমৰ ঠায়ে ঠায়ে চলে। আকৌ সত্যনাৰায়ণৰ পূজাত দিয়া ভোগৰ লগত মুছলমানসকলে পীৰলৈ আগবঢোৱা 'ছিন্নিৰ' সাদৃশ্য দাঙি ধৰিছে আৰু সত্যনাৰায়ণৰ কাহিনীটোত লৌকিকতাৰ গোন্ধ আছে বুলি তেখেতৰ প্ৰবন্ধযোগে উল্লেখ কৰিছে।

আনফালে ধৰ্ম নিৰপেক্ষ উৎসৱ-পাৰ্বনৰ ভিতৰত অসমীয়াৰ চূড়াকৰণ, উপনয়ন, বিয়া, বিহু, ভঠেলি, মহোহো, বান্দোলপিটা, গৰখীয়া গীতসমূহ অসমৰ কৃষিজীৱি জনসাধাৰণৰ মাজত লোক পৰম্পৰাগত ভাৱে অনুষ্ঠিত বিভিন্ন উৎসৱত মুখে মুখে চলি আহিছে আৰু সেই লোকগীতসমূহে অসমৰ সাংস্কৃতিক দিশটো আলোকিত কৰিছে। হিন্দু শাস্ত্ৰত গৰ্ভাধান, পুংসবন, সীমন্তোন্নয়ন,

জাতকৰ্ম, নামকৰণ, নিক্ৰামন, অন্নপ্ৰাশন, চূড়াকৰণ, উপনয়ন আৰু বিবাহ—এই দহোটা সংস্কাৰৰ ব্যৱস্থা দিয়া হৈছে। তাৰ ভিতৰত চূড়াকৰণ, উপনয়ন, বিবাহ উপলক্ষ্যে ৰচিত হোৱা ভালেমান লোকগীত আজিও মুখে মুখে প্ৰচলিত হৈ আছিছে। অসমৰ বিভিন্ন অঞ্চলৰ তিৰোতাসকলৰ মাজত অতিকৈ সমাদৃত এই লোকগীতসমূহ তিৰোতাসকলে অনুষ্ঠানৰ বিভিন্ন সময়ত গায় বাবে তিৰোতা কবিৰ দ্বাৰা মুখে মুখে ৰচিত বুলি ধাৰণা কৰা হৈছে।

চূড়াকৰণ অনুষ্ঠানত নাপিতে চুলি খুৰোৱা সময়ত নাপিতক উদ্দেশ্য গোৱা গীত, যেনে—

"কৰ পৰা আহিলি ধন্তুৰা নাপিত ঐ
ঐ ৰাম খুৰবো নেজান জুটিছে"।

চুলি খুৰাই লৰাক গা ধুৱাবলৈ যাওঁতে গোৱা নাম, মূৰত তেল দিয়া নাম আদি আৰু উপনয়ন বা লগুনদিয়নীৰ সংগৃহীত নাম সমূহো মন মন আকৰ্ষণ কৰি যোৱাকৈ সমৃদ্ধিশালী বুলিব লাগিব। যেনে—

"একোকে নজনা অজলা বটুৰাম
বাপু ভালেকৰি কৰা।
বস্ত্ৰ আঁৰে কৰি গায়ত্ৰী শিকাইছে
বটু ভালে কৰি লবা।।" ইত্যাদি।

সেইদৰে ছোৱালীজনী আনুষ্ঠানিক ভাৱে নোৱাই, নতুন বস্ত্ৰ পিন্ধাই অশুচি অৱস্থাৰ পৰা তোলাৰ সময়ত তিৰোতাসকলে গীত গায়। এই লোকগীতসমূহক তোলনি বা শান্তি বিয়াৰ গীত বোলা হয়। ভৱিষ্যতে যাতে সন্তানৰ জননী হব পাৰে সেই কামনাৰে নতুন গামোচাৰে এটা পোৱালমনি, দুই তিনিডাল চুলি আৰু কেঁচা তামোলেৰে এটা টোপোলা বান্ধি টোপোলাটো

ছোৱালীজনীৰ কোলাত দিয়া হয়। এই টোপোলাটোক 'কনাই' বুলি কোৱা হয়। ছোৱালীজনীৰ কোলাৰপৰা মাক, বুঢ়ীমাক আদিয়ে কনাইটো লোৱা সময়ত অন্য তিৰোতাসকলে কিছুমান গীত গায়। নামনি অসমত আকৌ ছোৱালীজনী পুষ্পিতা হোৱাৰ দিনা এটা জপাত এযোৰ কাপোৰ, তামোল পাণ, এখন কটাৰী, এযোৰ কণী অলপ চাউল, ডালিমৰ ফুল আদি ৰখা হয়। এই জপাটোক 'গাজী' বোলে। গাজীটো ধুনীয়াকৈ সেন্দুৰৰ কোঁট, মালা আদিৰে সজাই আনুষ্ঠানিক ভাবে তিৰোতাসকলে গীত গাই গাই ছোৱালীৰ মোমায়েকৰ ন'ইবা ওচৰ সম্পৰ্কীয় এঘৰত থৈ আহে। চাৰি-পাঁচ বা সাদিনৰ মূৰত পুনৰ ঘূৰাই অনা হয়। তাৰ পিছত ছোৱালীজনীক নোওৱা হয়। এই গীত-বোৰক সেয়েহে উজনি অসমত "কনাই লোৱা নাম" আৰু নামনি অসমত "জাপা থোৱা গীত" বোলা হয়।

অসমীয়া বিবাহ উৎসৱ শাস্ত্ৰীয় নিবন্ধন আৰু লৌকিক ৰীতি-নীতিৰ এক অপূৰ্ব মিলন ক্ষেত্ৰ। এই আনন্দদায়ক বিবাহ উৎসৱত সেয়েহে অসমীয়া নামতিয়ে বিয়াৰ বিভিন্ন কাৰ্য্য—পানী তোলা, দৰা কইনা নোওৱা, গোঁসাই পূজা কৰা, সুৱাগুৰি তোলা দৰা আদৰা আদি সময়ত জাউৰীয়ে জাউৰীয়ে গোৱা বিয়ানামবোৰে সঁচাকৈয়ে মন আন্দোলিত কৰি তুলিব পাৰে। বিয়াৰ কেইদিন কইনাক সীতা বা ৰুক্মিনী আৰু দৰাক ৰাম বা কৃষ্ণ বুলি কল্পনা কৰি সেইমতে নাম গায়। বিয়াৰ সময়ত দৰাঘৰীয়া লোক, পুৰোহিত, কইনাৰ মাক-দেউতাক, মোমায়েক আদিক ঠাট্টা মস্কৰা কৰিও কিছুমান নাম গায়। সেইবোৰ নাম 'যোৰা নাম' বা নামনি অসমত 'খিচা গীত' বুলি জনজাত। অসমৰ বিভিন্ন অঞ্চলত প্ৰচলিত অসংখ্য আকৰ্ষণীয় বিয়ানামৰ সংগ্ৰহেৰে ড শৰ্মাই তেখেতৰ পুথি দুখনি ভৰাই তুলিছে।

অসমীয়া বিবাহ উৎসৱত অপৰিহাৰ্য্য মাছ, তামোল পাণ, সেন্দুৰ, মাহ হালধি লৌকিক আচাৰ বুলি শৰ্মাদেৱৰ তেওঁখতৰ প্ৰবন্ধ আৰু গৱেষণা গ্ৰন্থত কৈছে।

হিন্দু-ব্ৰাহ্মণসকলৰ মাজত 'পুংসৱণ' বা 'পুহন বিয়া' নামৰ অনুষ্ঠান এটিত তিৰোতা প্ৰথম গৰ্ভৱতী হলে পুত্ৰ কামনা কৰি বিবিধ আয়োজন কৰে। এই অনুষ্ঠান প্ৰচলন বৰ্ত্তমানে কমি গৈছে যদিও এই অনুষ্ঠানত আয়তীসকলে গোৱা গীতৰ সংগ্ৰহেও ড শৰ্মাৰ পুথি দুখনিত ঠাই পাইছে। এই অনুষ্ঠান আৰু অনুষ্ঠানত গোৱা নামৰ মাজত অসমীয়া লোকসমাজত পুত্ৰৰ স্থান যে ওপৰত সেই কথাৰে ইঙ্গিত দিছে।

'কুলীৰ বিয়া' পাতি বৰষুণ কামনা কৰা আৰু বিয়াৰ বিবিধ কাৰ্য্যৰ সময়ত বিবিধ বিয়ানাম ৰচনাৰ কথাও ড শৰ্মাই কৰলৈ পাহৰা নাই। লগতে বৰষুণ কামনা কৰি নামনি অসমত তিৰোতা-সকলৰ মাজত প্ৰচলিত এটি গীতি নৃত্য ধৰ্মী অনুষ্ঠান "হুদুম পূজাৰ" গীতো উল্লেখযোগ্য।

বহাগ বিহুৰ সময়ত গোৱা অলেখ বিহু গীতৰ উপৰিও বহাগৰ সাতবিহুৰ দিনা তিৰোতা আৰু ছোৱালীবোৰে "সাত শাক তোলা গীত" গাই বাৰী বা পথাৰলৈ যায়। এই গীতবোৰক "সাত-শাকীৰ গীত" বুলিও কোৱা হয়। দক্ষিণ কামৰূপৰ পলাশবাৰী অঞ্চলত গৰখীয়া ল'ৰা দহ-বাৰজন মিলি একোটা দল হৈ ঘৰে ঘৰে বিহুগীত গায়। তেওঁলোকৰ দুই-তিনিজনে মূৰত পাগুৰি, গালে মুখে ফোট আৰু গাত ৰংচঙীয়া কাপোৰ পিন্ধি নটুৱা সাজে। কেতিয়াবা মূৰত কাগজৰ টুপী পিন্ধি, হাতত ঠৰকা বা টকা, তাল বজাই ঘৰে ঘৰে বিহু মাৰে আৰু বৃত্তাকাৰে ঘূৰি ঘূৰি নাচে। গিৰিহঁতৰ নাম উল্লেখ কৰি আশীৰ্বাদ দিয়ে।

আঘোণীপূর্ণিমাত নামনি অসমত মহোহো বা 'মহখেদা নাম'ৰ উৎসৱত গধূলিৰে পৰা ৰাতি দোভাগলৈ গাঁৱৰ ডেকা ল'ৰাই দল বান্ধি হাতত লোৱা টোকানৰ শব্দ কৰি তালে-তালে ঘূৰি-ঘূৰি নাচি-নাচি মহোহো গীত গায়। এই গীতবোৰে গিৰিহঁতক আশী-র্বাদ দিয়াৰ লগতে মহবোৰো ঘৰৰ পৰা খেদি পঠায় বুলি জন-বিশ্বাস আছে। গীত নৃত্যৰ পিছত গিৰিহঁতে আশীৰ্বাদ লৈ চাউল, টকা-পইচাৰে ডকাসকলে লগভাত খায়। সেইদৰে বাক্সা তামোলপুৰৰ দৰে ত্ৰিশ বাইশ কিলোমিটাৰ জোৰা এক বিস্তীৰ্ণ অঞ্চলত 'বাম্বোল-পিটা' বা 'ভেপৰ পিটা' উৎসৱ ভাদ মাহৰ পূৰ্ণিমা তিথিত পালন কৰা হয়। এই উৎসৱত দহেক জুৰি গাঁৱৰ ডেকাসকলে হাতত টোকান, টকা, পঁপা লৈ ঘৰে ঘৰে গীত গাই নাচি নাচি গৃহস্থক আশীৰ্বাদ দিয়ে আৰু টকা পইচা লৈ দলভাত খায়। অধ্যাপক ড শৰ্মাৰ "এটি লোক উৎসৱ বাম্বোলপিটা" নামৰ প্ৰবন্ধৰ যোগেদি এই উৎসৱৰ সবিশেষ জানিব পৰা যায়। গোৱালপাৰা অঞ্চলতো প্ৰচলিত 'এ [illegible]ৰা ম[illegible]ৰ লগত ড° শৰ্মাই ইয়াৰ সাদৃশ্য দেখুৱাইছে।

সেইদৰে "ভাঠেলি উৎসৱ"ৰ বা "বাঁশপূজা'ৰ গীত" শোৱা হয় বহাগ মাহৰ বিভিন্ন দিনত বিভিন্ন গাঁৱত পালন কৰা ভাঠেলি বা বাঁশপূজা উৎসৱত। এই উৎসৱত একাধিক বাঁহ চাচি চুবকি লৈ বিচিত্ৰ ৰঙৰ কাপোৰেৰে মেৰিয়াই ওপৰত চোঁৱৰ বান্ধি মুকলি ঠাইৰ ওখ গছত আওজাই থোৱা হয়। এই সজোৱা বাঁহ কেইটাক পাৰ বা পাউৰা বোলা হয়। পাউৰা থোৱা ঠাইত দিনটো লোক সমাগম হয়, তাতে গীত নৃত্যও চলে। ওচৰতে কলৰ পোনাৰে ভঠেলি ঘৰ এটিও সজা হয়। এই সুসজ্জিত বাঁহৰ ওখটোক দৰা আৰু সৰুকেইটা কইনা বুলি ধৰা হয়। গোৱালপাৰা জিলাত এনে এটি সুসজ্জিত বাহক মদন-কামদেৱৰ প্ৰতীক হিচাপে লৈ

ভাৰ চাৰিওফালে নৃত্য-গীত চলে। এই গীতবোৰৰ মাজেদি প্ৰেম-প্ৰীতি বিৰহ-বেদনা আদি ভাব সুন্দৰ ভাবে প্ৰকটিত হৈছে। বাঁহশ-পূজাৰ গীতবোৰ গাৰোপাহাৰ আৰু গোৱালপাৰা জিলাৰ কোনো কোনো ঠাইত হাজং আৰু বাজবংশীসকলৰ মাজত প্ৰচলিত বুলি ড শৰ্মাদেৱে কৈছে। এই ভঠেলি উৎসৱত কালক্ৰমত আৰ্য্য-সংস্কৃতিৰ সমন্বয় সাধিত হৈছে বুলিও ড শৰ্মাই এটি বিশেষ মন্তব্য আগবঢ়াইছে।

শ্ৰম লাঘৱ কৰিবৰ্লৈ আৰু কাম কৰোঁতে আনন্দ লাভ কৰিবলৈ বুলি গোৱা কিছুমান গীত যেনে—থাইনাম বা নিচুকনি গীত, নাওখেলৰ গীত, গৰখীয়া গীত, মলুৱাৰ গীত, বৰশীবোৱা গীত, কঁহিয়াৰ পেৰা গীত, গছ-কটা গীত, ধানবনা গীত, পচলাৰ জুনা, তাতীৰ জুনা, কপাহৰ জুনা, নাঙলৰ জুনা, পকৱা শিপিনীৰ জুনা বুলি বিশেষ বিশেষ কামৰ লগত জড়িত অসংখ্য লোকগীতৰ উল্লেখ কৰি ড শৰ্মাই এনে ধৰণৰ গীতক কৰ্মবিষয়ক গীতৰ শাৰীত থৈছে।

কিছুমান লোকগীতৰ মাজেদি একোটি আখ্যান বৰ্ণনা কৰা হয়। ইয়াক কাহিনীগীত বা মালিতাও বোলে। এনে গীতত বীৰত্বব্যঞ্জক কথা বা আদি ৰসাত্মক আখ্যান, দুসাহসিক ঘটনাৰ বৰ্ণনা থকাৰ বাবেই আখ্যানমূলক গীত বোলা হয় উদাহৰণ স্বৰূপ নাহৰৰ গীত চিকন সৰিয়হৰ গীত জয়মতী কুঁৱৰীৰ গীত, হৰ-দত্তৰ গীত মণিৰাম দেৱানৰ গীত, মাণকোঁৱৰ ফুলকোঁৱৰৰ গীত, জনাগাভৰুৰ গীত, ময়নামতী, কমলাকুঁৱৰী, জয়ধন বনিয়াৰ গীত, সীতা বাৰমাহী, ৰাম বাৰমাহী, হৈদো গাজীৰ গীত, তাৰা পটেশ্বৰী কন্যাৰ গীত ইত্যাদি। গোৱালপাৰা অঞ্চলত প্ৰচলিত—ভাৱাইমা, চটকা মাহুত বন্ধুৰ গীত, মৈষাল বন্ধুৰ গীত, থাইসাল বন্ধুৰ গীত, হুকো গীত আদিৰ উল্লেখ আৰু পাৰ্য্যমানে সংগ্ৰহ কৰি থৈ যোৱা

লোকগীত সমূহে অসমীয়া লোক সাহিত্যৰ এটা উজ্জ্বল দিশৰ পৰিচয় বহন কৰি যাবলৈ সক্ষম হৈছে।

লোক-সাহিত্যৰ অন্য এটা দিশ সাধুকথা, যোজনা, ফকৰা, সাঁথৰ, প্ৰবাদবাক্য। লোকগীত সমূহৰ দৰেই এইবোৰো অসমীয়া লোক-সাহিত্যৰ বহুমূলীয়া সম্পদ। এইবোৰৰ লগত যে অসমীয়া জাতীয় জীৱনৰ নিবিড় সম্পৰ্ক আছে তাক ড শৰ্মাই ফঁহিয়াই দেখুৱাইছে। বিভিন্ন ফকৰা, সাঁথৰ প্ৰবাদ আদি মুখে মুখে চলি আহিছে আৰু এইবোৰত অসমীয়া লোকৰ বুদ্ধি মত্তাৰ পৰিচয় আছে। কিয়নো ইয়াৰ ভাষা শক্তিশালী আৰু জীৱনৰ বিচিত্ৰ অভিজ্ঞতাৰ লগত এটব সম্বন্ধ আছে। কিন্তু লাহে লাহে এইবোৰৰ সাদৰ কমি আহিছে বুলি ড শৰ্মাই আক্ষেপ কৰি কৈছে যে— "আমি শিক্ষিত ভৱ আৰ চিন্তাত অসমীয়া হৈযো অনা অসমীয়া হৈছে। পশ্চিমীয়া আদব কায়দা শিকিবলৈ গৈ নিজৰ ঐতিহ্যক একেবাৰে পাহৰি পেলাবৰ খুজিছো। ইয়াৰ ব্যৱহাৰ যিমানেই বহুল হয় সিমানে অসমীয়া ভাষা সাহিত্য শক্তিশালী হ'ব।

জনসমাজৰ মুখে মুখে চলি অহা লোকগীত সাঁথৰ, প্ৰবাদবাক্য সাধুকথাৰ ভৰাল স্বৰূপ অসমৰ পৰা সময়ৰ লগে লগে পাহৰণিৰ গৰ্ভত এইবোৰ লোপ পাই আহিছে। সেইকাৰণে সম্পূৰ্ণ বিলুপ্তি ঘটাৰ আগতে এইবোৰ সংগ্ৰহৰ একান্ত প্ৰয়োজন বুলি ভাবিয়েই ড শৰ্মাই কিছু সংগ্ৰহ কৰি "কিংবদন্তীৰ সাধু" নামেৰে সজাই পৰাই উলিওৱা পৰিশিষ্টযেহে আজি অসমীয়া লোক সাহিত্যৰ এই দিশটো কিছু আগবঢ়াই কৰিবলৈ সমৰ্থ হৈছে।

আদিম মানৱৰ মনত ভুমুকি মৰা বিবিধ প্ৰশ্ন আৰু তাৰ নিজ মনেৰে সৃষ্ট বিশ্বাসৰ সাঙ্গি লোৱা উদ্ভৱবোৰেই সজ কথা বা "সাধুকথা"। কিংবদন্তীসমূহো কোনো এটি ঘটনাক কেন্দ্ৰ কৰি হোৱা আৰু জনসাধাৰণৰ মুখে মুখে চলি অহা কাহিনী বা জনশ্ৰুতি।

কল্পনাৰ পৰশ লাগি মুখ বাগৰি অহা এনে জনশ্ৰুতিসমূহত ইতিহাসৰ গোন্ধ পোৱাও যায়। ইয়াৰ মাজেদি কোনো ৰজা মহাৰজাৰ কীৰ্তি চিন, পুৰণি মঠ মন্দিৰ, সত্ৰ থান আদিৰ উমান পোৱা যায়। ড° শৰ্মাৰ 'কিংবদন্তীৰ সাধু' নামৰ পুথিখনিত 'বটদ্ৰৱা নাম গ্ৰাম', 'বিৰিণাৰ শিৰ', 'বৈদ্যৰ গড়ৰ কাহিনী', 'ৰেখন শলোটাকৈ বয কিয়' আদিকৈ কেইবাটিও মাদকতাপূৰ্ণ কিংবদন্তী সন্নিৱিষ্ট কৰা হৈছে। পৰিশিষ্টত ড° শৰ্মাদেৱে কিংবদন্তীকেইটাৰ সংগ্ৰহৰ উৎস আৰু প্ৰাসঙ্গিক টীকা এফাকিও দি গৈছে। পুথিখনিৰ পাতনিখনো তথ্যপূৰ্ণ।

অধ্যাপক ড হেমন্তকুমাৰ শৰ্মাদেৱে লেখকৰ লোক সাহিত্যৰ বুৰঞ্জীত বিভিন্ন গীত, যোজনা, সাথৰ, প্ৰবাদবাক্য, সাধুকথা আদিৰ আলোচনা আগবঢ়োৱাৰ লগতে অসমৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ পৰি থকা লুপ্তপ্ৰায় বিবিধ সম্ভাৰ বুটলি আনি লগে লগে তাৰ প্ৰকাশ আৰু বিজ্ঞানসম্মত বিচাৰ-বুদ্ধিৰে সত্যত উপনীত হৈ অসমীয়া লোক সাহিত্য আৰু সংস্কৃতিক দিশৰ যি পৰিপুষ্ট সাধন কৰি থৈ গ'ল সি সঁচাকৈয়ে অতুলনীয়। অসমীয়া সাহিত্য আৰু ভৱিষ্যত বংশধৰসকলৰ বাবেও ই অতি মহত্বপূৰ্ণ উপকাৰ বুলি স্বীকাৰ কৰিব লাগিব।

——

# ড হেমন্তকুমাৰ শৰ্ম্মা

অধ্যক্ষ ভৱানন্দ ডেকা

সংসাৰলৈ কিছুমান মানুহ দীৰ্ঘ জীৱন লৈ আহে আৰু তেনে বহুলোকৰ সমাজলৈ অৱদান অতি কম থকা দেখা যায়। কিছুমান আহে চমু জীৱন লৈ, কিন্তু সেই চমু জীৱন কালৰ ভিতৰতে তেওঁ লোকে থৈ যায় অক্ষয় কীৰ্ত্তি। ড হেমন্ত কুমাৰ শৰ্মাই বাঠিৰ দেওনা স্পৰ্শ কৰাৰ পূৰ্বেই ইহ সংসাৰৰ পৰা গুচি যায়, কিন্তু গুচি গ'লেও কালে মুচিব নোৱাৰাকৈ তেওঁ কিন্তু কাম কৰি থৈ গ'ল। অসম আৰু অসমীয়া জাতি থকাক মানে শৰ্মাৰ নাম প্ৰায় স্মৰণীয় হৈ থাকিব। মানুহ নিজৰ কৰ্মৰ মাজেৰেহে জীয়াই থাকে। ড শৰ্মাৰ নশ্বৰ দেহ নাই, কিন্তু তেওঁৰ অবিনশ্বৰ জীৱন জ্যোতি তেওঁৰ কৰ্মৰ মাজেৰে এতিয়া বেছি প্ৰতিভাত হৈ উঠা দেখা গৈছে।

ড° হেমন্তকুমাৰ শৰ্মা অসমীয়া ভাষা সাহিত্যত আৰু মই হলোঁ অৰ্থনীতিৰ এজন সাধাৰণ ছাত্ৰ। কলেজীয়া শিক্ষা লাভৰ সময়ত কটন কলেজত আমি প্ৰথম চিনাজনা হও আৰু পোষ্ট গ্ৰেজুৱেট শিক্ষা লাভৰ সময়ত অধিক সুহৃদতা গঢ়ি উঠে। হেমন্ত শৰ্মা এজন অতি ভদ্ৰ শান্ত, আৰু ভাল বন্ধু আছিল। উজান বজাৰৰ মেচত যেতিয়া তেওঁ আছিল তেতিয়া আমি মাজে মাজে তালৈ গৈ ছিলো। অধিক সময় আমি শৰ্মাৰ ৰসাল কথা-বোৰ শুনিবলৈ পাইছিলো। তেওঁৰ অন্তৰখন আছিল পবিত্ৰ-তাৰে পূৰ্ণ আৰু কাৰো প্ৰতি কোনো প্ৰকাৰৰ অসূয়া বা বেয়া ভাব নাছিল। তেওঁক যিয়ে এবাৰ লগ পাইছিল, তেওঁৰ মধুৰ

ব্যৱহাৰ তেওঁক মুগ্ধ কৰিছিল। মিষ্টভাষী, মিতব্যয়ী, কৰ্ত্তব্যপৰায়ণ পৰিমিতাচাৰী ড শৰ্মা আমাৰ অতি প্ৰিয় বন্ধু আছিল।

আৰ্য বিদ্যাপীঠ মহাবিদ্যালয়ৰ আৰম্ভণীৰ সময়ত প্ৰয়াত পণ্ডিত ৺গিৰিধৰ শৰ্মাই মোক আৰু হেমন্ত শৰ্মাক একে সময়তে মাতি নিছিল আমি দুয়ো মনে প্ৰাণে নতুন মহাবিদ্যালয়ৰ পাঠদান আৰু আন কামত মনোযোগ দিছিলোঁ। কাৰণ ৺গিৰিধৰ শৰ্মা চাৰে আমাৰ দুজনৰ ওপৰত বেচি ভৰষা কৰিছিল। আমিও নতুনকৈ এম এ ডিগ্ৰী লাভ কৰিছোঁ মাথোঁ। প্ৰাণৰ নতুন জোঁৱাৰ। কিন্তু তাত আমি দুয়োজনে বেছি দিন নাথাকি গুচি আহিছিলোঁ।

তাৰ পিছত ড হেমন্ত কুমাৰ শৰ্মাক গুৱাহাটীবাসী হিচাপে ওচৰতে পাওঁ। তেওঁ লাচিত নগৰত ঘৰ সাজি থাকিবলৈ লয় আৰু মইও দক্ষিণ শৰণীয়া, লাচিত নগৰ, পূৱশৰণীয়াৰ সঙ্গম স্থানত থাকিবলৈ লওঁ। আমাৰ মাজত সুহৃদ ভাব আৰু দৃঢ় হয়। মোৰ সহধৰ্মিণী শ্ৰীনলিনী প্ৰভা ডেকাৰ সম্পাদিত 'ফুল' শিশু আলোচনীত তেওঁ এজন প্ৰধান সহায়ক আছিল। ড শৰ্মাই শিশু আলোচনী সম্পৰ্কে সৃজনীমূলক উপদেশ আগবঢ়াইছিল দুই এটা ভাল প্ৰবন্ধ, গল্প সংগ্ৰহ কৰি দিছিল আৰু নিজেও সাধুকথা আদি প্ৰকাশৰ বাবে দিছিল।

অধ্যাপক ড হেমন্তকুমাৰ শৰ্মাই শিক্ষকতা কাম কৰিয়েই দিন অতিবাহিত কৰা নাছিল। ছাত্ৰ ছত্ৰীক শিক্ষা প্ৰদান কৰাৰ উপৰিও তেওঁ সাহিত্য চৰ্চা কৰিছিল, অসম সাহিত্য সভাৰ অক্লান্ত কৰ্মী আছিল আৰু গুৰু দায়িত্ব বহন কৰিব লগাত পৰিছিল। সাহিত্য চৰ্চা তেওঁৰ জীৱনৰ ব্ৰত আছিল। নিজ পিতৃ নাট্যকাৰ ৺ধনেশ্বৰ শৰ্মাৰ পৰা উত্তৰাধিকাৰ সূত্ৰে লাভ

কৰিছিল তেজস্বী মন আৰু পণ্ডিত গিৰিধৰ শৰ্মাৰ পৰা পাইছিল অকান্ত শ্ৰমৰ আদৰ্শ।

ড হেমন্তকুমাৰ শৰ্মাৰ লোক কথা, লোক সাহিত্য, লোক-গীত আতি বৰ ভাল পাইছিল। সেয়ে তেওঁৰ ওপৰত ন্যস্ত দায়িত্ব "কামৰূপী লোকগীত' সংগ্ৰহ কাৰ্য্য তেওঁ নিয়াৰিকৈ পালন কৰিছিল। অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত "কামৰূপী লোক গীতি সংগ্ৰহ" এখন অমূল্য গ্ৰন্থ। সংকলক আৰু সম্পাদক হিচাপে হেমন্তকুমাৰে অতি নিষ্ঠাৰে কামটো কৰি দিছিল। কামৰূপৰ প্ৰায়বোৰ অঞ্চলৰ পৰা গীতবোৰ সংগ্ৰহ কৰোতে তেওঁ গাওঁৰ ল'ৰা ছোৱালীক কামত খটুৱাইছিল আৰু সেইসকল ডকা ল'ৰা ছোৱালী, আদিৰ তেওঁলোকৰ নাম পুথিখনত সন্নিবিষ্ট কৰিছিল। ড° শৰ্মাই কামৰূপৰ উত্তৰ বজালী বৰপেটা, পশ্চিম নলবাৰী, ৰঙিয়া, সৰ্থেবাৰী ব্যাসকুচি আদি দক্ষিণ নলবাৰী কামাখ্যা, সোণাপুৰ ডিমৰীয়া পলাশবাৰী, ছয়গাওঁ, উত্তৰ বজালী, পশ্চিম খাগ্ৰাবাৰী, গুইমাৰা, বৰমা আদি অঞ্চলৰ পৰা গীতবোৰ সংগ্ৰহ কৰাইছিল। তাৰোপৰি তেওঁ ৺অতুলচন্দ্ৰ হাজৰিকা "লোক গীতি সংগ্ৰহ', ড° হেমন্তকুমাৰ শৰ্মাৰ অসমীয়া লোক-গীতি সঞ্চয়ন, শ্ৰীফণীন্দ্ৰ নাথ কলিতাৰ "বাৰমাহী আৰু বিলাপ গীত", ৺শ্ৰীৰাম চন্দ্ৰ দাসক অসমীয়া জন সাহিত্যৰ পাৰিজাত, ৺খগেন্দ্ৰ নাথ পাঠকৰ গীতাৱলী, গদাধৰ দাসৰ 'কামৰূপী লোক-গীত গোকুল পাঠকৰ কেৰেলা ফুলৰ সৌৰভ বিচাৰি, জ্ঞানদা দেবীৰ নামতী, তাৰক শৰ্মাৰ অ' মোৰ মলুৱাৰে ড° প্ৰফুল্ল দত্ত গোস্বামীৰ বাৰ মাহৰ তেৰ গীত, প্ৰসন্ন চন্দ্ৰ বৰুৱাৰ কামৰূপীয়া বিয়াৰ গীত, ভাটৈপ পুৰাণ, ড° মহেশ্বৰ নেওগৰ চটাই পৰবত আৰু ছিৰি লুইত, মানবেন্দ্ৰ কলিতাৰ লোকগীতি সংগ্ৰহ, যোগেশ চন্দ্ৰ তামুলীৰ অসমীয়া লোকগীতি সংগ্ৰহ ৰবীন বৈশ্যৰ লোক-

গীতৰ মৌ কোহ, ৺শ্ৰীৰাম চন্দ্ৰ দাসৰ মোৰ আইৰ প্ৰাণৰ গীত আদি পুথিৰ সহায় লৈছিল।

"কামৰূপী লোকগীতি সংগ্ৰহ" গীতবোৰক ড শৰ্মাই ভক্তিমূলক জন্ম সংস্কাৰ বিষয়ক, কৰ্ম সঙ্গীত আৰু বিবিধ—এই তিনি ভাগত ভাগ কৰি দি ভবিষ্যৎ অনুসন্ধানকাৰী আৰু গবেষক সকলৰ বাবে পথ নিৰ্দ্দেশকৰ কাম কৰি দি গৈছে।

আজি এনে এটা পবিত্ৰ মুহূৰ্ত্তত আমি ড° হেমন্তকুমাৰ শৰ্মাক স্মৰণ কৰিছো। প্ৰয়াত শৰ্মাৰ আত্মাই প্ৰশান্তি লাভ কৰক। শৰ্মা অমৰ হৈ জীয়াই থাকক।

# মোৰ দৃষ্টিত হেমন্তকুমাৰ শৰ্মা

অধ্যাপক ভূপেন্দ্ৰ কুমাৰ বৰ্মা

চাকৰিকাল সম্পূৰ্ণ কৰি অৱসৰ গ্ৰহণ কৰিবলৈ নৌপাওঁতেই হঠাতেই এই পৃথিৱীৰ পৰা আঁতৰি যাব লগা হোৱা সুসাহিত্যিক হেমন্তকুমাৰ শৰ্মাৰ অকাল বিয়োগ অকল পৰিয়াল পৰিজন বা আত্মীয় কুটুম্বৰ বাবেই নহয় ৰাজ্যখনৰ সকলো সাহিত্য প্ৰেমীৰ বাবেই এক দুঃসংবাদ আৰু এক অপূৰণীয় ক্ষতি। অকল এজন নিষ্ঠাৱান শিক্ষাসেৱী হিচাপেই নহয় নিষ্ঠাৱান সাহিত্যসেৱী হিচাপেও সুদীৰ্ঘকাল ভাষা জননীৰ সেৱাত যিদৰে শৰ্মাই আত্মনিয়োগ কৰিছিল তাৰ উদাহৰণ অতি বিৰল

অসম সাহিত্য সভাৰ সাধাৰণ কৰ্মী হিচাপে আৰম্ভ কৰি সাধাৰণ সম্পাদকলৈ বিভিন্ন সময়ত বিভিন্ন দায়িত্ব পালন কৰি তেওঁ যি নিষ্ঠা আৰু আন্তৰিকতাৰ পৰিচয় দিছিল সি অতুলনীয়। মৃত্যুৰ আগদিনাখনলৈ অসম সাহিত্য সভাৰ বিশেষকৈ গুৱাহাটীত অনুষ্ঠিত যি কোনো সভা সমিতিত উপস্থিত থাকি আৰু সক্ৰিয় অংশ গ্ৰহণ কৰি অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানৰ অবিচ্ছেদ্য অঙ্গ হৈ পৰিছিল। অসম সাহিত্য সভা তথা ভাষাজননীৰ সেৱাৰ যোগেদি তেওঁৰ স্বদেশপ্ৰেম আৰু জাতীয়বোধৰ পৰিচয়েই প্ৰকাশ পাইছে। এই জাতীয় চেতনাৰ বাবেই তেওঁ ভাষা জননীৰ সেৱাত আজীৱন একাণপটীয়াকৈ মনোনিবেশ কৰিছিল।

অসমৰ ভাষা সাহিত্যৰ বিভিন্ন বিষয়ৰ ওপৰত আলোকপাত কৰি ৰচনা কৰা তেওঁৰ গ্ৰন্থসমূহ বিভিন্ন সাহিত্য সম্ভাৰেৰে সমৃদ্ধ।

তেওঁ ৰচনা কৰা গ্ৰন্থ সমূহৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য হ'ল, অসমীয়া সাহিত্যত দৃষ্টিপাত ( ১৯৬১ ), অসমীয়া সাহিত্যৰ বেঙুণি ( ১৯৬৭ ), অসমীয়া লোকগীতি সঞ্চয়ন ( ১৯৭৪ ), কামৰূপ লোকগীতি সংগ্ৰহ ( ১৯৭৮ ) গল্পৰ ভিতৰত স্মৃতিৰ পলাশ আৰু সেই মালাধাৰি ( ১৯৮১ ), ভ্ৰমণ বৃত্তান্ত বিষয়ক কাবেৰীৰ পাৰে পাৰে ( ১৯৬৩ ), সম্পাদিত পুথিৰ ভিতৰত নলিনীবালা দেৱী আৰু নগেন চৌধুৰীৰ গল্প ইত্যাদি। ইয়াৰ বাহিৰেও বাতৰি কাকত আৰু আলোচনীত তেওঁৰ ভালেমান সমালোচনামূলক প্ৰবন্ধ সিচৰতি হৈ আছে।

কালৰ বুকুত হেৰাই যাব খোজা অসমৰ লোক গীতসমূহ উদ্ধাৰ প্ৰকাশ আৰু তাৰ প্ৰচাৰৰ ব্যৱস্থা কৰাতো ড শৰ্মাৰ এক উল্লেখ যোগ্য বৰঙণি। এই ক্ষেত্ৰত তেখেতৰ কামৰূপী লোকগীতি সংগ্ৰহ আৰু অসমীয়া লোকগীতি সঞ্চয়ন অসমীয়া সাহিত্যলৈ এক মহৎ অবদান। ড° শৰ্মাৰ এই ক্ষেত্ৰত চিন্তা-চৰ্চা, অধ্যয়ন আছিল গভীৰ আৰু ব্যাপক। তেওঁৰ কামৰূপী লোকগীতি সংগ্ৰহ নামৰ গ্ৰন্থৰ পাতনিতেই প্ৰায় একুৰিখন পুথিৰ উল্লেখ কৰিছে। এই পুথিবোৰ সংগ্ৰহ কৰোতে তেওঁ অনুসন্ধানৰ বাবে ভিতৰুৱা অঞ্চল সমূহলৈও যাব লগা হৈছিল আৰু নানা কষ্টৰে সেইবোৰ সংগ্ৰহ কৰিছিল। সেয়ে তেওঁ এই লোকগীতি সমূহ সংগ্ৰহ কৰি প্ৰণালী-বদ্ধভাৱে সম্পাদন কৰি উলিয়াবলৈ সমৰ্থ হৈছে। কামৰূপী লোকগীতি সংগ্ৰহত যেনেকৈ কামৰূপ অঞ্চলত প্ৰচলিত গীত-মাত সমূহ সন্নিবিষ্ট কৰিছে অসমীয়া লোকগীতি সঞ্চয়নত সেইদৰে গোটেই অসমৰে গীত-মাতসমূহ সন্নিবিষ্ট কৰা হৈছে।

ড° শৰ্মাৰ গল্পৰ পুথি চাৰিখন। 'স্মৃতিৰ পলাশ' আৰু 'সেই মালাধাৰি'। ড শৰ্মা সুপ্ৰতিষ্ঠিত গল্প লিখক হিচাপে পৰিচিত নহ'লেও 'সেই মালাধাৰি'ৰ পাতনিত লিখিছে যে 'স্মৃতিৰ

পলাসে' পাঠক সমাজৰ পৰা আশাতীতভাৱে সমাদৰ পোৱাত আনন্দিত আৰু উৎসাহিত হৈ তেওঁ একে আশাৰেই 'সেই মালাধাৰি' পাঠক সমাজলৈ আগ বঢ়াইছে। অৱশ্যে ড শৰ্মাৰ গল্পৰ সহজ সৰল প্ৰকাশভঙ্গীৰ মাজেদিয়েই সমাজৰ বৈচিত্ৰময় ৰূপ, জীৱনৰ বিভিন্ন সমস্যা'ৰ ছবি আৰু আশা নিৰাশাৰ স্বপ সুন্দৰভাৱে ফুটি উঠিছে।

ড শৰ্মা এজন ভ্ৰমণপ্ৰিয় লোক আছিল। দেশ-বিদেশৰ জ্ঞান আৰু অভিজ্ঞতা আহৰণ আৰু নিজৰ ভাষাও তাকে বিলাই দিয়াতো আছিল তেওঁৰ জীৱনৰ একান্ত কাম্য। সাহিত্য সভাৰ অধিবেশনত যোগদান কৰাতো তেওঁৰ বাবে যেনে অপৰিহাৰ্য্য আছিল অখিল ভাৰত প্ৰাচ্য বিদ্যা সন্মিলন (All India Oriental Conference) সমূহতো তেওঁ তেনেকৈ নিয়মীয়াকৈ যোগদান কৰিছিল। সন্মিলনত তেওঁ গৱেষণা পত্ৰও পাঠ কৰিছিল। এনে ভ্ৰমণৰ ফল স্বৰূপেই হয়তো সৃষ্টি হ'ল তেওঁৰ 'কাবেৰীৰ পাৰে পাৰে' এখন সুখপাঠ ভ্ৰমণ বৃত্তান্ত।

ড শৰ্মাৰ সাহিত্য আলোচনামূলক দুখন গ্ৰন্থ বিশেষভাৱে উল্লেখযোগ্য। সেই দুখন হ'ল, অসমীয়া সাহিত্যত দৃষ্টিপাত' আৰু 'অসমীয়া সাহিত্যৰ বেঙণি'। অসমীয়া সাহিত্যত দৃষ্টিপাত' গ্ৰন্থখন দুটা খণ্ডত বিভক্ত প্ৰাচীন অসমীয়া সাহিত্য আৰু আধুনিক অসমীয়া সাহিত্য। সাহিত্য বিষয়ৰ আলোচনামূলক প্ৰবন্ধেৰে গ্ৰন্থখন সম্পূৰ্ণ হৈছে। আনহাতে 'অসমীয়া সাহিত্যৰ বেঙণি'ত সাহিত্য সম্পৰ্কীয় কেইটিমান মূল্যৱান প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে। এই পুথি দুখন সাহিত্যৰ ছাত্ৰসকলৰ মৌলিক চিন্তা চৰ্চাৰ ক্ষেত্ৰত আৰু দিকদৰ্শনত বিশেষ সহায়ক হ'ব।

ড শৰ্মাই দুখনমান অঙ্কীয়া নাটৰ লগতে আন কেইবাখনো পুথি সম্পাদনা কৰিছে। সেইবোৰৰ ভিতৰত 'নলিনীবালা দেৱী'

নামৰ স্মৃতিগ্ৰন্থখন উল্লেখযোগ্য। নলিনী বালা দেৱীৰ স্মৃতিত প্ৰকাশিত গ্ৰন্থখনত কেইবাটাও উচ্চ স্তৰৰ চিন্তা-চৰ্চ্চামূলক প্ৰবন্ধ সংযোজিত হৈছে। এই প্ৰবন্ধবোৰৰ মাজেদি সেই সময়ৰ সমাজ সাহিত্য আৰু সংস্কৃতিৰ পৰিচয় প্ৰকাশ পাইছে। গ্ৰন্থখন প্ৰকাশ কৰিছে অসম সাহিত্য সভাই। হেমন্তকুমাৰ শৰ্মাৰ আন এখন সম্পাদিত বৃহৎ আকাৰৰ গ্ৰন্থ 'নগেন চৌধুৰীৰ গল্প'। সুদীৰ্ঘ, তথ্য সমৃদ্ধ আৰু উচ্চমান বিশিষ্ট পাতনিৰে এই গ্ৰন্থখন অসমীয়া সাহিত্য জগতলৈ এক অনন্য অৱদান নগেন চৌধুৰীৰ গল্পত সমসাময়িক সমাজখনৰ চিত্ৰ সুন্দৰভাৱে প্ৰতিফলিত হৈছে। নগেন চৌধুৰীৰ গল্পৰ প্ৰকাশ আৰু প্ৰচাৰে পশ্চিম অসমৰ সাংস্কৃতিক বৈশিষ্টৰ চানেকি দাঙি ধৰাৰ বহু পৰিমাণে সহায় কৰিছে আৰু সমগ্ৰ অসমৰ জগত তাৰ যোগসূত্ৰ ৰক্ষাৰ ক্ষেত্ৰতো সহায়ক হৈ পৰিছে ড° শৰ্মাৰ আপাশুধীয়া শ্ৰমৰ ফলতেই এই গ্ৰন্থসমূহ সুসম্পাদিত ৰূপত প্ৰকাশ পাইছে গ্ৰন্থখন দেখনিয়াৰকৈ প্ৰকাশ কৰিছে অসম প্ৰকাশন পৰিষদে।

আগতেই উল্লেখ কৰা হৈছে যে সাহিত্য সংস্কৃতিমূলক প্ৰবন্ধৰ উপৰিও বিভিন্ন স্মৃতিগ্ৰন্থ তিথি পাৰ্বণ আৰু সমসাময়িক উৎসৱ অনুষ্ঠান উপলক্ষে ড° শৰ্মাই ভালেমান প্ৰবন্ধ ৰচনা কৰি গৈছে। সেইবোৰে সমসাময়িক প্ৰয়োজন পূৰ্ণ কৰাৰ উপৰিও ছাত্ৰ-ছাত্ৰী সকলক সেই বিষয়বোৰৰ সমল যোগান ধৰাৰ ক্ষেত্ৰতো সহায় কৰিছিল। কলেজৰ ছাত্ৰ ছাত্ৰীসকলৰ মাজতো সাহিত্য সৃষ্টি আৰু আৰু চিন্তা চৰ্চ্চাৰ ক্ষেত্ৰত তেওঁ আছিল জীৱন্ত প্ৰেৰণা স্বৰূপ।

ড শৰ্মা যে অকল এজন সু-সাহিত্যিকেই আছিল এনে নহয় শিক্ষাসেৱী হিচাপেও আছিল অতি নিষ্ঠাবান। বিভিন্ন সভা-সমিতি উৎসৱ অনুষ্ঠান আদিত যোগদান কৰি ঘূৰি ফুৰিলেও তেওঁ শ্ৰেণীসমূহ ক্ষতি নকৰিছিল। সেয়ে ছাত্ৰ ছাত্ৰীসকলৰ মাজত তেওঁ

আছিল জনপ্ৰিয়। সাহিত্য সভাৰ সম্পাদক হিচাপে কাৰ্য্যনিৰ্বাহ কৰাৰ সময়তো আৰু ভীষণ ব্যস্ততাৰ মাজতো তেওঁৰ কোনো উচ্চাত্মিকা মনোভাৱ পৰিলক্ষিত হোৱা নাছিল। এবাৰ গুৱাহাটীৰেই এটি সাহিত্য সংস্কৃতিমূলক অনুষ্ঠানত তেওঁক নিমন্ত্ৰণ কৰাত তেওঁৰ পূৰ্বৰ কোনো কাৰ্য্যসূচী থকা বাবে নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ অপাৰগতা প্ৰকাশ কৰিছিল। উক্ত কাৰ্যসূচী এৰাব পাৰিলেহে তেওঁ হয়তো চেষ্টা কৰি চাব বুলি জনাইছিল। উদ্যোক্তা সকল হতাশ হৈ গুচি আহিল। কিন্তু অনুষ্ঠানৰ দিনা কোনেও খবৰ নকৰাকৈ উদ্যোক্তা সকলক হতবাক কৰি শৰ্মা সময়মতে অনুষ্ঠানত উপস্থিত হ'ল। এয়াই আছিল ড হেমন্ত কুমাৰ শৰ্মা মানুহজন।

ড শৰ্মা আছিল অজাতশত্ৰু। সদালাপী, অল্পভাষী আৰু নিৰহঙ্কাৰ শৰ্মা আছিল বহু গুণৰ অধিকাৰী। অসাধাৰণ পাণ্ডিত্য, প্ৰতিভা আৰু চকুত চমক লগা ব্যক্তিত্বৰ স্থিলমিলনিৰে শৰ্মাই ইতিহাস ৰচনা কৰা নাছিল সচা কিন্তু জ্ঞান অন্বেষণকাৰী আৰু সাহিত্যানুৰাগী শৰ্মাৰ বিনয় আৰু নম্ৰতাই আছিল ভূষণ। শৰ্মাৰ সান্নিধ্য লাভ কৰা যি কোনো মানুহেই এই কথা সহজেই অনুভৱ কৰিব পাৰিছিল। অসমীয়া সাহিত্যৰ ইতিহাসত বৈচিত্ৰপূৰ্ণ আৰু বিবিধ সাহিত্য সম্ভাৰেৰে নিসন্দেহে শৰ্মাই এখন স্বকীয়া আসন লাভ কৰি চিৰস্মৰণীয় হৈ থাকিব

# ড হেমন্তকুমাৰ শৰ্মাৰ সান্নিধ্যত

গোপীকান্ত তালুকদাৰ

১৯৯২ চনৰ ১৭ জানুৱাৰী। শিল্পী দিৱস। সেই দিনটো আমাৰ বাবে যিমান আনন্দ দায়ক আছিল, ১৯৯২ চনৰ ১৮ জানুৱাৰীৰ দিনটো সিমানেই বেদনা দায়ক আছিল, অৰ্থাৎ সিদিনা অসমৰ এগৰাকী আগশাৰীৰ কৰ্মোদ্যোগী পুৰুষ, প্ৰথিতযশা সাহিত্যিক, সমালোচক, গৱেষক পণ্ডিত ড° হেমন্ত কুমাৰ শৰ্মাৰ অকাল আৰু আকস্মিক বিয়োগ ঘটে। ড শৰ্মাৰ মৃত্যুৱে সচেতন সমাজত এটি পাহৰিব নোৱাৰা সাঁচ বহুৱায়। ড শৰ্মাৰ পৰলোক প্ৰাপ্তিৰ কেন্দ্ৰ কৰি অধ্যাপক কনকচন্দ্ৰ ডেকাৰ সম্পাদনাত খৰখেদাকৈ ছপা কৰি উলিওৱা 'অশ্ৰু-অঞ্জলি' নামৰ গ্ৰন্থখনেই সেই কথা প্ৰমাণ কৰে।

বিদ্যালয়ত পঢ়ি থকা কালৰে পৰা ৺শৰ্মাৰ নাম শুনিছিলো কিন্তু দেখা পোৱাৰ সৌভাগ্য ঘটা নাছিল। ১৯৬৩ চন। কোকাৰাঝাৰ কলেজৰ নৈশ শাখাত বি এ পঢ়ি থকা অৱস্থাতেই গুৱাহাটীৰ এক প্ৰসিদ্ধ সাহিত্যানুষ্ঠান 'সবিতা সভাই' ছাত্ৰ ছাত্ৰীৰ মাজত পতা দেশপ্ৰেমমূলক কবিতা প্ৰতিযোগিতাত "ড° সূৰ্য্য কুমাৰ ভূঞা" বটা লাভ কৰিছিলোঁ। সবিতা সভাৰ প্ৰতিযোগিতাৰ ফলাফলৰ বাৰ্তাৰ 'নতুন অসমীয়া" কাকতত পঢ়িবলৈ পাই আনন্দ লাভ কৰাৰ বাহিৰেও সম্পাদক শ্ৰীযুত কনকচন্দ্ৰ ডেকাৰ আমন্ত্ৰণী পত্ৰ পাই নবীন চন্দ্ৰ বৰদলৈ হলত পতা বঁটা বিতৰণী সভাত যোগদান কৰিছিলো আৰু তাতেই সবিতা সভাৰ সভাপতি সাহিত্যচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকা, হেমন্তকুমাৰ শৰ্মা, হৰিচন্দ্ৰ

ভট্টচাৰ্য্য প্ৰভৃতি ডাঙৰ ডাঙৰ সাহিত্যিকক লগ পাইছিলোঁ। হাঁহি হাঁহি মোৰ পৰিচয় সোধা প্ৰথম ব্যক্তিজনেই আছিল ড হেমন্ত কুমাৰ শৰ্মা। তেখেতে ব্যক্তিগত পুৰস্কাৰ হিচাপে "অসমীয়া সাহিত্যত দৃষ্টিপাত" নামৰ গ্ৰন্থখন মোক দিছিল।

১৭৬৮ চনত যেতিয়া ৰাজগড ছোৱালী হাইস্কুলত শিক্ষকতা কৰো তেতিয়া মাননীয় শ্ৰীকনক চন্দ্ৰ ডেকাৰ লগতে হেমন্তকুমাৰ শৰ্মাৰ লগতো দেখাদেখি হয় আৰু তেখেত সকলৰ আগ্ৰহত আস্বস্ত হৈ সৰিতা সভাৰ সহকাৰী সম্পাদক হিচাপে কাৰ্য্যনিৰ্বাহ কৰিবলৈ লওঁ। তেতিয়াৰ সভাপতি অতুলচন্দ্ৰ হাজৰিকা, সম্পাদক কনকচন্দ্ৰ ডেকা আৰু হেমন্তকুমাৰ শৰ্মাৰ সুপৰামৰ্শৰ কথাবোৰ আজিও মনত পৰে। কোনো কোনো সাহিত্য আলোচনা চক্ৰ, সম্বৰ্দ্ধনা সভা আদিৰ নিৰ্দিষ্ট বিষয়ত কবিতা লিখিবলৈ উদগনি দিয়া ব্যক্তি মাননীয় শ্ৰীকনকচন্দ্ৰ ডেকা আৰু শ্ৰদ্ধেয় হেমন্ত কুমাৰ শৰ্মা। এই দুগৰাকী ব্যক্তিৰ সান্নিধ্যত কবিতা সৃষ্টিৰ সমল পাইছিলোঁ।

স্কুললৈ আহোতে যাওতে শৰ্মাদেৱক প্ৰায়েই লগ পাইছিলোঁ। তেখেতে সকলো সময়তে পুথি অধ্যয়ন আৰু লিখামেলাৰ ওপৰত গুৰুত্ব আৰোপ কৰি প্ৰেৰণা দিছিল। এবাৰ তেখেতৰ আগ্ৰহ ক্ৰমে 'সেই মালাধাৰী' গল্প পুথিখনৰ পাণ্ডুলিপিটোৰ কপি কৰি দিছিলোঁ। বৰ আনন্দ পাইছিলো। গুৱাহাটীৰ বিভিন্ন সাহিত্য-মুষ্ঠানৰ চিঠি পত্ৰ বাৰ যোগান ধৰিথকা বাবে তেখেতে মোক মৰম কৰিছিল। সময়ৰ নাটনি স্বত্বেও বিভিন্ন আলোচনীৰ বাবে প্ৰবন্ধ পাতি লিখাই নিছিলোঁ। পৰাপক্ষত তেখেতে কাকো বিমুখ নকৰিছিল। তেখেতক যেতিয়াই লগ পাইছিলোঁ তেতিয়াই খন্তেক বৈ থাকি হাহি মুখেৰে খা খবৰ সোধাৰ উপৰিও বহুতো উদগনি-মূলক পৰামৰ্শ দিছিল। সঘনাই এনেধৰাৰ পৰামৰ্শ পাই অলপ

হলেও স্বকীয় কৰ্তব্যত অগ্ৰসৰ হবলৈ সক্ষম হৈছিলোঁ।

কৃতী সাহিত্যিক, গৱেষক পণ্ডিত ড° শৰ্মাৰ পৰিকল্পনা আছিল বহুতো। তেখেতে কোৱাঁমতে চাকৰীৰ পৰা অৱসৰ পোৱাৰ পিচত বাতৰি কাকত আলোচনী আদিত সিঁচৰিত হৈ থকা ভিন্ন সুৱীয়া প্ৰবন্ধ পাতিবোৰ ভাগ ভাগ কৰি গ্ৰন্থ আকাৰে উলিয়াৰ কথা মোৰ আগত ব্যক্ত কৰিছিল আৰু উক্ত কামত মোৰ সহযোগিতা বিচাৰিছিল। চাকৰিৰ পৰা অৱসৰ গ্ৰহণৰ পিচত অসম সাহিত্য সভাৰ সভাপতি হোৱাকে ধৰি সাহিত্যানুষ্ঠান আৰু সাহিত্য কৰ্মত বিশেষ ভাবে মনোযোগ দিয়াৰ কথা ভাবিছিল। সেয়েহে চাকৰিত থকা কালছোৱাত যি কোনো সংগঠনৰেই গুৰু দায়িত্ব লোৱাৰ পক্ষপাতি তেখেত নাছিল।

ড হেমন্ত শৰ্মা আছিল গুৰুভক্ত। আনকথা নকলেও সুযোগ্য পুত্ৰ যোগ্যৱান পিতৃ নাট্যকাৰ ৺ধনেশ্বৰ শৰ্মাৰ জন্ম শতবাৰ্ষিকী স্থানীয় জোনাকী সাহিত্য সমাজৰ উদ্যোগত 'উদযাপন সমিতি' গঠন কৰি গুৱাহাটীৰ ভালেমান ব্যক্তিৰ সক্ৰিয় সহযোগত সুসম্পন্ন কৰি তুলিছিল। জন্ম শতবাৰ্ষিকী উছৱৰ কামত ড শৰ্মাৰ লগত কেইবাদিন না ঘূৰা ফুৰা কৰিছিলো। তেখেতৰ কোনো ভেম বা অহংকাৰ নাছিল। নিজে আমাৰ ঘৰলৈ আহি মোক স্কুটাৰত তুলি নিছিল। লগে থাকোতেও কথা পাতি গৈছিল যদিও কথাবোৰ মোৰ কাণত অস্পষ্ট হৈ পৰাত 'হয় হয়' কৰি কথাৰ বাহিৰে একো উপায় পোৱা নাছিলোঁ। যিহওক ৺ধনেশ্বৰ শৰ্মা জন্ম শতবাৰ্ষিকী উৎসৱ উপলক্ষে অধ্যাপক শ্ৰীকনক চন্দ্ৰ ডেকাৰ সম্পাদনাত 'নাট্যকাৰ ৺ধনেশ্বৰ শৰ্মাৰ ব্যক্তি মহিমা' শীৰ্ষক এখন মূল্যৱান স্মৃতিগ্ৰন্থও প্ৰকাশ হৈছিল। এনে ধৰণৰ আন এখন স্মৃতিগ্ৰন্থ নলবাৰীৰ পৰাও ওলাইছিল। আনকি হাতে লিখা অৱস্থাত থকা পিতৃ বিৰচিত 'কুণ্ডিল কুঁৱৰী" নামৰ নাটকখনো ছপা আকাৰে উলিয়াই

পিতৃ মাতৃৰ প্ৰতি থকা পুত্ৰৰ কৰ্ত্তব্য সমাধা কৰিছিল।

এনেহেন এটি উছৱৰ সময়ত ড° শৰ্মাৰ একমাত্ৰ পুত্ৰ ‘অঞ্জন’ জীৱিত আছিল। পিতৃৰ দৰে পুত্ৰ অঞ্জনো আছিল। দায়িত্বশীল অতুৎসাহী যুৱক। ককাদেউতাক ৺ধনেশ্বৰ শৰ্মাৰ ওপৰত উলিয়াব খোজা স্মৃতি গ্ৰন্থখনৰ বাবে ‘কবিতা নাই অহা’ বুলি কৈ অঞ্জনে কবিতা এটি সোনকালে লিখি দিবলৈ মোক অনুৰোধ কৰিছিল।

ড হেমন্তকুমাৰ শৰ্মা এগৰাকী ধৈৰ্য্যশীল স্বভাবৰ ব্যক্তি আছিল। ১৯৯১ চনৰ ৪ ফেব্ৰুৱাৰীৰ দিনা ড শৰ্মাৰ একমাত্ৰ পুত্ৰ ‘অঞ্জন’ৰ মৃত্যু হয়। মৃত্যুৰ প্ৰায় ৪/৫ দিনমান পিচত ড শৰ্মাৰ ঘৰলৈ গৈছিলো। মোৰ চকুপানী ওলাইছিল, কিন্তু ড শৰ্মাৰ পৰিয়ালৰ চকুযোৰ নিয়মীয়া হৈয়ে আছিল। বোধ-কৰো তেওঁলোকৰ চকুপানবোৰ শুকাই গৈছিল। ড শৰ্মাৰো কোনো পৰিবৰ্তনৰ চাপ পৰা দেখা নাছিলো। হয়তো সকলো চিন্তা ভাৱনাই হৃদয়ৰ মাজতেই খেলা কৰি আছিল।

ড শৰ্মা এজন নিস্বাৰ্থী, হিতাকাংখী পুৰুষ আছিল। দায়িত্ব-শীল ব্যক্তি হিচাপেও তেখেতে ঘৰ আৰু বাহিৰৰ সকলো দাযিত্ব সুচাৰুৰূপে সম্পন্ন কৰিছিল। ড শৰ্মাৰ কৰ্তব্যনিষ্ঠা আৰু এক-াগ্ৰতা গুণে সকলোকে আকৰ্ষণ কৰিব পাৰিছিল। ড শৰ্মাই অইনক যেনে ব্যৱহাৰ দেখুৱাইছিল আনৰপৰাই তেনে ব্যৱহাৰ আশা কৰিছিল। ড শৰ্মাৰ লগত হলিগলি কৰি এইবোৰ গুণৰ সম্ভেদ পাইছিলো।

# ড° হেমন্তকুমাৰ শৰ্মাৰ স্মৃতিত

কামেশ্বৰ ঠাকুৰীয়া

সম্পূৰ্ণ পাচটা দশকত শৰ্মাৰ লগত থকা (ছাত্ৰ জীৱনৰ পৰা পাৰিবাৰিক জীৱনলৈ) এটা সম্পূৰ্ণ জীৱনৰ ঘটনাৱলীৰ লিখি শেষ কৰাটো মোৰপক্ষে সহজ-সাধ্য নহয়।

মাৰ্চ মাহ। ১৯৪১ চন। ককয়া মধ্য ইংৰাজী স্কুলত তৃতীয়-মান শ্ৰেণীত নাম লিখাৰ পিছতে শৰ্মাৰ লগত ব্যক্তিগতভাৱে পৰিচয় ঘটে। এই পৰিচয় তেওঁৰ শেষ বিদায়ৰ দিনলৈ অটুট থকা বুলি কব পাৰি। তেতিয়াৰ পৰা ই তেওঁৰ ব্যক্তিত্বৰ কথা আমি উপলব্ধি কৰিবলৈ সক্ষম হৈছিলো। ১৯৪২ চনৰ নবেম্বৰ আমি চতুৰ্থ শ্ৰেণীৰ ছাত্ৰ। বয়স প্ৰায় বাৰ তেৰ বছৰ। এফালে দ্বিতীয় মহাসমৰ। আনফালে ভাৰত-ত্যাগ আন্দোলন। এদিন হঠাৎ প্ৰায় দুইমান বজাত স্কুলৰ সমুখত বন্দে মাতৰম ধ্বনি দি প্ৰায় তিনিশমান জনতাৰ শোভাযাত্ৰা এটা আহি উপস্থিত হ'ল। তেতিয়া আমাৰ ক্লাচৰ পৰা শৰ্মা আৰু ষষ্ঠমানৰ পৰা অৰুণ শীল ওলাই আহি জনতাৰ লগত ধ্বনি দিলে। তেতিয়া হেড্-মাষ্টৰে ওলাবলৈ বাধা দিয়া সত্বেও শৰ্মাই আমাক শোভাযাত্ৰালৈ আগুৱাই লৈ গৈছিল। শৰ্মা আৰু শীলৰ তত্বাবধানত সকলো ছাত্ৰই শোভযাত্ৰা লগত গৈ প্ৰায় দহবাৰ কিলোমিটাৰ বাট বুলি সন্ধিয়া নলবাৰী টাউনত এৰেষ্ট হলো। শৰ্মাৰ লগত আৰু চাৰিজন ল'ৰা গৈ থানাত আপত্তি দিয়াত সক ল'ৰা বিলাকৰ কাৰণে অ'চিয়ে উকীল ধৰিবলৈ কোৱাত তেতিয়াৰ বিখ্যাত উকীল গৌৰীকান্ত তালুকদাৰ আৰু হৰিশ্চন্দ্ৰ পাঠকৰ যত্নত আমি নিশা ৭ টামান বজাত খালাচ পালো। তে'তিয়াৰ দিনত নিশা ঘৰলৈ

ঘূৰি অহাতো এক দুঃসাধ্য কথা। ৰাতি এন্ধাৰ বাট ততে বহু দূৰ। ভাবিলে ভয় লাগে। টাউনত শৰ্মাৰ দেউতাক থাকে। তেওঁ গাৱৰ ঘৰলৈ ঘূৰি নাহি দেউতাকৰ লগত টাউনতে থাকি যাব পাৰে। তেওঁ সেইটো নকৰি প্ৰথমতে ৰাস্তা ললে গাৱঁলৈ বুলি। সকলোকে প্ৰস্তাৱ দিলে যে প্ৰত্যেকে একোটা গল্প বা খুহুঁটিয়া কথা কৈ গলে সহজে গৈ ঘৰ পোৱা যাব। সচাকৈয়ে শৰ্মাৰ অনুপ্ৰেৰণাই কাম দিলে। নিশা দহ বজাত আমি আটায়ে গাৱঁৰ ঘৰ পালোহি। পিচ বছৰত শৰ্মাই আমাক এৰি দেউতাকৰ লগত থাকি গৰ্ডনত পঢ়া আৰম্ভ কৰিলে।

১৯৪৫ চনত আমিও মধ্য ইংৰাজীৰ ফাইনেল পাছ কৰি গৰ্ডনলৈ অহাত শৰ্মাই পুনৰ মোক লগ পোৱাত তেওঁ বিশেষ আনন্দ লাভ কৰিলে। এই সপ্তমমান শ্ৰেণীৰ পৰাই দশমান শ্ৰেণীলৈ শৰ্মা আৰু মোৰ মাজত কেইঘণ্টামানৰ বাহিৰে বাকী সময় একেলগে কটোৱা হৈছিল। ক্লাচত মই, কমলেশ্বৰ, হোমেশ্বৰ (হেমন্ত শৰ্মা), প্ৰিয়, দেবেন, বিশ্ব গোলোক, যোগেন আৰু সতীশ ভট্টৰ ভিতৰত প্ৰথম দুইশাৰী বেঞ্চৰ প্ৰথম বা দ্বিতীয়খনত বহোঁ। কোনোৱাদিনাখন এখন বেঞ্চতে কমলেশ্বৰ, হোমেশ্বৰ আৰু কামেশ্বৰ বহিলে দত্ত আৰু গোস্বামী ছাৰে ত্ৰিমূৰ্ত্তি বুলি ৰগৰ কৰিছিল। আমাৰ ভিতৰত শৰ্মা আৰু সত্যেন দাসে তেতিয়াৰ দিনত বেচ ভাল গান গাইছিল। শুক্ৰবাৰে এঘণ্টা ধৰ্মালোচনী সভা বহিছিল। এই আলোচনাত বা অন্য কোনো উৎসৱ আদিত শৰ্মা আৰু সত্যেনে গান গাইছিল। তেতিয়াৰ চলিত গান আছিল আনন্দি দাস, শিৱ ভট্টাচাৰ্য্য, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুৰাভা, ভূপেন হাজৰিকাৰ বা ৰবীন্দ্ৰ সঙ্গীত। শৰ্মাৰ প্ৰিয় গান আছিল জ্যোতি প্ৰসাদৰ আৰু শিৱ ভট্টাচাৰ্য্য ৰবীন্দ্ৰ সঙ্গীতৰো শৰ্মা বৰ প্ৰিয় আছিল।

ছাত্ৰাবস্থাৰ পৰাই শৰ্মা আছিল অধ্যয়নশীল ব্যক্তি। বঙ্গীয় সাহিত্যৰ প্ৰতি শৰ্মাৰ আছিল বিশেষ ৰাপ। ৰবীন্দ্ৰনাথ ঠাকুৰৰ লিখনিৰ প্ৰতি তেওঁৰ আছিল শ্ৰদ্ধা আৰু অনুৰাগ। পঞ্চমানৰ পৰা নৱম মানৰ ভিতৰত ৰবীন্দ্ৰ নাথৰ প্ৰায় সকলো লিখনি পঢ়ি শেষ কৰিছিল 'গীতাঞ্জলি' আৰু চয়নিতাৰ কবিতা শৰ্মাৰ মুখত প্ৰায়ে শুনাইছিল। ৰবীন্দ্ৰনাথৰ লিখনিৰ গল্প কেইটামানে আমাক আপ্লুত কৰিছিল। বঙ্কিমচন্দ্ৰ, শৰৎচন্দ্ৰ, মধুসূদন আৰু বিবেকানন্দৰ লিখনিবোৰবো আমাৰ ওচৰত ৰহস্য কৰি শুনাইছিল। অসমীয়া সাহিত্য জগতৰ প্ৰতি শৰ্মা ছাত্ৰাবস্থাৰ পৰাই বৰ আকৰ্ষিত হৈ পৰিছিল। জোনাকী যুগৰ কবি সকলৰ কবিতা, গল্প, নাটক আৰু উপন্যাসৰ প্ৰতি শৰ্মা বিশেষ আগ্ৰহী হৈ উঠে। বিহগী কবিৰ কবিতা যতীন্দ্ৰ নাথ দুৱৰাৰ কবিতা আৰু কথা কবিতা ৰসৰাজৰ গল্প কবিতা ৰজনীকান্তৰ উপন্যাস অম্বিকাগিৰিৰ দেশ প্ৰেমৰ গীত, কবিতা আৰু নলিনী বালা দেৱীৰ কৰুণ্যৰে ভৰা লিখনিসমূহ জ্যোতিপ্ৰকাশৰ ছন্দ ৰাজ কবিতা, জ্ঞানমালিনীৰ হিয়াভৰা সুৰ আৰু বিষ্ণুৰাভাৰ গান আৰু আবৃত্তি আছিল শৰ্মাৰ জীৱন লগৰী। ইয়াৰ বাহিৰেও তেওঁ ওৱৰ্ডচৰ্থ শ্বেলি, কলৰীজ বাইৰণ আদিৰ ইংৰাজী কবিতা আৰু ডিকেন্স, থমাছ হাৰ্ডি আৰু কিপলিঙৰ নোভেল পঢ়ি ভাল পাইছিল।

শৰ্মাই নাটক পাঠ আৰু অভিনয় কৰি ভাল পাইছিল। শৰ্মাৰ দেউতাকৰ হাতে লেখা কিছুমান নাটক আছিল। নাট্যকাৰ অতুলচন্দ্ৰ হাজৰিকাৰ নাটক সমূহৰ প্ৰতি তেওঁৰ বৰ হেঁপাহ আছিল আৰু এই জ্ঞানেৰে দেউতাকৰ নাটক সমূহক উজ্জীৱিত কৰি অভিনয়ৰ কাৰণে উপযুক্ত কৰি তুলিছিল। তৃতীয় আৰু চতুৰ্থ দশকত অসমত মুকলি মঞ্চত অভিনয় কৰা নাট্যদল আছিল ৰাইজৰ অতি প্ৰিয়। এই নাট্যদলৰ সৃষ্টিকৰ্তা আছিল ব্ৰজনাথ

শৰ্মা আৰু তেওঁ ভায়েক কৃষ্ণকান্ত শৰ্মা এই নাট্যদলৰ কেবাজনো কলাকাৰ আছিল শৰ্মাৰ গাৱঁৰ। পিছৰ দশকত এওঁলোকে নিজৰ গাৱঁতেই এক বাচকবনীয়া নাট্য দলৰ সৃষ্টি কৰিছিল। বহু বঙলা নাটক শৰ্মাই অনুবাদ কৰি দি সংগঠমটোক যথেষ্ট সহায় কৰিছিল। এইবোৰো তেওঁৰ ছাত্ৰ জীৱনৰেই প্ৰচেষ্টা। হাইস্কুলত পঢ়া সময়ৰ পৰাই তেওঁ নিজ গাওঁ পিপলিবাৰীত লাইব্ৰেৰী পাতি যিমান পাৰে কিতাপ দান কৰিছিল। তেওঁৰ যত্নতেই তাত এখন জ্ঞান দায়িনী সভা আলোচনী চলিচিল। চহৰত থাকিও শৰ্মাই গাৱঁৰ উন্নতিৰ প্ৰতি প্ৰাণ ঢালি দিব পাৰিছিল। কামৰূপী যাত্ৰা পাৰ্টি, সভা, ওজা-পালি, দেওধনীনাচ ঢুলীয়া চাৰ্কাচ আৰু দেৱালীৰ খেল-ধেমালিত শৰ্মাৰ আগ্ৰহ আৰু উপস্থিতি বেচ প্ৰশংসনীয়।

আমি সপ্তমম নৰ পৰা নৱম মানলৈ একে লগে সকলো খেলা-ধূলাত লিপ্ত আছিলো। ফুটবল আৰু ভলী ললেই আছিল তেতিয়াৰ দিনত মুখ্য খেল। শৰ্মা আৰু মই সদায় আগত খেলিছিলো। নৱম মান ল মই স্কুলৰ ফুটবল কেপ্তেইন আছিলো যদিও প্ৰায়বো কাম শৰ্মাই চলাই দিছিল। স্কুলত ধৰ্মালোচনী সভাত প্ৰতি সপ্তাহতে ভাগ লৈছিল আৰু বক্তৃতা দিছিল, গান গাইছিল আৰু আবৃত্তিও কৰিছিল। নৱম শ্ৰেণীত গৰমৰ বন্ধত নাটক কৰি শৰ্মাই প্ৰশংসা লাভ কৰিছিল।

শৰ্মাৰ আন এটা ডাঙৰ গুণ আছিল নিয়মানুৱৰ্ত্তিতা। তেওঁ যিমানেই যি নকৰক শ্ৰেণীত কিন্তু সদায় উপস্থিত থাকিবই। শনিবাৰে ছুটীৰ পিছত শৰ্মা মই আৰু শমাৰ দেউতাক তিনিও-জন দহমাইল খোজ কাঢ়ি গাৱঁৰ ঘৰলৈ যাওঁ। আকৌ সোম-বাৰে পুৱা বাট বুলি বুলি আহি স্কুল ধৰিবই লাগিব। আমি কেতিয়াবা স্কুল নাপালেও শমাই কিন্তু সময়মতে উপস্থিত হৈছিল। এইবোৰ কাৰণতে তেওঁ প্ৰায় প্ৰতি বছৰে স্কুলত উপস্থিত থকা বটাটো লাভ কৰিছিল।

কথাছবিৰ প্ৰতি শৰ্মা আছিল বিশেষ আগ্ৰহশীল। তেওঁ যি কৰিবলৈ বিচাৰিছিল তাতে মোক সঙ্গী হিচাপে লৈছিল। অষ্টম মানলৈ আমি কথাছবি কি বুজি পোৱা নাছিলো। ১৯৪৬ চন এদিনাখন হেড্‌মাষ্টৰৰ ল'ৰাৰ বিয়াৰ বৰযাত্ৰী হিচাপে আমাকো লৈ গৈছিল গুৱাহাটীৰ কমাৰপট্টীলৈ। বিশেষ কাৰণত ৰাতি বাৰ বজাত বিয়া হ'ব বুলি সেইদিনা হেড্‌মাষ্টৰে আমাক ট্ৰেইনত আহিবলৈ পাচ সিকিকৈ পইচা দিছিল। পইচা হাতত পৰাত শৰ্মাৰ বুদ্ধিত আমি চিত্ৰাজ চিনেমা চাবলৈ গৈ কেলভিনত সোমালো। ৰাতি আঠটা বজাত চিনেমা শেষ হ'ল। পুনৰ গৈ বিয়াঘৰ পোৱাত হেড্‌মাষ্টৰে অকথ্য গালি পাৰিলে। তথাপিও শৰ্মাই মুৰ নেদাঙিলে আৰু হেড মাষ্টৰৰ অবাধ্য নহৈ ভাত খাবলৈ গ'ল। আমি কিন্তু হেড মাষ্টৰৰ গালিবোৰ সহজ ভাৱে লব নোৱাৰি সুদাপেটে আহি ৰেল ষ্টেচনত ৰাতি কটাই বিনা টিকেটে ট্ৰেইনত আহি টি টিৰ গালি খাই কোনোৰকম নলবাৰী পালোহি। দুদিন পিচত শৰ্মাই ক্লাচত আমাৰ হকে ওকালতি কৰি যেনিবা হেড্‌মাষ্টাৰৰ কঠোৰ শাস্তিৰ পৰা আমাক অব্যাহতি দিয়ালে।

পৰৱৰ্তী জীৱনতো শৰ্মাই কথাটো উনিয়াই হাহি হাহি আক্ষেপ কৰিছিল হেড্‌মাষ্টৰৰ কিছুমান অনাৱশ্যকীয় শাসনৰ কথা কৈ। সুবিধা পালে কোনো ভাল পেলাই লোকোৱাকৈ চিনেমা যি কোনো বন্ধুৰ লগত শৰ্মাই উপভোগ কৰিছিল। অকল উপভো। কৰাই নহয় এই বিষয়েই তেওঁ যথেষ্ট অধ্যয়ন কৰিছিল। তেওঁৰ প্ৰিয় অভিনেতা আছিল প্ৰমোথেশ বৰুৱা, ৰাজকাপুৰ, অশোক কুমাৰ, দিলীপ কুমাৰ, শশী কাপুৰ আৰু ভি চান্তাৰাম। অভিনেত্ৰী সকলৰ ভিতৰত আছিল কানন দেবী, দেবীকা ৰাণী, সুৰেয়া নাৰ্গিছ, বৈজয়ন্তিমালা, মধুবালা আৰু নুতন কথাছবিৰ ভিতৰত আছিল বৰযাত্ৰ, বন্ধন, আৱৰা, নৌকাডুবি কাবুলীৱালা, জিজ্ঞাৰ,

মেৰা নাম জোকাৰ, মেৰা দাস, মাদাৰ ইণ্ডিয়া মধুমতী আৰু ৰবী। গা-ধোৱাৰ সময়ত শৰ্মাই বাথৰুমত প্ৰায়ে বশীৰ নাইৰা মেৰা নাম জোকাৰৰ এফাকি গান গোৱাটো নিত্য নৈমিত্তিক আছিল। শৰ্মাই যিটো বস্তু ভাল পাইছিল তাক হৃদয় যত্নেৰে ৰাখিছিল। আমাৰ স্কুলীয়া জীৱনত ফটো লোৱাৰ প্ৰচলন সহজভাৱে হৈ উঠা নাছিল। শৰ্মাৰ কিন্তু ফটো উঠাৰ অতিপাত চখ আছিল। আমি সপ্তম শ্ৰেণীত থাকোতে এদিনাখন আমাৰ লগতে পঢ়া ল'ৰাই সৰু কেমেৰা এটা আনিছিল। শৰ্মাই তেওঁক বহুত অনুৰোধ কৰি আনি চাৰিজনৰ ফটো এখন উঠোৱা ল। লৰাজনে এসপ্তাহমান পিচত এটা কপি শৰ্মাৰ হাতত দিয়াত আমাৰ আনন্দই নধৰা হ'ল। শৰ্মাই আমাক এবাৰ দেখুৱাই ফটোখন তেওঁৰ লগতে ৰাখি ল। ১৯৭৮ চনত তেওঁ মোক মাতি নি ফটোখন উলিয়াই খুব হাঁহিলে আৰু বৰ্ত্তমানটোৰ কথা ভাবি বৰ অপেক্ষা কৰি কলে, "চোৱা ঠাকুৰীয়া, আমি কেনে আছিলা এতিয়া কেনে হলো আৰু ভৱিষ্যত কেনে হব" বুলি কৈ সুমুৱাই থৈ দিলে, আৰু কলে পোন্ধৰ বছৰ পিচত অৰ্থাৎ ১৯৯৩ ছনত এবাৰ উলিয়াই চাম দিয়া। কিন্তু নিষ্ঠুৰ নিয়তিয়ে তেওঁক এৰছৰ আগতে লৈ যাব বুলি কোনেও ভবা নাছিলো।

কলেজীয়া জীৱনত আমাৰ ভাগ্যৰ পাৰ্থক্য ঘটিল আৰু সিয়ে কৰ্ম জীৱনলৈও গতি কাৰ'ল। ১৯৫০ চনৰ পৰাই আমাৰ জীৱনৰ গতি সলনি হ'ল। শৰ্মাই ডিগ্ৰী লোৱাৰ পিছত শিক্ষকতা লাই ব্ৰেৰীয়ান আৰু শেষত কটন কলেজত আহি ছিতাপি লাগিল। ইয়াৰ ভিতৰত শৰ্মাই মোক পাহৰিবলৈ ইচ্ছা নকৰি বৰং বেচি আপোনজনৰ দৰে সকলো কামতেই যোগাযোগ ৰাখিলে। আনকি তেওঁৰ ঘৰুৱা বিষয়বোৰতো মোৰ মতামত বিচাৰে। ইতি মধ্যে শৰ্মাই মাক দেউতাক আৰু ককায়েকক হেৰুৱাই নিজে নিজৰ

অভিভাৱক হৈ সৰু ভাই দুজনৰ দায়িত্বও লব লগা হ'ল। আটাইবোৰ দায়িত্ব লৈও শৰ্মাই সদায় মুখৰ হাঁহিটোৰে লৈতে নিৰ্ভয়ে কামত আগ বাঢ়িছিল। মোৰ লগত শৰ্মাৰ তেজৰ সম্বন্ধ নাই। কিন্তু শৰ্মাই মোক আপোন বুলি ধৰি ললে। বিয়াৰ কথা উঠাত শৰ্মাই মোক লগধৰি সকলো কথা আলোচনা হৈ উঠি 'আজি তোমাকে মোৰ সকলো ফালৰ পৰা গাৰ্জেন বুলি ধৰি লৈছো' বুলি কৈ চকুপানী টুকিছিল। অথচ আমি মাত্ৰ এমাহৰ ডাঙৰ সৰু। মোক তেওঁ এনেভাৱে লোৱাত মই বৰ আচৰিত হৈছিলো যদিও যিমান পাৰো তেওঁৰ হকে কৰি ভাল পাইছিলো। বিয়াৰ ছোৱালী ঠিক কৰি ৰাশিযোৰা আৰু সোঁৱৰণিৰ মিল থকা নথকা কথাবোৰ বিবৰি কোৱাতহে শৰ্মাই বিয়াত সন্মতি দিছিল।

শৰ্মাই ভাল নোপোৱা মানুহ খুব কমেই ওলাব। দুই এজন স্বাৰ্থপৰ মানুহে শৰ্মাৰ বিৰুদ্ধ আচৰণ কৰিছিল। কিন্তু শৰ্মাই কোনোদিন কাৰো ওপৰত প্ৰতিশোধৰ কথা চিন্তা কৰা নাছিল। তেওঁ যি কৰিছিল সকলোৰে কাৰণে ভালেই কৰিছিল। শৰ্মাৰ যে খং নাছিল এনে নহয়। কিন্তু খঙতো তেওঁ কাকো অশালীন কথা কব নোৱাৰিছিল।

শৰ্মাই সকলোকে সজ উপদেশ দিছিল আৰু অন্য প্ৰকাৰেও সহায় কৰিছিল। মোৰ ক্ষেত্ৰত শৰ্মা আছিল অন্য ধৰণৰ। আমাৰ বৰ্ত্তমান থকা ঠাইখিনি শৰ্মাই লৈ উঠি মোৰ লগত ভাগ বতৰা কৰিছিল তেওঁৰ প্ৰিয় বন্ধুক ওচৰত ৰখাৰ কাৰণে। তেওঁ মোক সাহিত্য চৰ্চ্চা কৰিবলৈ প্ৰায়েই উৎসাহ দিছিল। তেওঁৰ উৎসাহত তিনি চাৰিখন কিতাপ লিখিবলৈ বাধ্য হৈছিলো। মোৰ আছিল জ্যোতিষৰ বাপ। এই বিষয়তো তেওঁ যথেষ্ট সহায় কৰিছিল। তেওঁ অসম সাহিত্য সভাৰ পত্ৰিকা সম্পাদক হৈ থাকোতে সাহিত্য সভা পত্ৰিকাত মোৰ জ্যোতিষৰ প্ৰবন্ধ প্ৰকাশ কৰিছিল। তেওঁ

লিখা প্ৰতিখন কিতাপৰে প্ৰথম কপিটো মোক দি সন্তোষ লভিছিল। প্ৰতিখন সাহিত্য সভাৰ সভাপতিৰ ভাষণ আৰু অন্যান্য লিখনিৰ প্ৰতিটো কপি আনি মোক দিছিল। আৰ্থিকভাবেও মই যেতিয়াই তেওঁক সাহায্য বিচাৰিছো তেতিয়াই তেওঁ মোক সাহায্য কৰিছিল। জ্যোতিষত তেওঁৰ আছিল অগাধ বিশ্বাস। তেওঁৰ থেচিচখন চাবমিত কৰাৰ আগতে দিনবাৰ, ক্ষণ আদি চাই দিবৰ কাৰণেও চিলঙৰ পৰা মোক মাতি আনিছিল আৰু মই তাৰিখ ঠিক কৰি দিয়াত হে তেওঁ চাবমিত কৰিছিল।

ভ্ৰমণত শৰ্মাৰ বৰ ৰাপ আছিল। বিবাহৰ পূৰ্বেই শৰ্মাই শিক্ষামূলক কেবাটাও ভ্ৰমণ কৰিছিল। লগতে মোক নিবলৈও যত্ন কৰিছিল যদিও মোৰ ভাগ্যত নঘটিল। ঘূৰি আহি তেওঁ ভ্ৰমণ কাহিনী 'কাবেৰীৰ পাৰে পাৰে' লিখি পাঠকৰপৰা যথেষ্ট প্ৰশংসা পায়। অৱশ্যেত আমি দুয়োটা পৰিয়ালৰ স্মৃতি ৰখাৰ অৰ্থে ১৯৮৫ চনৰ অক্টোবৰত শৰ্মাৰ চেষ্টাত উত্তৰ ভাৰত ভ্ৰমণ কৰা হয় যদিও তেওঁৰ মনৰ ইচ্ছা পূৰ্ণ নোহোৱাত ১৯৯২ চনৰ শেষৰ ফালে পুনৰ এটা দীঘলীয়া ভ্ৰমণৰ ইচ্ছা প্ৰকাশ কৰিছিল। একমাত্ৰ লৰা অঞ্জনৰ অসুখৰ সময়ত তেওঁ একেবাৰে হতাশ হৈ পৰিছিল আৰু মোৰ ওচৰত ব্যক্ত কৰি নিশ্বাস পেলাই কৈছিল - "মোৰ ভবিষ্যত মই বুজি পাইছো ঠাকুৰীয়া। কিন্তু নিজৰ অকাল মৃত্যু হ'ব পাৰে তেওঁ ভবা নাছিল। সকলোৰে কন্দুৱাই নিয়তিয়ে অঞ্জনক লৈ যোৱাৰ পিচত শৰ্মা বাৰুকৈয়ে ভাগি পৰিছিল।

এদিনাখন ৰাতি পুৱাতে তেওঁ মোৰ ওচৰত এটা বস্তু বিচৰি অহাত মই বস্তুটো বিক্ৰী কৰিম বুলি কোৱাত শৰ্মাই বৰ উত্তেজিত হৈ ক'লে "লৰাৰ মৃত্যুৰ পিচত মই আৰু কাৰো ওচৰত ভিক্ষা নিবিচাৰো। তোমাৰপৰা ময়ো কিনিয়ে লম।" আজি চল্লিশ বছৰৰ ভিতৰত কোনো দিন শৰ্মাৰপৰা এনে ধনৰ আক্ষে-

পৰ আৰু উত্তেজনাৰ কথা শুনা নাছিলো। মই পিচত বুজি পালো যে অঞ্জন হেৰাই যোৱাৰ পিচত ই এটা কব নোৱাৰাকৈ হৈ উঠা প্ৰতিক্ৰিয়া। যোবাৰ আগদিনাখন আবেলি শৰ্মাই মোক কৈছিল– ঠকুৰীয়া, কাইলৈ সোনকালে ওলাবা। দুয়ো একেলগে গৈ যোগেশ দাসৰ ল'ৰাৰ বিয়ালৈ গৈ আহিম।” এয়েই যে শৰ্মাৰ শেষ কথা হ'ব তাক জনাৰ কোনো উপায় নাছিল। বিয়ালৈ পুৰা এটা দিন শৰ্মাই আৰু অপেক্ষা নকৰিলে। তেওঁ ৰাতি পুৱাতেই বিদায় ললে, হয়তো অঞ্জনক কোনো অচিন ঠাইত বিচাৰি পাব বুলি। হয়তো অঞ্জনেই দেউতাকক অতি দূৰৈৰপৰা হাত বাউল দি মাতিছে কিজানি।

নিষ্পাপ আৰু শুদ্ধ এটি জীৱন। পাৰ্থীৱ মায়াৰ বন্ধন ছিঙি স্বৰ্গীয় বন্ধনত আবদ্ধ হল গৈ। এইজনা ব্যক্তিৰ নিস্বাৰ্থতা, বদান্যতা, কৰ্ম প্ৰেৰণা, সহিষ্ণুতা, উদাৰতা আৰু সান্নিধ্যতা কোনো জীৱনতে লিখি শেষ কৰিব নোৱাৰি। তেওঁ আঁতৰি যোৱাটো অকল মোৰ কাৰণেই নহয় গোটেই অসমবাসীৰ কাৰণেই অসহনীয়। মোৰ কাৰণে কিন্তু অপূৰণীয় ক্ষতি। তেওঁৰ আত্মাই পৰমাত্মাৰ লগত মিলি যাওঁক। এয়ে মোৰ বন্ধুৰ প্ৰতি শেষ কামনা।

# দেউতালৈ ভক্তিৰ অঞ্জলি

শ্ৰীদীপশিখা ভাগৱতী

মোৰ দেউতা অধ্যাপক হেমন্তকুমাৰ শৰ্মা এজন ন্যায়পৰায়ণ ধাৰ্মিক, উদাৰ প্ৰকৃতিৰ, মৰমিয়াল, কষ্টসহিষ্ণু আৰু বহুমুখী প্ৰতিভাৰ লোক আছিল। দেউতাৰ কথা লিখিবলৈ যাওঁতে আজি মোৰ বহু কথাই মনলৈ আহিছে। সৰুকালৰে পৰা আমি চাৰি ভাই-ভনী, মা দেউতাৰ আদৰ যত্নত ডাঙৰ দীঘল হৈছিলোঁ। দেউতাই ডাঙৰ জীয়াৰী হিচাপে মোক খুউব মৰম কৰিছিল। দেউতাই মৰমতে মোক 'ডাঙৰ মা' বুলি মাতিছিল।

দেউতাক মই সৰু কালৰে পৰা পঢ়া মেজত বহি লিখা পঢ়া কৰি থকা দেখিছিলোঁ। দেউতাই নিজৰ পঢ়াৰ মাজতো আমাৰ চাৰিটাৰে পঢ়া শুনা চাইছিল। আমাৰ ঘৰত বন্ধু বান্ধৱ, আত্মীয় স্বজন বা কোনোবা অতিথি আহিলে সদায় হাঁহিমুখে সোধ-পোছ কৰিছিল। দেউতাই ৰাতিপুৱাই উঠি ৰাষ্টাত ঘুৰি মুকলি বতাহ লয় তাৰপৰা আহি মুখ ধুই পঢ়া মেজত বহে। তাৰ পাছত ন মান বজাত ভাত খাই দিনটোলৈ ওলায় যায়। গধূলি সাতমান বজাত ঘৰলৈ আহি হাত মুখ ধুই, চাহ খাই অলপ সময় জিৰাই আকৌ পঢ়া মেজত বহে। দহটামান বজাত ভাত খাই এঘাৰ মান বজাত শোৱে। দেউতাৰ ৰবিবাৰে প্ৰায়ে সাহিত্য সম্পৰ্কীয় মিটিং থাকে। প্ৰতি বছৰে দেউতাই সাহিত্য সভালৈ যোৱা দেখা পাইছিলোঁ। সাহিত্য সভা বা অন্য কামত বাহিৰত গলে মরেই বিচনা-পত্ৰ, কাপোৰ-কানি ঠিক কৰি দিওঁ। দেউতাৰ পিন্ধা কাপোৰ কানি মরেই ঘৰতে ইস্ত্ৰি কৰি দিছিলো।

দেউতাৰ লগৰ বন্ধু-বান্ধৱ আছিলে নানা হাঁহি তামচাৰে কথা পাতে আৰু মই চাহ-তামোলৰ যোগান ধৰিব লাগছিল। দেউতাই অসমীয়া সাহিত্যৰ ত্ৰিশখনৰো অধিক কিতাপ লিখিছিল। মই মোৰ বিয়াৰ আগলৈকে দেউতাই লিখা কিতাপবোৰৰ বহু কেইখন কপি কৰি দিছিলো। সেইকাৰণে কিতাপৰ পাতনিত শলাগ জনাই মোৰ নাম উল্লেখ কৰিছিল।

সকলো ছাত্ৰ-ছাত্ৰীকে দেউতাই নিজৰ ল'ৰা ছোৱালীৰ দৰে মৰম কৰিছিল। ছাত্ৰ ছাত্ৰী সকলে দেউতাক খুউব ভাল পাইছিল, শ্ৰদ্ধাও কৰিছিল। দেউতাৰ অমায়িক ব্যৱহাৰে সকলোকে মুগ্ধ কৰিছিল। ১৯৮৩ চনত কটন কলেজৰ অসমীয়া বিভাগৰ ছাত্ৰ-ছাত্ৰীসকলে দেউতাৰ লগত যাওঁতে মোৰ ভনী রূপা আৰু মৰ্য়ো কোচবিহাৰৰ 'মধুপুৰ সত্ৰ', বৰপেটা সত্ৰলৈ গৈছিলো। তাৰ পিছৰ বছৰত নগাওঁৰ 'বৰদোৱা সত্ৰ' চাবলৈ গৈছিলো। দেউতাৰ ৰসাল কথাৰ বাবে Excursion পাৰ্টিত খুউব আনন্দ হৈছিল।

দেউতাই ভাল চাহ খাই খুউব তৃপ্তি পাইছিল। দিনটোত চাৰিবাৰৰ ওপৰ চাহ নাখাইছিল। সৰু মাছ কাৰৈ মাছ গৰমে গৰমে ভাজি দিলে খাই বৰ তৃপ্তি পাইছিল। নিৰামিষ আহাৰ জাহাজী কল, গাখীৰ দৈ খাই ভাল পাইছিল। তিল পিঠা, মালপোৱা, ঘৰত বনোৱা মিঠাই, কেক আদি খাই তৃপ্তি পাই দেউতাৰ খোৱাত ওজৰ আপত্তি নাছিল আৰু ফল-মূল খাই বৰ ভাল পাইছিল। খোৱাৰ সময়ত সদায় পুৰণি হিন্দী বা অসমীয়া গান শুনি ভাল পাইছিল।

১৯৮০ চনৰ পৰা ১৯৮৫ চনলৈ যেতিয়া দেউতা কটন কলেজৰ যে হোষ্টেলৰ Superintendent আছিল তেতিয়া আমি হোষ্টেলৰ কোৱাৰ্টাৰত আছিলোঁ। তাতে ১৯৮৫ চনৰ উনৈশ ছেপ্তেম্বৰত মোৰ বিয়া হৈছিল। ডাঙৰ ছোৱালী হিচাপে বিয়া দি উলিয়াই দিওঁতে

মা দেউতাই খুউব কান্দিছিল। মই ধগ্ৰাপাৰত থাকোঁতে দেউতাই মোক আৰু জোৱায়েকক প্ৰায়েই চাবলৈ গৈছিল। পিছত গোৱাল-পাৰাত থাকোঁতেও দেউতাই গৰমৰ বন্ধত বা পূজাৰ বন্ধত আমাক মৰমতে চা'লৈ আহে।

১৯৮৮ চনত মোৰ একমাত্ৰ ভাই অঞ্জন কিড্‌নী ৰোগত ভোগাত দেউতাই মৰ্মান্তিক আঘাত পাইছিল। ইমাৰ শাৰীৰিক, মানসিক চিন্তা'তা আমি সদায়ে দেউতাৰ মুখত চাহি দেখা পাই ছিলোঁ। ১৯৯১ চনৰ ৪ ফেব্ৰুৱাৰী তাৰিখ অঞ্জনে আমাক সকলোকে কন্দুৱাই থৈ চিৰদিনৰ বাবে বিদায় ললে। পুত্ৰ-শোকৰ আঘাতত দেউতাৰ হৃদৰোগ আৰম্ভ হবলৈ ধৰিলে। হৃদৰোগ হোৱা স্বত্বেও আমি শুই বহি থকা দেখা নাপালোঁ। নিতৌ ৰাতিপুৱাৰপৰা গধূলিলৈকে কৰ্মব্যস্ততাৰ মাজেদি দিনবিলাক পাৰ হৈ যোৱা দেখা পাইছিলোঁ। দেউতাই অসমৰ বাহিৰলৈ গ'লে সদায় আমাৰ তিনিওজনী বাই ভনীলৈ ভাল ভাল কাপোৰ কিনি লৈ আহে। আনকি বিয়াৰ পাছতো মোলৈ শাৰী, জোৱায়েকলৈ চাৰ্টৰ কাপোৰ, মোৰ ল'ৰা দুটালৈ ৰঙীণ পোছাক আৰু খেলা বস্তু লৈ আহে। দেউতাৰ অবিহনে এইবিলাক কথাই আজি মনলৈ আহি আছে।

১৯৯২ চনৰ ১৮ জানুৱাৰীৰ দিনা দিনৰ প্ৰায় এঘাৰ বজাত মোৰ স্বামীয়ে অফিচত অধ্যাপক শ্ৰীকনকচন্দ্ৰ ডেকা খুড়াৰ মুখে ফোনত দেউতাৰ মৃত্যুৰ খবৰ পাই শোকত বিহ্বল হৈছিল। আমি যেনে আছোঁ তেনেই দেউতাক চাবৰ কাৰণে গুৱাহাটীলৈ ৰাওনা হৈছিলোঁ। ঘৰ পাই দেউতাক অন্তিম শয্যাত দেখি আমি হিয়া ভুকুৱাই কান্দিছিলোঁ। তেতিয়া আমাৰ ঘৰ লোকে লোকাৰণ্য হৈ পৰিছিল, মা আৰু কমাক (সৰু ভনী) মই সান্ত্বনা দিছিলোঁ। দেউতাৰ উদাৰ প্ৰকৃতি, আন্তৰিকতাপূৰ্ণ হৃদয়, মৰমিয়াল স্বভাৱ, হাস্যৰস আৰু শিশু-মুখৰ সৰলতাৰে ভৰা মুখখন নিমিষতে যেন ম্লান হৈ পৰিল।

# হোমেশ্বৰ খটেৰ ভুখৰীয়া স্মৃতি

দীপালী শৰ্মা

হেমন্ত খুড়া আমাৰ ঘৰৰ এজন বৰ মৰম আৰু শ্ৰদ্ধাৰ ব্যক্তি আছিল। তেখেত জীয়াই থকা কালত আমাৰ ঘৰৰ সৈতে যি মধুৰ সম্পৰ্ক আছিল সেয়া কেতিয়াও পাহৰিব নোৱাৰো। তেখেত আমাৰ ঘৰত "হোমেশ্বৰ খটে" ৰূপে পৰিচিত আছিল।

খুড়া, মোৰ শহুৰ দেউতাৰ ✓গিৰিধৰ শৰ্মাৰ যদিও সহোদৰ ভাই নাছিল তথাপি একেবাৰে আপোন নলেগলে লগা ভাই যেন আছিল। শহুৰ দেউতা অসম সাহিত্য সভাৰ সভাপতি পদত থকা কাৰ্যছোৱাত খুড়াদেউ আছিল সাহিত্য সভাৰ প্ৰচাৰ পত্ৰিকাৰ সম্পাদক। তেওঁৰ যত্নতে আমাৰ প্ৰেছৰ পূৰ্বদেশ মুদ্ৰাৰ পৰা 'অসম গৌৰৱ' ওলায় আৰু পুথিখনে সাহিত্য সভাৰ পুৰস্কাৰ পাবলৈ সক্ষম হয়। কিন্তু আমিও কল্পনা কৰিছিলো যে খুড়াদেৱো এদিন সাহিত্য সভাৰ সভাপতি হ'ব, কিন্তু কালে হ'ব নিদিলে।

খুড়াদেৱৰ সৈতে মোৰ চিনাকি হয় ✓গিৰিধৰ শৰ্মা দেৱৰ প্ৰথম বোৱাৰী হৈ অহাৰ পিছত। শহুৰ দেউতাক তেখেতে 'দাদা' বুলি সম্বোধন কৰিছিল আৰু সেয়ে মোৰ বিয়াৰ পিচত শহুৰ দেউতা ইতৰ পৰিয়ালৰ যোগদি তেখেতক মই খুড়াৰূপে পাই আহিছিলো।

খুড়াদেৱে মোক সদায় "আইদেউ' বুলি মাতিছিল। আমাৰ ঘৰলৈ খুড়াদেৱে প্ৰায়েই আহিছিল আৰু ঘৰৰ আটাইৰে খা-খবৰ লৈছিল। সেইদৰে আমাৰ পৰিয়ালৰ কোনোৱা এজন তেখেতৰ ঘৰলৈ যোৱাটোত তেখেতে বৰ আনন্দবোধ কৰিছিল। কেতিয়াবা

খুড়া আহিব নোৱাৰিলে তেখেতৰ ল'ৰা অঞ্জনকে আমাৰ ঘৰলৈ পঠিয়াইছিল। তেখেতৰ ছোৱালী কণা আৰু কমাক আমাৰ ঘৰলৈ আহিবলৈ দি কৈ পঠাইছিল যে—"ছোৱালী মানুহ সাহসী হব লাগে মই সদায় তহঁতক ফুৰাবলৈ লৈ যামনে ?"

আমাৰ ঘৰত যি কোনো মাঙ্গলিক উৎসৱ, পূজা পাৰ্ব্বণ আদিত তেখেত সদায় উপস্থিত হৈ আমাক আনন্দ উৎসাহ দিছিল।

শহুৰ দেউতাৰ অকাল বিয়োগ সেই শোকৰ বেলাত আমাৰ লগতে হেমন্ত খুড়াও শোকত ম্ৰিয়মান হৈছিল। ৺শাহু মাতৃক (সাবিত্ৰীবালা দেবী) বৌ" বুলি সম্বোধন কৰিছিল। সেয়ে তেখেতৰ আজৰি সময়ত খুড়াদেৱে আহি শাহুমাতৃৰ সৈতে আমাৰ পৰিয়ালক মিঠামুখৰ বাক্যৰে আনন্দ উৎসাহ দিছিল। ৺শহুৰ দেউতাৰ যি আদৰ্শ আছিল তাকে অনুকৰণ কৰিবলৈ আমাক দিহা পৰামৰ্শ দিছিল।

হেমন্ত খুড়া সদায় মিঠা মুখৰ মানুহ আছিল আৰু অনবৰত ব্যস্ততাৰ মাজত দিন কটাইছিল। তেখেতৰ ল ৰা অঞ্জনৰ মৃত্যুৰ সময়তো ভাগৰিপৰা দেখা নগৈছিল, কৈছিল "কি কৰিবা! সকলো ভগৱানৰ ইচ্ছা।"

আকাশবাণীত খুড়াৰ বিষয়ে কিবা প্ৰবন্ধ পাতি প্ৰকাশ হ'লে অথবা দূৰদৰ্শনত প্ৰোগ্ৰেম কৰিলে—পোনতে তেওঁ আম'ৰ বিহাবাৰীৰ ঘৰলৈ আহি আমাক সুধি ব্যস্ত কৰিছিল—"যোৱা কালিৰ মোৰ প্ৰোগ্ৰেম কেনেকুৱা হ'ল ?"

হেমন্ত খুড়া স্বৰ্গধামলৈ যোৱাৰ এমাহ আগৰ কথা, খুড়া আমাৰ ঘৰলৈও অহা নাই ক'ত গ'ল ? ঘৰলৈ গৈ খবৰ লোৱাত গম পালো যে অসমৰ বাহিৰলৈ গৈছে। সেয়েহে যেতিয়া গুৱাহাটী আহি পালে, পুনৰ আমাৰ ঘৰলৈ আহি ক'লে যে তেওঁ প্ৰয়াগলৈ

গৈছিল তেখেতৰ একমাত্ৰ পুত্ৰ ৺অঞ্জনৰ অস্থিলৈ। তেখেতে কৈছিল যে "গ'লো দিয়া, তাৰ অস্থি খিনি প্ৰয়াগত দিলে। কি কৰিবা?" খুড়াই এই কথা নিৰ্ভীক ভাবে কৈছিল, কিন্তু আমি সহ্য কৰিব পৰা নাছিলো তেখেতৰ এই হৃদয় বিদাৰক কথা খিনি। তাৰ অলপ পাছতে মোৰ ছোৱালী কণিমাই খুড়াৰ কাৰণে খুপি খুপি (ট্ৰেৰপৰা চাহ বাগৰি যাব পাৰে) মিঠাইৰ সৈতে চাহ লৈ আহিছিল। তেতিয়া খুড়াদেৱে ক'লে আইদেউ তুমি চাহ কৰিব পৰা হৈছা? ভাল হৈছে, তুমি মাৰাক সহায় কৰিব পৰা হৈছা।"

এনেদৰে কিছুমান সৰু-সুৰা ঘটনা খুড়াদেৱৰ ঘটিছিল। সেয়ে এই ঘটনাবিলাকক হোমেশ্বৰ খট্টেৰ ভুখৰীয়া স্মৃতি ৰূপে আমাৰ চকুৰ আগত সদায় জীয়াই থাকিব।

মুঠৰ ওপৰত কৈ অন্ত কৰিব নোৱাৰি হেমন্ত খুড়া দেৱৰ আমাৰ পৰিয়ালৰ লগত কেনে মধুৰ সম্পৰ্ক আছিল। কিন্তু নিয়তিয়ে হোমেশ্বৰ খট্টেৰ আয়ুস অকালতে লৈ গ'ল। খুড়াৰ এই অকাল বিয়োগত এটোপাল চকুপানীৰে শ্ৰদ্ধা জনাইছো।

# ধাবেৰীৰ পাৰে পৰে

শ্ৰীৰঞ্জিত কুমাৰ শৰ্মা

অতীত গৌৰৱৰ সাক্ষ বহন কৰা নানান স্থাপত্য ও ভাস্কৰ্য্যৰে সমৃদ্ধ, বৈচিত্ৰময় প্ৰাকৃতিক সম্পদৰে ভৰপূৰ ভাৰতবৰ্ষৰ বিভিন প্ৰান্তই অতিজৰে পৰাই ভ্ৰমণকাৰীসকলক আকৰ্ষিত কৰি আহিছে। কোনো এখন ঠাই পৰ্য্যটকৰ ও তীৰ্থযাত্ৰীৰ বাবে চিত্তাকৰ্ষণৰ কেন্দ্ৰ হৈ পৰিছে তাত থকা প্ৰাচীন বৈশিষ্টপূৰ্ণ শিল্পকাৰ্য্যৰ প্ৰাচুৰ্য্যৰে ভৰা মঠ-মন্দিৰ, দেৱদেৱীৰ প্ৰতিমূৰ্ত্তি আদিৰ বাবে। মঠমন্দিৰৰ চাৰিওদিশে সাধাৰণতে যি পবিত্ৰ পৰিবেশ বিৰাজ কৰে। এনেধৰণৰ ধৰ্মানুৰাগী ভ্ৰমণকাৰীক অতি সহজেই আকৃষ্ট কৰে। এনেধৰণৰ বহু তীৰ্থস্থান পুণ্যপ্ৰয়াসী তীৰ্থযাত্ৰীৰ বাবে হৈ পৰিছে এক পৰমবাঞ্চিত সম্পদ, তেওঁলোকৰ আধ্যাত্মিক ক্ষুধা ও কৌতুহলৰ আংশিকভাবে হলেও প্ৰশামিত কৰাৰ এক উৎস। আনহাতে কোনো ঠাই হয়তো পৰ্য্যটকৰ বাবে দুৰ্নিবাৰ আকৰ্ষণৰ কেন্দ্ৰ হৈ পৰিছে ইয়াৰ নদ-নদীৰ নিৰ্মল প্ৰবাহৰ সগতে বিধাতাৰ সৰ্ব্বশ্ৰেষ্ঠ দান প্ৰকৃতিৰ অনন্ত সৌন্দৰ্য্যৰাশিৰ বাবে। নদনদী গিৰি-শৃঙ্গাৰ সুশোভিত প্ৰকৃতিৰ অনুপম শোভাৰ দৰ্শনে বেদনাক্লিষ্ট জনৰ মনলৈকো আনি দিছে আনন্দৰ কোমল অনুভূতি।

ইয়াৰ উপৰিও আছে ঠাই বিশেষৰ তাহানিৰ ঐশ্চৰ্য্যৰে সমৃদ্ধ নগৰীৰ ৰাজঅট্টালিকা আদিৰ ভগ্নাৱশেষ। ইতিহাস অনুসন্ধান প্ৰত্নতত্ত্বৰ বাবে ই হৈ পৰিছে এক সমল বিভিন্ন পশুপক্ষী বন্য-প্ৰাণীৰ বিচৰণ ভূমি বাবেই আকৌ কোনো ঠাই হৈ পৰিছে এক

পৰ্য্যটণ কেন্দ্ৰ। এই ঠাইবোৰলৈ গৈ অনুসন্ধিৎসু ভ্ৰমণকাৰীসকল হৈ পৰে বিস্ময়াভিভূত, ৰোমাঞ্চিত যাৰ বাবে এই পৰ্যটণ কেন্দ্ৰ বোৰৰ আকৰ্ষণ ক্ৰমান্বয়ে বৃদ্ধি পাই আহিছে। জ্ঞানৰ পৰিধৰ বৃদ্ধিত প্ৰভূত বৰঙণি যোগোৱা ভ্ৰমণক শিক্ষাৰ এটি অঙ্গ হিচাবে অতিজৰে পৰা সকলো ঠাইতে স্বীকৃতি দিয়া হৈছে। দেশভ্ৰমণৰ দৰেই সুলিখিত ভ্ৰমণকাহিনীয়েও পাঠকক বিশেষভাবে আকৰ্ষণ কৰে।

ওপৰোক্ত কথাখিনিৰ বহু পৰিমাণে সাক্ষ বহন কৰা আমাৰ প্ৰসঙ্গ বিশিষ্ট সাহিত্যসেৱী স্বৰ্গীয় ড হেমন্তকুমাৰ শৰ্মাৰ ভ্ৰমণ-কাহিনী 'কাবেৰীৰ পাৰে পাৰে' পুথিও এনে এটি অনুসন্ধিৎসু মনৰেই ফলশ্ৰুতি। ভাৰতৰ বিভিন্ন প্ৰান্তৰ জনগণৰ দৈনন্দীন জীৱন আশা আকাংক্ষাৰ লগত বহু নদনদীৰেই এক ওতপ্ৰোত সম্বন্ধ আছে। দক্ষিণ ভাৰতত অবস্থিত তথা প্ৰবাহিত কাবেৰী নদী খনি ভাৰতবৰ্ষৰ প্ৰধান নদীকেইখনৰ এখন। পূজা অৰ্চনাৰ সময় আমাৰ দেশত সকলো নদীক আহ্বান কৰি মতা শ্লোকৰ মাজত এই কাবেৰী নদীৰো উল্লেখ থাকে।

> "গাঙ্গচ যমুনৈচেৱ গোদাবৰী সৰস্বতি
> নৰ্ম্মদে সিন্ধু কাবেৰী জলে
> অস্মিনে সন্নিধিং কুৰু"

স্বৰ্গীয় শৰ্ম্মাদেৱৰ ভ্ৰমণকাহিনীখনি পঢ়িলে অনুভৱ কৰিব পাৰি যে ভ্ৰমণ কালত স্বাভাবিকতে অতিক্ৰম কৰিবলগীয়া হোৱা বিভিন্ন সকমুৰা সমস্যা ভ্ৰমণকালত আহৰণ কৰা অভিজ্ঞতাক, স্থানসমূহৰ তথ্যসমৃদ্ধ বিতৰণকে আদি কৰি জনগোষ্ঠীৰ উল্লেখযোগ্য বিষয়-বোৰৰ বৰ্ণনা সহজসৰল ভাষাতে দিয়াৰ যত্ন কৰিছে। মাজে মাজে পৰ্যালোচনামূলকো হৈ পৰা বিভিন্ন স্থানৰ ও ইতিহাসৰ বিৱৰণে পাঠকৰ মনক আগ্ৰহান্বিত কৰাত, কৌতুহল জগোৱাত অৰিহণা যোগাইছে।

ভ্ৰমণকাহিনীৰ প্ৰথমছোৱাত যাত্ৰাকালত দৃষ্টিগোচৰ হোৱা। প্ৰাকৃতিক দৃশ্যৰাজি, সহযাত্ৰী দুই একজনৰ পৰা আহৰণ কৰা বিচিত্ৰ অভিজ্ঞতা, সাগৰদৰ্শনে হৃদয়ত তোলা আনন্দৰ জোঁৱাৰ, মাদ্ৰাজ মহীশুৰ আদিৰ প্ৰাচীন ঐতিহ্যপূৰ্ণ স্থানবোৰৰ ও জনগণৰ জীৱনযাত্ৰাৰ চাক্ষুষ বৰ্ণনা আদিয়ে বিশেষভাৱে ঠাই পাইছে। পৰ্য্যবেক্ষণ ও তথ্যৰে সমৃদ্ধ হৈ তাক লিখকে এই খণ্ডকেইটাত যথাৰ্থ ৰূপায়ন কৰিছে। মাজৰ খণ্ডকেইটাত যাইকৈ সন্নিবিষ্ট হৈছে দক্ষিণ ভাৰতৰ ঐতিহ্যমণ্ডিত বিভিন্ন মঠমন্দিৰৰ কাৰুকাৰ্য্য, শিল্প কলা, স্থাপত্য ভাস্কৰ্য্য ও আধ্যাত্মিক উৎকৰ্ষৰ সমল যোগোৱা তীৰ্থস্থানৰ মহিমা ও পুণ্যপ্ৰয়াসী তীৰ্থযাত্ৰীৰ গতিগোত্ৰৰ চাক্ষুষ বৰ্ণনা। কিংবদন্তীৰ পূতভূমি পক্ষীতীৰ্থম খণ্ডত ঠাই পোৱা চৰাই দুটিৰ বৰ্ণনা ( দিনৰ এঘাৰ বজাত অজান ঠাইৰ পৰা সেই তীৰ্থ-স্থানৰ নিৰ্দিষ্ট ঠাইলৈ আহে আৰু পূজা গ্ৰহণ কৰি গুচি যায় ) পটি আমাৰ মনতো চাঁত কৰি উৰা মাৰিলে তাহানি দৰঙৰ জামুগুৰীৰ নাগশঙ্কৰ দেৱালয় প্ৰাঙ্গনৰ পুখুৰীটোত দেখা শবছৰীয়া প্ৰকাণ্ড কাছকেইটাৰ কৌতূহল জগোৱা প্ৰকৃতিলৈ। এই খণ্ডকেটাত আমি পাওঁ ভ্ৰমণকাহিনীৰ লিখক স্বৰ্গীয় শৰ্ম্মাৰ ইতিহাস অনুসন্ধান ও তত্ত্ব নিৰূপনৰ প্ৰতি থকা অগ্ৰহৰ চানেকী। অৱশ্যে ইয়াৰ আন খণ্ডকেইটাতো কম বেছি পৰিমাণে বহন কৰিছে।

শেষৰ খণ্ড কেইটা ও যাইকৈ কিংবদন্তীৰে পৰিপূৰ্ণ পুৰি-ভুব নেশ্বৰ আদি ঠাইবোৰৰ দৰ্শনযোগ্য স্থান, পুৰণি ৰথযাত্ৰা আদিৰ বৰ্ণনাই ঠাই পাইছে। পুৰণি আখ্যান উপাখ্যানৰ উদ্ধৃতিৰে বৰ্ণিত এইছোৱা পাঠকৰ বাবে বিশেষ আকৰ্ষণীয় হৈছে। পুৰীৰ কল্পতৰু বৃক্ষ, সাগৰতীৰত মনলৈ অহা আখ্যানৰ আভাস মাহাপুৰুষ শঙ্কৰ-দেৱক গুড়েৰা বৰ্ণনৰা সংযোগেৰে দিয়াত বক্তব্য বস্তুৰ সৌষ্ঠৱ বৃদ্ধি পাইছে। তেনেদৰেই সাগৰৰ গাম্ভীৰ্য্যৰ ছবিখনিও লিখকৰ বৰ্ণনাত পৰিস্ফুট হৈ পৰিছে।

যুগ যুগ ধৰি অতীতে বৰ্তমানৰ পিয়াত চমক্ সৃষ্টি কৰি আছিছে। বিভিন্ন ক্ষেত্ৰত বৰ্তমানৰ বাবে সিয়েই হৈ পৰিছে দুৰ্ব্বাৰ প্ৰেৰণা, সাহস ও আয়ুস। অতীতৰ জয়গান গোৱা, অতীতৰ অনুভূতি খোদিত হৈ থকা স্থাপত্য ভাস্কৰ্য্য, মহিমামণ্ডিত মঠ মন্দিৰৰ কাৰুকাৰ্য্যই সেয়েহে স্বতস্ফূৰ্ত্ত ভাবে বৰ্ত্তমানৰো হৃদয় অধিকাৰ কৰে। আমাৰ ভাষাত পুথি হিচাপে প্ৰকাশ পোৱা ভ্ৰমণ কাহিনীৰ সংখ্যা তাকৰীয়া। অথচ এজন অনুসন্ধিৎসু মনৰ ভ্ৰমণকাৰীয়ে বিভিন্ন প্ৰান্তত তেওঁ দেখা পোৱা প্ৰকৃতিৰ অনন্ত ৰত্নসম্ভাৰ প্ৰাচীন ও সমকালীন স্থাপত্য ভাস্কৰ্য্য আদিত দৰ্শনৰ চাক্ষুষ অভিজ্ঞতাৰ বৰ্ণনাৰে বঞ্চিতজনৰ মনক আনন্দিত ও সমৃদ্ধ কৰাৰ ক্ষমতা ধাৰণ কৰে। এনে এটি দৃষ্টিভঙ্গীৰ পৰা চালেও ভ্ৰমণকাহিনীৰ গুৰুত্ব অপৰিসীম। অধ্যাপক স্বৰ্গীয় হেমন্তকুমাৰ শৰ্মাৰ কাবেৰীৰ পাৰে পাৰেও নিঃসন্দেহ এই ক্ষেত্ৰত এক সুন্দৰ সংযোজন।

# আজিৰ সমাজ

শ্ৰীৰাম গোস্বামী

ড হেমন্তকুমাৰ শৰ্মাৰ মৃত্যু ঘটিছিল ১৯৯২ চনৰ ১৮ জানুৱাৰীত। তেওঁৰ মৃত্যু আছিল আকস্মিক আৰু ভাবিব নোৱাৰা। সকলো ম্ৰিয়মান হৈ পৰিছিল এনে এগৰাকী সৰ্বগুণীলোকৰ অকাল মৃত্যুত। অসমৰ সাহিত্য জগতত তেওঁৰ নাম সু-প্ৰতিষ্ঠিৰ হৈছিল। তেওঁৰ তেওঁৰ যোগ্যতা আছিল ৰসধৰ্মৰ উজ্জ্বলতাৰে পৰিশষ্ট। তেওঁৰ হৃদয় আছিল উদাৰ। এই উদৰতাৰ আদৰ্শবাদত স্থিতি লৈছিল তেওঁৰ সাহিত্য সাধনা। তেওঁৰ সাহিত্য প্ৰবাহ আছিল সমাজৰ লগত অভিন্ন। অতি নিবিড় আৰু অবিচ্ছিন্ন ভাৱে তেওঁ সাহিত্য আৰু সমাজৰ পৰস্পৰ সম্বন্ধ ৰক্ষা কৰি অনেক উপাদেয় ৰচনা পৰিবেশনত একান্ত ভাৱে ব্ৰতী হৈছিল। সাহিত্যৰ এনে এটা দিশ নাই, যত অধ্যাপক হেমন্তকুমাৰ শৰ্মাৰ অৱদান নাই। গল্প কবিতা, উপন্যাস প্ৰবন্ধ, গৱেষণালব্ধ গ্ৰন্থ, ইতিহাসখ্যাত প্ৰসংগ সকলোতে তেওঁ আছিল এগৰাকী অগ্ৰণীৰ লেখক। সাহিত্য আলোচনাত তেওঁৰ বিচাৰ নৈপুণ্যৰ পৰিচয় পোৱা গৈছিল। আজি আমি সোযেহে এই গৰাকী বিদ্যোৎসাহী অনুজৰ অভাৱ বেছিকৈ অনুভৱ কৰিছো।

হেমন্তকুমাৰ শৰ্মাই তেওঁৰ গাঁও নলবাৰীৰ পিপলিবাৰীত থাকোতে কম বয়সতে 'আজিৰ সমাজ" নামৰ এখন সামাজিক উপন্যাস লেখিছিল (১৭৭১ শক, জেঠ মাহ)। উপন্যাসখন এতিয়াও হাতে লিখা অৱস্থাতে আছে আৰু বহু প্ৰবন্ধেৰে উদ্ধাৰ কৰাৰ কথা স্মৃতি-গ্ৰন্থৰ সম্পাদক অধ্যাপক কনকচন্দ্ৰ ডেকাই আমাক জানিবলৈ

দিছে। উপন্যাসখনত হেমন্তকুমাৰ শৰ্মা স্মৃতিৰক্ষা সমিতি আৰু সুৰভি সাহিত্য সমাজৰ যুটীয়া প্ৰচেষ্টাত প্ৰকাশ পাব বুলি আশা কৰা হৈছে। এই বাম নিশ্চয় সম্পূৰ্ণ হৈ উঠিব বুলি আমি আগ্ৰহেৰে বাট চাইছো।

দ্বিতীয় মহাসমৰৰ সময়তে শৰ্মাই উপন্যাসখন ৰচনা কৰিছিল বাবে যুদ্ধৰ কিছু প্ৰভাৱ বিষয় বস্তুৰ ওপৰত পৰাটো মন কৰিব পাৰি। কৃতীলেখক ৰূপে শৰ্মাই চৰিত্ৰ সৃষ্টিত যুদ্ধ কালীন মানসিকতাৰ উদাহৰণ যথাস্থানত প্ৰয়োগ কৰি সেই সময়ৰ পৰিমণ্ডল এটা দাঙি ধৰিছে। উপন্যাসখনৰ নায়িকা জয়া নায়ক ৰমেশ আৰু জয়ন্ত। জয়া আৰু ৰমেশ সৰু কালৰ লগৰীয়া। জয়া নৱমমান শ্ৰেণীৰ ছাত্ৰী আৰু ৰমেশ বি এ পাছ ডেকা লৰা। জয়াক মাক বাপেকে ৰমেশলৈ বিয়া দিব খোজে, কিন্তু এই প্ৰস্তাৱত জয়াই আপত্তি দৰ্শায়। তাই যুক্তি দেখুৱাই কয় যে তাই পঢ়িবলৈহে আশা কৰিছে। এতিয়াই বিয়া পাতিলে তাইৰ পঢ়-শুনা সকলো অন্ত পৰিব, ভবিষ্যত অন্ধকাৰ হৈ পৰিব। তাই নিজৰ ভবিষ্যত ধ্বংস কৰি দিব নোখোজে। তাইৰ মনত বিয়া হৈছে বন্ধন। তিৰোতাৰ ক্ষেত্ৰত এই বন্ধন অতি পীড়াদায়ক হৈ পৰা তাই দেখিবলৈ পাইছে বৰং তাই ভালকৈ পঢ়াশুনা কৰি শিক্ষিতা হৈ সমাজৰ কল্যাণৰ হকে নিজৰ ভবিষ্যত নিৰ্ণয় কৰিবলৈ বাঞ্ছা কৰে। বিয়াৰ পাশত সোমাই পৰিলে তাইৰ সকলো আশা, কল্পনা নোহোৱা হব। তাই স্বামীৰ দাসী হৈ পৰিব, শহুৰ শাহুযেকৰ আলপৈচান ধৰা বান্দী ৰূপে জীৱন কটাব লাগিব। তাতে, ৰমেশ তাইৰ বাল্যকালৰ চিনাকি যদিও সি যিখন ঘৰৰ ল'ৰা, সেইখন ঘৰ হৈছে আঢ্যৱন্ত জমিদাৰ আৰু ৰক্ষণশীল ব্ৰাহ্মণ পৰিয়ালৰ। বাপেক চন্দ্ৰধৰ গোস্বামী এজন

অত্যাচাৰী জমিদাৰ। প্ৰজাৰ ওপৰত অযথা জোৰ জুলুম চলাই তেওঁ খাজনা আদায় কৰে, ঘৰ মাটি ক্ৰোকত দি গ্ৰাস কৰে। জয়াৰ বাপেক এজন মধ্যবিত্ত পৰিয়ালৰ সহজ সৰল মানুহ। গাঁৱৰপৰা চহৰলৈ আহি ডাক্তৰী বৃত্তিত ধৰি জীৱিকা নিৰ্বাহ কৰিছে। পাচে টা ল'ৰা ছোৱালীৰ মাজত জয়া একমাত্ৰ ছোৱালী বাবে তাইৰ প্ৰতি ডাক্তৰ দেবেন বাবুৰ চেনেহৰ সীমা নাই।

চন্দ্ৰধৰ গোস্বামীৰ উৎপীড়নত প্ৰজা বিদ্ৰোহী হৈ উঠিছিল। প্ৰজাৰ নেতৃত্ব দিছিল জয়ন্ত নামৰ এজন ডেকাই। তেওঁ সাম্য বাদৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ জমিদাৰৰ অত্যাচাৰ-উৎপীড়নৰ বিৰুদ্ধে প্ৰজাসকলক প্ৰতিবাদ আৰু প্ৰতিৰোধ কৰিবলৈ উদগনি দিছিল। জয়াই জয়ন্তৰ আদৰ্শ আৰু কৰ্মনিষ্ঠাৰ প্ৰতি আকৃষ্ট হ'বলৈ সৰহ দিন নালাগিল। জয়ন্তৰ সান্নিধ্যলৈ আহি জয়াই সমাজ সেৱা কামত একান্ত ভাৱে লাগিবলৈ সুবিধা পালে। লগে লগে পঢ় শুনাও অব্যাহত ৰাখিবলৈ উৎসাহ লাভ কৰিলে। জয়াই অসম সেৱক সংঘ আৰু মহিলা সমিতি নামৰ দুটা সামাজিক অনুষ্ঠানৰ লগত ঘনিষ্ঠ ভাবে জড়িত হৈ পৰিল। জয়ন্তৰ বুদ্ধি পৰামৰ্শত এই দুয়োটা অনুষ্ঠান হৈ পৰিল কল্যানকামী। স্ত্ৰী-শিক্ষা বাল্য বিবাহ বন্ধ, বিধবা বিবাহ প্ৰচলন, নাৰী নিৰ্যাতন নিৰ্মূল, কু সংস্কাৰ ৰোধ আদি কাৰ্যসূচীৰে অনুষ্ঠান দুটা জনপ্ৰিয় হৈ উঠিল। ইফালে জয়ন্তৰ বলিষ্ঠ নেতৃত্বত প্ৰজাই বিদ্ৰোহ ঘোষণা কৰি চন্দ্ৰধৰ মহাজনৰ কু চক্ৰান্ত ধৰা পেলালে আৰু প্ৰজাৰ ন্যায় সংগত দাবীসমূহ পূৰণ কৰিবলৈ তেওঁক বাধ্য কৰালে। ইফালে জয়াৰ লগত ৰমেশৰ বিয়া আগবাঢ়িব নোৱাৰিলে। খৰধৰকৈ চন্দ্ৰনাথে পুতেক ৰমেশৰ বিয়াৰ আয়োজন কৰাত বিয়াৰ দিনাই জয়া ঘৰৰপৰা নিৰুদ্দেশ হ'ল, দামোদৰ

বানুৰ হ্ৰত জয়ন্তৰ লগত জয়াৰ মিলন ঘটে। বামণে প্ৰতি-শোধ লবলৈ জয়ন্তক চলেবলে হত্যা কৰিব খুজি বিফল হৈ ধৰা পৰিল। জয়ন্ত আৰু জয়াই তাক ক্ষমা কৰি সজ পথলৈ আনিলে। জয়া আৰু জয়ন্তৰ মনে মিলা মিলন বিয়া সম্পাদনাৰে অন্ত পৰিল। দুয়ো বিবাহিত জীৱন আগবঢ়ালে সমাজৰ উন্নয়নৰ বাবে।

উপন্যাসখনত ড হেমন্তকুমাৰ শৰ্মাৰ মানবীয় ভাৱ-অনুভূতিয়ে প্ৰাধান্য লাভ কৰিছে। অসহায়ৰ প্ৰতি, পীড়িতৰ প্ৰতি তেওঁৰ সহানুভূতিসূচক মনোবৃত্তি ঘটনাৰ মাজেদি প্ৰকট হৈ উঠিছে। উপন্যাসখনৰ ৰচনা শৈলী পুৰণি হলেও ইয়াত লেখকৰ পৰিস্ফুট হব খোজা শিল্প প্ৰতিভাৰ পৰিচয় পোৱা গৈছে। নাৰী নিৰ্যাতন, স্ত্ৰী শিক্ষা সামাজিক উন্নয়নৰ প্ৰতি সজাগতা আৰু সংস্কাৰ প্ৰচেষ্টা আদি বিষয়বোৰ লেখকে বাছি লৈ উপন্যাসখন সুখপাঠ্য কৰি তুলিছে। লেখকৰ আশাবাদী দৃষ্টিভংগীত সমাজৰ চিত্ৰ (সেই সময়ৰ) ইয়াত অধিক স্পষ্ট ৰূপত অংকিত হৈছে। অসমীয়া সামাজিক উপন্যাসৰ ভৰালত এই উপন্যাসখনে উপযুক্ত স্থান পাব বুলি আশা কৰিব পাৰি॥

# এটি সম্ভাৱনাৰ অপচয়

শ্ৰীফণী তালুকদাৰ

ডঃ হেমন্তকুমাৰ শৰ্মা। হাঁহি থকা মুখেৰে এজন মানুহ হঠাতে নাইকীয়া হ'ল। হাঁহিটো তেওঁ অকল মুখৰ নাছিল, সেয়া অন্তৰৰ অন্তঃস্থলীৰ পৰা পলাই অহা এগৰাকী আপোনভোলা ব্যক্তিৰ উদাৰতাৰ চানেকিও আছিল। অত্যন্ত অধ্যৱসায়ী প্ৰতিভাৱান শৰ্মাই শিক্ষাজগতৰ জখলাৰে বগাই প্ৰতিষ্ঠা লাভ কৰিছিল। লগত সাহিত্য আৰু সংস্কৃতিৰ চৰ্চাত মনপুতি লাগি আছিল। আমি আকাশবাণীত অনুষ্ঠান বিষয়ৰূপে তেওঁক পাইছিলো, আলোচনা বা কথিকা আদিত ভাগ লৈছিল। তেতিয়াৰ পৰাই সাহিত্য সংস্কৃতিৰ জগতলৈ তেওঁৰ অসীম আগ্ৰহৰ উমান পাইছিলো। এই আগ্ৰহ আৰু অধ্যৱসায়ৰ যোগেৰেই পিচলৈ ৺শৰ্মাই সাহিত্যৰ বিভিন্ন প্ৰকাশ মাধ্যমলৈ মন মেলিছিল। অধ্যাপনাৰ লগত জড়িত অসমীয়া সাহিত্যৰ ইতিহাসৰ চৰ্চাৰ উপৰি তেওঁ কটন কলেজৰ ছাত্ৰ আৰু সতীৰ্থ সকলক সাহিত্য তথা সংস্কৃতিৰ অনুশীলনৰ বাবে উদ্বুদ্ধ কৰিছিল। বিভিন্ন আলোচনা চক্ৰ আদিত দেখা দি প্ৰবন্ধ পাতি পাঠ কৰাৰ উপৰি বিভিন্ন সভা সমিতিত জ্ঞানগৰ্ভ ভাষণ দি তেওঁ আমাৰ সমাজ জীৱনত এক বিশিষ্ট স্থান লাভ কৰিবলৈ সমৰ্থ হৈছিল।

ড শৰ্মাক আমি অসম লেখক সমবায়ৰ এগৰাকী উৎসাহী সদস্য হিচাপেও পাইছিলো। ড নন্দ তালুকদাৰ আৰু তেওঁ

প্ৰকৃততে এসময়ত মুমূৰ্ষু অৱস্থাৰ পৰা ৰাজ্যখনৰ একমাত্ৰ গ্ৰন্থ প্ৰকাশৰ সমবায়খনক পুনৰ জীৱিত কৰি তুলিছিল। এই ক্ষেত্ৰত ⁄ৰামপসাদ বেজবৰুৱাৰ একানপতীয়া প্ৰচেষ্টাও আমি পাহৰিব নোৱাৰো। উক্ত অনুষ্ঠানত ড হেমন্ত শৰ্মাৰ বহু অৱদান আছে, বিশেষকৈ পুথি প্ৰকাশন তথা সঙ্কলনৰ ক্ষেত্ৰত। আনহাতে তেওঁ আমাকো কটন কলেজৰ পৰা প্ৰকাশিত কলা-সংস্কৃতি সম্পৰ্কীয় গ্ৰন্থত অনাতাঁৰ নাটক আৰু চলচ্চিত্ৰ বিষয়ক প্ৰবন্ধ লিখাইছিল। অনুজৰ দৰে ড° শৰ্মাৰ যিকোনো অনুৰোধ আমি উপেক্ষা কৰিব নোৱা ৰিছিলো, তেওঁৰ ঐকান্তিক সৰলতা তথা আন্তৰিকতাৰে ভৰপূৰ ব্যক্তিত্বৰ বাবে। এইজনা সাহিত্য সংস্কৃতিমেধাৰ আকস্মিক আৰু অকাল বিয়োগে আমাৰ সাহিত্য সংস্কৃতিৰ জগতত অপূৰণীয় এক শূন্যতা সৃষ্টি কৰিলে। একমাত্ৰ পুত্ৰৰ অকাল বিয়োগে তেওঁৰ মৃত্যু শুচৰ চপাই আনিছিল। অসম সাহিত্য সভাৰ দৰে বৃহৎ অনুষ্ঠান এটাৰ পৰা সম্পাদকৰূপেও ড শৰ্মাই যথেষ্ট অৰিহণা যোগাই গৈছে। ব্যক্তিগত ভাবে তেওঁৰ বহুতো গ্ৰন্থ আৰু আলোচনী আদিত লিখা প্ৰবন্ধ সম্ভাৰে অসমাৰ সাহিত্য-ভড়াল যথেষ্ট টনকীয়াল কৰিছে। আমি আগতেই কৈছো সাহিত্যৰ বিভিন্ন প্ৰকাশ মাধ্যমলৈ তেওঁ আগ্ৰহী হৈছিল। সেয়ে মূল্যৱান গ্ৰন্থ ৰাজিৰ উপৰি, চুটি গল্প, নাটক উপন্যাস আদি ৰচনাতো তেওঁ হাত দিছিল। অনাতাঁৰৰ উপযোগী শ্ৰব্য-নাটক ৰচনাতো তেওঁৰ হাত আছিল। সিদিনা ⁄ড হেমন্ত শৰ্মাৰ বিশ্বস্ত অনুজপ্ৰতিম বন্ধু অধ্যাপক কনকচন্দ্ৰ ডেকাই তেওঁৰ এখন অনাতাঁৰ নাটকৰ প্ৰতিলিপি এটা মেজত পঢ়িবলৈ দিছিল। 'ৰাজসন্ন্যাসী" নামৰ সেই অনাতাঁৰ নাটকখনত সিদ্ধাৰ্থৰ আধ্যাত্মিক উত্তৰণৰ কাহিনী নিয়াৰিকৈ সুন্দৰ সংলাপেৰে সজাই তুলিছিল। বহুদিন আগতে লিখা এই নাটখনি অনাতাঁৰ যোগে প্ৰযোজনা কৰিছিল সাহিত্যিক

সাংবাদিক শ্ৰীৰমা বৰুৱকয়াই উক্ত নাটকখনিত অংশগ্ৰহণ কৰিছিল ৺সত্যেন চৌধুৰী, ৺ভুবনেশ্বৰ বুজৰবৰুৱা, ৺কমলকুসুম দাস, ৺নিত্যা দত্ত আৰু নিৰুপমা গোহাই নাৰায়ণ বেজবৰুৱা আৰু শ্ৰদ্ধানন্দ দুৱৰাই। সংসাৰৰ দুখ-যন্ত্ৰনা মা-ৰুৰ অসহায় বেদনাই আকুল কৰা সিদ্ধাৰ্থই ছন্দনক কৈছিল 'এ সংসাৰত থাকিবৰ আৰু মন নাই। তুমি সকলো বুজিছাই। আৰু পিৰ্তয় প্ৰশ্ন নাই। বাছা বাহুলে মাকৰ বুকুত কেনে নিশ্চিন্তমনে শুই আছে। যেন এটি দেৱশিশুহে! গোপা, প্ৰাণৰ গোপা মোৰ, কিমানযে স্নেহ কৰিছিলা তুমি। কিন্তু তোমাৰ স্নেহ ভক্তিক নেওচা দি ঠিক অকৃতজ্ঞৰ দৰেই, আজি তোমাক তোমাৰ সন্তানক এৰি যাবলৈ আহিছো। মোক ক্ষমা কৰা - মাক ক্ষমা কৰা। ( সুৰ বদলাই ) নিষ্ঠুৰ সৰ্বনাশ কৰিম দেখিছু। ময়া তই আঁতৰি যা। নহয়, নহয়, মই আঁতৰি যাওঁ মনে আঁতৰি যাওঁ। সন্যাসী হৈ পৰ্বত বনৰ ঘূৰি ফুৰাগৈ দিয়া গোপা - ।'

নাট্যকাৰ ড° হেমন্ত শৰ্মাই গুৱানাটখনৰ উপাদানটোক সজোৱা অনাতাঁৰ নাটকখনৰ শেষৰ পিনে সিদ্ধাৰ্থৰ শেষ সিদ্ধান্তৰ বৰ্ণনা দিছে এইদৰে —"মই এতিয়া সন্যাসী হ'ম গেৰুৱা বস্ত্ৰ পৰিধান কৰি অৰন্যত সাধনা কৰিম যিদিনা সাধনাত সিদ্ধহৈ বুদ্ধত্ব লাভ কৰিব পাৰিম সিদিন দুখ শোক জন্মমৃত্যুপূৰ্ণ পৃথিৱীত শান্তিৰ কণিকা ছটিয়াব পাৰিম, মানৱ সমাজত মহা নিৰ্বানৰ উপায় প্ৰচাৰ কৰিব পাৰিম—সেইদিনা উলটিম ছন্দক সেইদিনা উলটি আহি পোনেই যাব কপিলবস্তুলৈ। দুখ নকৰিবা বন্ধু। এতিয়া বিদায়হে।" বন্ধু ছন্দকে কান্দোনৰ সুৰেৰে মন্ত্ৰ কৈছিল 'ঈশ্বৰক মাতিছো কোৱৰৰ সাধনা যেন সফল হয়,— কোঁৱৰ যেন সোনকালে ঘূৰি আহিব পাৰে।

এইখিনিতে অনাতাঁৰ নাটখনিৰ সমাপ্তি। ড শৰ্মাই এনে কেবাখনো বিভিন্ন সোৱাদৰ নাটক লিখিছিল। আজি উক্ত নাটখনিৰ কথা মনলৈ এইকাৰণেই আহিছে যিহেতু তেওঁ নিজেও সংসাৰৰ মায়ামোহ এৰি পৰিয়ালপৰিজন বন্ধুবান্ধৱৰ পৰা হঠাতে আঁতৰি গ'ল। হয়তো সাধনাৰ মৃত্যু নাই কাৰণে মৃত্যুৰ সিপাৰতো এনে সংস্কৃতি-প্ৰেমী, ব্যক্তি গৰাকীৰ পুনৰাগমনৰ আশা তেওঁৰ গুণগ্ৰাহী সকলৰ মনত থাকিবও পাৰে আমি মাত্ৰ এনে এগৰাকী ব্যক্তি প্ৰতিভাৰ স্মৃতিত শ্ৰদ্ধা অঞ্জলি যাচিছো।

# অসম সাহিত্য সভাৰ মজিয়াত শৰ্মা ছাৰ

অধ্যাপক শ্ৰীপৱনকুমাৰ বৰুৱা

কটন কলেজৰ অসমীয়া বিভাগৰ কৃতী অধ্যাপক ডক্টৰ হেমন্ত কুমাৰ শৰ্মাৰ ১৯৯২ চনৰ ১৮ জানুৱাৰী তাৰিখে অকাল আৰু আকস্মিক ভাৱে মৃত্যু হ'ল। তেওঁৰ মৃত্যু অকল অসমীয়া বিভাগ আৰু কটন কলেজৰেই ক্ষতি নহয় অসমীয়া ভাষা সাহিত্য-সংস্কৃতিৰ বাবেই এক অপূৰণীয় ক্ষতি। সাহিত্যৰ সকলো বিভাগতে কঠোৰ পৰিশ্ৰম, একাগ্ৰতা আৰু পৰম নিষ্ঠাৰে তেওঁ উল্লেখযোগ্য বৰঙণি আগবঢাইছিল। অসমীয়া সংস্কৃতিৰ গৱেষনা আৰু চৰ্চা তেওঁৰ জীৱনৰ ব্ৰত আছিল। প্ৰাচ্যতত্ত্ববিদ পণ্ডিত ড মহেশ্বৰ নেওগৰ তত্ত্বাবধানত হেমন্তকুমাৰ শৰ্মাই অসমীয়া ধৰ্মীয় সমাজ জীৱনৰ বিষয়ে গৱেষণা কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পি এইচ ডিগ্ৰী লাভ কৰিছিল। তেওঁৰ গৱেষণা গ্ৰন্থৰ নাম হৈছে Socio-Religious life of the Assamese Hindus (A study of the fasts and Festivals of Kamrup District), গৱেষণাৰ দৰে কঠোৰ পৰিশ্ৰম কৰি থকা সময়তে অসমৰ জাতীয় জীৱনৰ বিভিন্ন কামত তেওঁ একানপতীয়াকৈ লাগি আছিল।

স্বৰ্গীয় হেমন্তকুমাৰ শৰ্মা গুণগ্ৰাহী আৰু সুধীসমাজৰ মাজত অজাত শত্ৰু হিচাপে পৰিচিত আছিল। তেওঁৰ যিদৰে শত্ৰু নাছিল সেইদৰে আনকো তেওঁ শত্ৰুজ্ঞান নকৰিছিল। অকালতে আৰু অকস্মাতে মৃত্যুক সাৱটি লোৱা শৰ্মাছাৰৰ জীৱন আধৰুৱা হ'ল। অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰনেতাসকলে হেমন্তকুমাৰ শৰ্মাৰ পূৰ্ণ সাহিত্য জীৱনৰ কথা উল্লেখ কৰা নাই, অৱশ্যে তেওঁৰ প্ৰতিভাৰ মূল্য নিৰূপনৰ সময়ো হোৱা নাছিল। সদ্যহতে তেওঁৰ অকাল বিয়োগে শৰ্মাছাৰৰ বিভিন্ন দিশৰ মূল্যায়ণ কৰিব লোৱা হৈছে। কেইবা গৰাকী কৃতবিদ্যলোকে হেমন্তকুমাৰ শৰ্মাৰ সামগ্ৰিক জীৱনৰ

ওপৰত সম্প্ৰতি আলোকপাত কৰিবলৈ এই কাৰ্য্যৰ পৰা অদূৰ ভৱিষ্যতৰ সাহিত্যৰ বুৰঞ্জীকাৰ সকলে স্বৰ্গীয় শৰ্মাদেৱৰ সাহিত্যৰ বুৰঞ্জীত স্থান নিৰ্ণয় কৰিব পাৰিব।

এই লেখাত স্বৰ্গীয় হেমন্তকুমাৰ শৰ্মাৰ অসম সাহিত্য সভাৰ মজিয়াত কি স্থান আছিল তাৰ এটি আলেখ দাঙি ধৰিবলৈ প্ৰয়াস কৰা হৈছে। প্ৰকৃতপক্ষে সাহিত্য সভা তেওঁৰ প্ৰাণাধিক আছিল। অসম সাহিত্য সভাৰ এসময়ৰ প্ৰধান ধৰণী স্বৰূপ সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকাৰ কৃপাধন্য হৈ শৰ্মাদেৱে সাহিত্য সভাত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিবলৈ লৈছিল। এই ক্ষেত্ৰত তেওঁ দেউতাক নাট্যকাৰ ৺ধনেশ্বৰ শৰ্মাৰ পৰাও অনুপ্ৰেৰণা লাভ কৰিছিল। সমালোচকে কবৰ দৰে কেৱল প্ৰেৰণাৰ দ্বাৰাই সাহিত্য সৃষ্টি নহয়। সাহিত্য ৰচনা কৰিবলৈ হলে সাধনা লাগিব। হেমন্তকুমাৰ শৰ্মাৰ এই সাধনা আছিল সেয়েহে তেওঁ কেইবাটিও মূল্যবান সাহিত্য কৰ্মত হাত দিছিল। এফালে সাহিত্য সৃষ্টি আনফালে গৱেষণা এই দুয়োটা দিশতে আত্মোৎসৰ্গ কৰাৰ উপৰি তেওঁ সাহিত্য সভাৰ লগত ওতপ্ৰোতভাৱে জৰিত হৈ পৰিছিল। তেওঁ আজীৱন অসম সাহিত্য সভাৰ সক্ৰিয় কৰ্মী হিচাপে কাৰ্য্য-নিৰ্বাহ কৰিছিল। সভাৰ বিষয়ববীয়া হৈ নথকা কালতো সাহিত্য সভাৰ যিকোনো কামতে তেওঁ দেহেকেহে খাটিছিল। একোটি সময়ত সাহিত্যসভা মানে হেমন্তশৰ্মা আৰু হেমন্তশৰ্মা মানে সাহিত্য সভা হৈ পৰিছিল। অসম সাহিত্য সভাৰ গুৱাহাটী কাৰ্য-লয় ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ লগত তেওঁৰ নিবিড় সম্পৰ্ক আছিল। সদস্য মহীয়ান ডক্টৰ মহেশ্বৰ নেওগ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হৈ থাকোঁতে ভগৱতী প্ৰসাদ বৰুৱা ভৱনটি নিৰ্মান কৰা হৈছিল সেই সময়ত ডক্টৰ হেমন্তকুমাৰ শৰ্মা সহকাৰী সম্পাদক। ডক্টৰ মহেশ্বৰ নেওগৰ আছিল আঁচনি, পাৰ্বতী

প্ৰসাদ বৰুৱাৰ দান আৰু ভাৰত চৰকাৰৰ অনুদানেৰে নিৰ্মাণ কৰা এই ভৱনৰ সকলো কামতে ডক্টৰ নেওগৰ লগত ছা ৰ দৰে ডক্টৰ শৰ্মাছাৰ লাগি আছিল। সভাৰ এগৰাকী প্ৰাক্তন প্ৰধান সম্পাদক শ্ৰী ৰত্নেশ্বৰ শৰ্মাদেৱৰ পৰা জনামতে স্বৰ্গীয় শৰ্মাই আঠগাঁৱৰ পৰা চাইকেলেৰে এবাৰ চিমেণ্ট আনিবলগীয়া হৈছিল।

অসম সাহিত্য সভাৰ নক্সিয়াৰ বৰপীড়াত ৺হেমন্তকুমাৰ শৰ্মা ছাৰে একেদিনাই বহিব বিচৰা নাছিল। গুৱাহাটীত অধ্যাপনা আৰম্ভ কৰাৰ দিনৰে পৰা তেওঁ সাহিত্য সংস্কৃতিৰ কামত নেহে কেহে লাগি আছিল। ষাঠিৰ দশকৰ পৰা অসম সাহিত্য সভাৰ বিষয়ববীয়া হিচাপে তেওঁ কাৰ্য্যনিৰ্বাহ কৰিছিল। প্ৰায় চল্লিশ বছৰ ধৰি তেওঁৰ নাম অসম সাহিত্য সভাৰ সভাপতিৰ তালিকা উঠিছিল। তেওঁ জীয়াই থকা হলে নিশ্চয় অসম সাহিত্য সভাৰ সন্মানীয় সভাপতিৰ পদ অলংকৃত কৰিলেহেঁতেন।

১৯৬৩-৬৫ চনত অসম সাহিত্য সভাৰ দুবছৰীয়া কাৰ্য্যকাল হৈছিল। সেই সময়ত প্ৰধান সম্পাদক আছিল ডক্টৰ মহেশ্বৰ নেওগ ছাৰ। এই দুবছৰতেই ৺হেমন্তকুমাৰ শৰ্মা গুৱাহাটীৰ সহকাৰী সম্পাদক নিৰ্বাচিত হৈছিল। যোৰহাটৰ সহকাৰী সম্পাদক আছিল ৺হৰিপ্ৰসাদ নেওগ।

১৯৭৩-৭৪ চনত বছৰটোত অসম সাহিত্য সভাৰ পত্ৰিকা সম্পাদক হিচাপে তেওঁ নিৰ্ব্বাচিত হৈছিল। অসম সাহিত্য সভা পত্ৰিকা বছৰি চাৰিটা সংখ্যা ওলায় কিন্তু শৰ্মাছাৰৰ সম্পাদনাত বাৰটা সংখ্যা ওলাইছিল। এই আটাই কেইটি সংখ্যা বিত্তায়-তনিক দিশৰ কালৰ পৰা মূল্যৱান হৈছিল। জনপ্ৰিয় প্ৰবন্ধ আৰু গবেষণামূলক প্ৰবন্ধেৰে অসম সাহিত্য সভাৰ সেইবছৰৰ পত্ৰিকা-কেইখন জাতিষ্কাৰ হৈছিল। ইয়াৰ সমস্ত কৃতিত্ব ড° হেমন্তকুমাৰ শৰ্মাৰ প্ৰাপ্য।

১৯৭৬ চনৰ টিহু অধিবেশনত ডক্টৰ হেমন্তকুমাৰ শৰ্মাক অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হিচাপে অসমৰ সাহিত্য প্ৰেমী প্ৰতিনিধিয়ে নিৰ্বাচিত কৰিছিল। তেওঁ সেই বছৰটোত কেইবা খনিও মূল্যবান গ্ৰন্থ প্ৰকাশ কৰাৰ উপৰি অম্বিকাগিৰী ৰায়চৌধুৰী পুথিচ'ৰা আৰু ৰঘুনাথ চৌধাৰী পুথিচ'ৰা ভগৱতী প্ৰসাদ বৰুৱা ভৱনত স্থাপন কৰিছিল। এই ত্যাগৰাকী সাহিত্যিকৰ নিজা গ্ৰন্থ আৰু ব্যৱহৃত গ্ৰন্থসমূহ আনি পুথিচ'ৰা হিচাপে ৰাখিছিল। যোৰহাটৰ ৰাধাকান্ত সন্দিকৈ ভৱনৰ উন্নয়নৰ কামো শৰ্মাদেৱে নিষ্ঠাৰে কৰিছিল।

১৯৮৭ চনৰ পাঠশালা অধিবেশনত শৰ্মাছাৰ অসম সাহিত্য সভাৰ উপ-সভাপতি হিচাপে নিৰ্বাচিত হৈছিল। এই সময়ত মই অসম সাহিত্য সভাৰ গুৱাহাটীৰ সহকাৰী সম্পাদক হিচাপে কাৰ্য্য নিৰ্বাহ কৰি আছিলোঁ। সেই বছৰটো অসম সাহিত্য সভাৰ কাৰণে গুৰুত্বপূৰ্ণ বছৰ আছিল। ১৯৮৮ চনত পোনপ্ৰথম বাৰৰ কাৰণে বৰাক উপত্যকাৰ হাইলাকান্দি চহৰত অসম সাহিত্য সভাৰ অধিবেশন অনুষ্ঠিত হৈছিল। এই সংক্ৰান্তত যেতিয়াই প্ৰয়োজন হৈছিল শৰ্মাছাৰ সেই মুহূৰ্ত্ততেই সভাৰ গুৱাহাটী কাৰ্যালয়ত উপস্থিত হৈছিলগৈ। এই হেন সাহিত্যপ্ৰাণ ব্যক্তিৰ বিয়োগ আমাৰ সকলোৰে বাবে বেদনাৰ কথা। ৺হেমন্তকুমাৰ শৰ্মাছাৰে সাহিত্য সভাৰ যিকোনো অনুষ্ঠানত গামোছাখনক সন্মানৰ বস্তু হিচাপে জ্ঞান কৰিছিল। সেয়েহে শৰ্মাছাৰৰ মৃতদেহত অসম সাহিত্য সভাৰ হৈ এখনি ফুলাম গামোছাৰে শ্ৰদ্ধাঞ্জলি জনোৱা হৈছিল। আজি শৰ্মাছাৰ আমাৰ মাজত নাই কিন্তু তেওঁৰ উজ্জ্বল স্মৃতি জীয়াই আছে আৰু তেওঁৰ কৃতি চিৰস্মৰণীয় হৈ ৰব।

# অধ্যাপক হেমন্তকুমাৰ শৰ্মাৰ চুটি গল্প

অধ্যাপক উপেন্দ্ৰনাথ শৰ্মা

ড হেমন্তকুমাৰ শৰ্মাই অসমীয়া সাহিত্যৰ বিভিন্ন দিশত উল্লেখযোগ্য অবদান আগবঢাই গৈছে। নাটক, কবিতা, ভ্ৰমণ কাহিনী, সমালোচনা, লোকসংস্কৃতি পৰ্যালোচনা, আদি ক্ষেত্ৰত তেওঁ প্ৰতিভাৰ স্বাক্ষৰ এৰি থৈ গৈছে। সেয়া হলেও ড° শৰ্মা অসমীয়া সাহিত্যত বিশেষকৈ চুটিগল্পৰ লিখক হিচাপেহে চিৰস্মৰণীয় হৈ থাকিব। সৃষ্টিশীল সাহিত্য জীৱনৰ শেষৰ ফালে তেওঁ চুটি গল্প ৰচনা আৰু প্ৰকাশৰ উপৰত বেছি গুৰুত্ব দিছিল। তেওঁ 'স্মৃতিৰ পলাশ', 'ৰাখীবন্ধন', সন্ধ্যাৰাগ' আৰু 'সেই মালাধাৰি' নামৰ চাৰিটা গল্প সংকলন এৰি থৈ যায়।

ড° শৰ্মাৰ চুটি গল্পত বিস্তৃত পৰিসৰৰ বৈচিত্ৰ্যময় বিষয় বস্তুৰ পয়োভৰ ঘটিছে। সাহিত্য সভাৰ এজন বিশিষ্ট সংগঠক হিচাপে আৰু গবেষণাৰ সংক্ৰান্ততো তেওঁ অসমৰ সকলো ঠাইতে ভ্ৰমি ফুৰিছিল। ভাৰতৰ নানান ঠাইত ভ্ৰমণ কৰা অভিজ্ঞতাও তেওঁৰ কম নাছিল। বিভিন্ন ঠাইত শুনা নানান কিম্বদন্তী আৰু অন্তৰংগ অভিজ্ঞতাই তেওঁক গল্পৰ বাবে সমল গোটাইছিল।

শৰ্মাৰ গল্পত বিচিত্ৰ নৰনাৰীৰ পয়োভৰ দেখিবলৈ পোৱা যায়। মধ্যবিত্ত জীৱনৰ আশা আকাংক্ষা, সম্ভোগ-লালসা, প্ৰতিষ্ঠাৰ সপোন, ভ্ৰষ্টাচাৰ আৰু ভণ্ডামি, নিম্নবিত্ত জীৱনৰ দুখদুৰ্দশা, ঘাত্ৰপ্ৰতিঘাতমূলক পৰিস্থিতি জীয়াই থকাৰ আকাংক্ষা আৰু হাঁহি

কান্দোন, ঐতিহাসিক বিবৰ্তনে শিপা উঘালি পেলোৱা মানবতাৰ লাঞ্ছনা, আইনবহিৰ্ভূত তথাকথিত 'বেয়া' মানুহৰ উদাৰ সুহৃদয়বৃত্তি ইত্যাদি এনেকুৱা বিংশ শতিকাৰ ভাঙোনৰ পৰিস্থিতি ড শৰ্মাৰ বিভিন্ন গল্পত উদ্ভাসিত হৈ উঠিছে।

ড শৰ্মাই দুখীয়া মানুহৰ জীৱনক ওচৰৰ পৰা নিৰীক্ষণ কৰি সেই জীৱনৰ হাঁহি-কান্দোনৰ ভাগ ল'ব জানিছিল। এই কথা তেওঁৰ 'এপাত চেণ্ডেল গল্পত মূৰ্ত হৈ উঠিছে। পূজাৰ সময়ত দুখীয়া অফিচ পিয়ন পাচীমন অলপ বিমূঢ়। সি জানে তাৰ পুতেক বাপধনক জোতা যোৰ কিনি দিবৰ সামৰ্থ্য নাই। কিন্তু চেণ্ডেল এজোৰ দিবই লাগিব। এই কথাৰ ঘৈণীয়েকে আবদাৰ কৰে। সি ট্ৰেজাৰিৰ পিয়ন হোৱা হ'লে অলপ বাহিৰা পইছা আহিলহেঁতেন। সি শেষত ঘৈণীয়েকৰ সাচতীয়া পইচাকে লৈ ওলাই গ'ল, বাপকনো তাৰ লগতে ওলাল। চেণ্ডেল পছন্দ কৰি অতই পা-পইছা দি সিহঁত চাইকেলতে ঘৰলৈ উভতি আহিল। বাপধনে নতুন চেণ্ডেলজোৰ পিন্ধি আছিল। বাটত গধূলি কেতিয়া চেণ্ডেল এপাত পৰি গ'ল—সি গমকে নাপালে। ঘৰলৈ আহি হায়ে বিলৈ লাগিল। পাচীমনে দোকমোকালিতে উঠি বজাৰৰ ফালে চেণ্ডেল বিচাৰি গৈ নানান ধৰণৰ তিতা-কেঁহা পৰিস্থিতিৰ সন্মুখীন হ'ল। অৱশেষত পিছত ওচৰৰ মানুহ এজনে চেণ্ডেলপাত পাই ওভোটাই দিয়াত বাটৰ কাষৰ নৰ্দমাত উকৰি পৰা চেণ্ডেলৰ পুনৰুদ্ধাৰে সকলোৰে চকুত হাঁহি বিৰিঙালে গল্পটোত তেনে একো 'মেজৰ ক্ৰাইছিছ' নাই। চেণ্ডেল এপাত মাথোন হেৰাইছে নতুন চেণ্ডেল যদিও। কিন্তু চেণ্ডেল কিনা, হেৰুওৱা আৰু পুনৰুদ্ধাৰৰ মৃদু শ্লেষাত্মক পৰিস্থিতিয়ে এটা নিম্ন বৰ্গৰ পৰিয়ালৰ অন্তৰঙ্গ জীৱনৰ ওপৰত গভীৰভাৱে আলোকপাত কৰিছে। লেখকে কোনো ট্ৰেজিক চেতনাক আশ্ৰয় কৰা নাই

ভাৱপ্ৰৱনাতাও তেওঁ দৃঢভাৱে এৰাই চলিছে। বিমল হাস্যৰসৰ আলোকত এটা নিমাখিত জীৱনৰ দিনলিপি উদ্ভাসিত কৰা হৈছে।

মধ্যবৰ্গৰ মধ্যবিত্ত জীৱনৰ ট্ৰেজিক বা ট্ৰেজি কমিক শ্লেষৰ ওপৰত ভেজা দিও শৰ্মাই ভাল গল্প ৰচনা কৰিছে। 'অলংকাৰ' গল্পৰ সমল আৰু প্ৰকাশভংগী মোপাছাবৰ্মী। ৰমেন আৰু মৌচুমীৰ যুগ্মজীৱন সুন্দৰ আছিল। কিন্তু মৌচুমীৰ মৃত্যুৰ পিছত ৰমেনে আবিস্কাৰ কৰিলে, যে, এই জীৱনত কাহানিবাই ঘূণে ধৰিছিল। ইমান দিনে তাই পিন্ধা অলংকাৰক সি সস্তীয়া বুলি ভাবি নিৰ্দোষ আত্মপ্ৰসাদত নিমগ্ন হৈ আছিল। এতিয়া সি জানিলে তাইৰ সীমাহীন অলংকাৰৰ স্তূপ বহুমূলীয়া আছিল। জীৱনৰ শ্ৰেষ্ঠ সম্পদৰ বিনিময়ত ধনীমানুহৰ পৰা সেইবোৰ সংগ্ৰহ কৰা হৈছিল। মোপাছাই এনে পৰিস্থিতিৰ যোগেদি মানুহৰ অনিৰ্বাণ হতাশা আৰু বেদনাৰ ছবি অংকিত কৰে। মানুহৰ এই অন্তহীন বিষাদৰ যেন শেষ নাই। গল্পটোৰ আৰম্ভণি, মধ্যভাগ আৰু যবনিকা পাওন দৃঢ়সন্নিবদ্ধ। তাত ধ্ৰুপদী চুটি গল্পৰ আকস্মিকতা পৰিদৃশ্যমান।

শৰ্মাই এনে আকস্মিকতাৰ ওপৰত তেওঁৰ আদৰ্শ আৰু জীৱন জিজ্ঞাসাক জলাঞ্জলি নিদিয়ে। তেওঁৰ বেছিভাগ গল্পতে সুসংহত আদৰ্শৰ জয়গান মনত লগাকৈ ধ্বনিত হৈছে। ১৯৪২ চনৰ গণবিপ্লৱৰ পৰিপ্ৰেক্ষিতত লিখা 'অহল্যা' গল্পত এই আদৰ্শবাদৰ সুৰটো প্ৰত্যয় জন্মাকৈ বাজিছে। এনে গল্পই সৈ ৰৱায় দিয়ে গল্প লিখক হিচাপে শৰ্মাৰ ভূমিকা নিৰ্লিপ্ত দৰ্শকৰ ভূমিকা নহয়। কাৰৈমাৰী সত্ৰৰ সত্ৰাধিকাৰ উদ্ধৱকৃষ্ণ গোস্বামীৰ পুত্ৰ প্ৰাণকৃষ্ণ লগত অপৰাৰ বিয়া থিক হৈ আছিল। কিন্তু এটা অভাৱনীয় ঘটনাই সেই বিয়া ভাঙি দিবৰ উপক্ৰম হয়। বিয়াল্লিছৰ বিপ্লৱ দমনৰ মৰ্মন্তুদ পৰিস্থিতিত, অপৰা ধৰ্ষিতা হয়। গতিকে এই

থিয়। ভাঙি দিয়ৰ বাহিৰে উপায় নাই। অহল্যাই ৰামচন্দ্ৰৰ চৰণ স্পৰ্শত মুক্তি লাভ কৰিবলৈ যুগযুগ ধৰি অপেক্ষা কৰিব পাৰিছিল। আজিৰ অহল্যাই এতিয়াই মুক্তি পাব লাগিব। তাই প্ৰাণকৃষ্ণৰ বুজাব পাৰিলে—তাই নিৰ্দোষ আৰু সিহঁতৰ বিয়াৰ অন্তৰায় প্ৰাণকৃষ্ণৰ সাহসী পদক্ষেপত সমস্যা হৈ গ'ল। যুগেযুগে জ্বলন্ত অগ্নিৰ মৰ্মন্তৰ সকলোৰে চকুৰ আগত সংঘটিত হৈয়েই আছে। সেইকালৰ পৰাও গল্পটো সময়োপযোগী। আচল জীৱনত অৱশ্যে অহল্যাৰ মুক্তি নহ'বও পাৰে। কিন্তু মানুহৰ শুভবুদ্ধি উদয়ৰ আকাংক্ষা কৰাটো প্ৰগতিশীল লেখকৰ বৈধ অধিকাৰ।

'সন্ধ্যাৰাগ' গল্পত আন ধৰণৰ সমস্যাই উকি মাৰিছে। লেখকে বঙাইগাওঁ ষ্টেচনত এজন দৰিদ্ৰ, অসমীয়া মুছলমান মানুহক লগ পায়। তেওঁ স্বাধীনতাৰ আগেয়ে তেনে পৰিৱৰ্ত্তা নাছিল। কিন্তু পাকিস্তান সংগঠিত হোৱাত তেওঁ পাকিস্তালৈ যায় স্বাভাৱিকতে আশা ক'ৰছিল, যে তেওঁৰ ইপ্সিত ধৰ্ম ৰাজ্যত তেওঁ শান্তিৰে বাস কৰিব পাৰিব। কিন্তু অচিৰে তেওঁৰ স্বপ্ন ভংগ ঘটিল। তেওঁ নতুন ঠাইত প্ৰায় অনিবাৰ্যভাৱে অবাঞ্চনীয় বহিৰাগত বুলি চিহ্নিত হৈ লাঞ্চনা আৰু জীয়াতু ভুগিবলৈ ধৰিলে। আৰু ঘৰৰ ল'ৰা ঘৰলৈ উভতি অহিৰৰ বিশেষ প্ৰচেষ্টা কৰিও অঘৰী হৈ থাকিল। এইদৰে মানুহে প্ৰতিশ্ৰুতিৰ ওচৰত আত্মসমৰ্পণ কৰি বাৰে বাৰে লাঞ্চিত হয় আৰু সৰ্বস্বান্ত মানুহৰ 'উৰ্দ্ধশ্বাস পলয়নৰ ছবিয়ে আমাক আমনি দিয়ে।' এই গল্পৰ প্ৰতীকীয় পৰিস্থিতি সকলো দেশৰ আৰু সকলো মানুহৰ।

'সেন্দুৰৰ ফোট গল্পৰ অন্তৰালত ক্ৰিয়া কৰা পৰিপ্ৰেক্ষিতত সামাজিক আৰু ব্যক্তি কেন্দ্ৰিক উভয় পৰ্যায়ৰ অভিজ্ঞতাৰ ছাপ আছে। ধনী ঠিকাদাৰ যাদব হাজৰিকাই তৰুণ ইঞ্জিনিয়াৰ অমল

শইকীয়াক হাত কৰিবৰ বাবে তেওঁৰ তৰুণী পত্নী অপৰাজিতাৰ লগত ঘনিষ্ঠ হ'বলৈ প্ৰণোদিত কৰিছিল। ফলত লৰা ছোৱালী এৰি তাই অমল শইকীয়াৰ লগতে পলাই গৈছে আৰু নতুন জীৱন আৰম্ভ কৰিছে। তাই খবৰ পালে, যাদব শইকীয়াৰ মৃত্যু হৈছে। তাই অনুভব কৰিছে, তাইৰ শিৰৰ সেন্দুৰ যেন তাই মচিব লাগে। ইফালে, তাইৰ নতুন স্বামীৰ পৰা খবৰ আহিছে, তাইৰ বাবে অলংকাৰ লৈ সি দিল্লীৰ পৰা উভটি আহিছে। তাই স্বামীৰ আগমনৰ আশঙ্কাত আতংকিত হৈ সেন্দুৰ ল'বলৈ দৌৰি গৈছে। গল্পটোৰ ক্ৰমবিকাশ আৰু আকস্মিক পৰিণতি প্ৰশংসনীয় ভাবে অংকিত হৈছে। মহিলা গৰাকীৰ মনস্তাত্বিক ক্ৰিয়া প্ৰতিক্ৰিয়াও পাহৰিব নোৱাৰাকৈ অংকিত হৈছে। ড° শৰ্মাৰ সংবেদনশীল মনে পক্ষপাতশূন্য ভাবে মহিলা গৰাকীৰ সংঘাতপূৰ্ণ জীৱন যাত্ৰাৰ ওপৰত পোহৰ পেলাইছে।

স্বাধীনতাৰ পৰৱৰ্তীকালৰ ভ্ৰষ্টাচাৰৰ ছবিয়ে ড শৰ্মাৰ ভালে কেইটা গল্পকে সমল যোগাইছে। এই ভ্ৰষ্টাচাৰৰ ৰূপ সুদূৰপ্ৰসাৰী, তাৰ শিপাডাল বিচাৰি উলিওৱাও সহজসাধ্য নহয়। এই ভ্ৰষ্টাচাৰৰ ছবিয়ে ভাৰেমান উদ্ভট চৰিত্ৰক ভণ্ডামিৰ মুখা পিন্ধাইছে। শৰ্মাই এই চৰিত্ৰবোৰ মনত লগাকৈ অংকন কৰিছে। বক্ৰাঘাট আৰু শ্লেষ এই ক্ষেত্ৰত তেখতৰ প্ৰধান হাতিয়াৰ। ১৯৫৪ চনত লিখা 'অভিনয়' গল্পত এনে ভাণ্ডামিৰ ছবিয়ে চৰম পৰ্যায়ত উপনীত হৈছে। আধ্যাপক এজন তৰুণ অথচ দৰিদ্ৰ শিক্ষক। মেধাবী হৈও তেওঁ একো কৰিব পৰা নাই, কিন্তু তেওঁৰ 'দেশ সেৱক' পেহাক মহেশ গোস্বামীৰ ল'ৰা ইতিমধ্যে বিলাতলৈ গ'ল। গান্ধীটুপীয়েই গোস্বামীৰ একমাত্ৰ সম্বল আছিল। ১৯৪২ চনত সুযোগত পৰি আন্দোলনত যোগ দি তেওঁ পুলিচৰ ভয়ত যুদ্ধৰ শিক্ষা কৰিবলৈ ডিমাপুৰলৈ যায়। যুদ্ধত ঠিকা কৰা সুবিধাবাদী

মহেশ গোস্বামী এতিয়া ঘোৰ কংগ্ৰেছী। ১৯৫১ত কংগ্ৰেছ টিকট নাপাই ইণ্ডিপেণ্ডেণ্ট কেণ্ডিডেট হিচাপে ইলেকচনত নামিছে। তেওঁ সভাপতিৰ আসনৰ পৰা চিঞৰিছে তেওঁ চোৰাং বজাৰ নিৰ্মূল কৰিবই। ইতিমধ্যে অৱশ্যে তেওঁৰ ঘৰতে চোৰাং বেপাৰীৰ আনাগোনা চলিছে। সেইহে দুখীয়াৰ কাৰণেও কান্দিছে। কিন্তু, সচাঁসচিকৈ ভিক্ষাৰী দেখা পাই তেওঁ আতংকিত হৈছে। তেওঁৰ মুখা খুলি পৰিছে। তেওঁ চিঞৰিছে—হিটলাৰে ইহুদীক ধ্বংস কৰাৰ প্ৰথাৰে এই শ্ৰেণীটোকো নিৰ্মূল কৰিব লাগে। নহ'লে শান্তি নাই। ড শৰ্মাই প্ৰকাশ্যভাৱে সামাজিক বিশ্লেষণ দাঙি ধৰা নাই যদিও শ্ৰেণীবিদ্বেষৰ বীজ সেহাৰ মন্তব্যত অংকুৰিত হোৱা পৰিস্থিতিটোৱে শ্ৰেণীবিদ্বেষৰ ওপৰতে আঘাত হানিছে।

'ভবানী বাইদেউ' গল্পত ড শৰ্মাই আন এটা আদৰ্শৰ ছবি উন্মোচিত কৰিছে। গামকৰা মাষ্টৰ দেবানন্দ বৰুৱাৰ পত্নী ভবানী বাইদেৱে স্বামীৰ চাকৰিকে সাৰোগত কৰি কোনোমতে পুতেক অমলক ডাঙৰ দীঘল কৰি ইঞ্জিনিয়াৰিং পাছ কৰায়। বোৱাৰীয়েক ইঞ্জিনিয়াৰৰ পত্নী মালবিকাই শাহুৱেকে সামান্য মাষ্টৰনীৰ চাকৰি কৰাত অসন্তুষ্ট হয় আৰু মাকে আদৰ্শক খামুচি ধৰি চাকৰি এৰিবলৈ অস্বীকাৰ কৰাত অমল বদলি হৈ স্থানান্তৰ হয়। এতিয়া ভবানী বাইদেৱে প্ৰেচিডেণ্টৰ মেডেল পোৱাতহে মালবিকাই টেলিগ্ৰাম কৰিছে—তাই শাহুৱেকৰ লগত এই সমভাগী হবলৈ দিল্লীলৈ যাব। এইদৰে শৰ্মাৰ ভালেমান গল্পতে আদৰ্শৰ জয় হৈছে।

কিন্তু সদায় নহয়। 'বিজয়াৰ সন্ধিয়াত' গল্পত প্ৰখ্যাত শিল্পী সনাতন চৌধুৰীৰ স্মৃতি ৰখাৰ চেষ্টা চলিছে। শিল্পীজনাৰ মৃত্যুৰ আগতে তেওঁৰ পত্নী প্ৰভাৱতীয়ে অলপ টকাৰ ধাৰত চৌধুৰীৰ

তানপুৰা হৰি মন্বৰৰ ওচৰত বন্ধক থয়। আগতে তেওঁৰ খবৰ কোনোৱা ধনী ককায়েকো ক'ৰবাৰপৰা আহি স্মৃতি সভাত উপস্থিত হয়। আতংকিত প্ৰভাৱতীয়ে দেখে, যে তাইৰ স্বামীৰ মৰমৰ তানপুৰা টো স্মৃতি সভাত নীলাম হ'ব ধৰিছে।

ড° শৰ্মাৰ কোনো কোনো গল্পত অৰ্থলিপ্সা জনিত নিদাৰুণ সংঘৰ্ষৰ ছবিও অংকিত হৈছে। 'সন্তান' গল্পত কন্দৰ্প ঠিকাদাৰে ঘনকান্ত বৰুৱাৰ একমাত্ৰ ছোৱালী, ৰূপেগুণে অতুলনীয়া অনুপমাক বিয়া কৰাব খুজিছিল। দেউতাকে মেট্ৰিক পাছ ঠিকাদাৰলৈ ছোৱালী নিদি শিক্ষিত, গুণী নৱকান্তলৈহে দিলে। কন্দৰ্পই বিয়াৰ পিছতো অনুপমাক পাহৰিব নোৱাৰিলে। দেউতাৰ মৃত্যুৰ পিছত অনুপমাৰ বৰ পুতেক মেধাবী দেৱকান্ত চাকৰি বিচাৰি কন্দৰ্পৰ শৰণাগত হয়। সি তাক চাকৰি দিয়ে। কিন্তু সি তাক প্ৰতিষ্ঠাৰ লোভ দেখুৱাই তাৰ বিধবা মাকক হাত কৰিব বিচাৰে। প্ৰতিষ্ঠাৰ লালসাত পৰি দেৱকান্তই মাকক তাৰ লগত মিলামিছা কৰিবলৈ বাধা কৰিব খোজে। সৰু পুতেক পান দোকানী ভৱকান্তই মাকৰ সন্মান ৰক্ষাৰ্থে, ধ্বস্তাধ্বস্তি কৰি খঙৰ ভমকত ককায়েকক হত্যা কৰে। স্বয়োজন পুতেকৰ এই চৰিত্ৰ বৈষম্যৰ কাৰণ কি? অভাৱৰ তাড়ণাত ডাঙৰ দীঘল হোৱা উচ্চাকাংক্ষী দেৱকান্তৰ চৰিত্ৰত হয়তো স্বভাৱবাদ সন্মত ধ্যানধাৰণাৰ ছাপ পৰিছে। গল্পটোৰ কেন্দ্ৰচ্যুতি মৰ্মন্তুদ হ'লেও গল্পকাৰে ভাৱপ্ৰৱণতাৰ আশ্ৰয় নলৈ দৃঢ়তাৰে গল্পশাৰ তাৰ পৰিণতিৰ ফালে ঠেলি দিছে।

'সেই মালাধাৰি' গল্পৰ নাট্যাংশৰ আৰু আকস্মিকতা মন কৰিবলগীয়া। কবি অনুকুল বৰুৱাৰ স্মৃতি ৰক্ষাৰ বাবে সমাজ আগবাঢ়ি আহিছে। তেওঁলোকে ধনী মহিলা স্বৰ্ণলতা দেৱীৰ ওচৰত হাত পতাত তেওঁ কবিৰ স্মৃতি নিৰ্মাণৰ সকলো খৰচ

দিবলৈ পাত লৈছে। অনিবাৰ্য্যভাবে প্ৰতিকৃতিৰ ডিঙিত মালা পিন্ধোৱাৰ ভাৰ স্বৰ্ণলতাৰ ওপৰতে ন্যস্ত হৈছে। তেওঁৰ মনত পৰিছে সমাজ আৰু ঘৰৰ বাধা নেওচি তেওঁ এদিন অনুকূলক স্বামী বৰণ কৰিবলৈ আগ বাঢ়িছিল। মন্দিৰত মালা পিন্ধাবলৈ আগবঢ়া অবস্থাত কন্যায়েৰ দ্বাৰা নিগৃহীতা হৈ সেই আনন্দৰ পৰা বঞ্চিত হ'ল। এতিয়া স্বৰ্গীয় কবিজনাৰ ডিঙিত মালা পিন্ধাবলৈ গৈ তেওঁ অনুভব কৰিছে মালাধাৰি পিন্ধোৱাত বৰ দেৰি হৈ গ'ল। এই পৰিস্থিতিৰ শ্লেষাত্মক ভাবে পাঠকৰ মন আচ্ছন্ন কৰে।

'জগত ভাৰৰীয়া গল্পত জগত ভাৰৰীয়াক পিতাকৰ মৃত্যুৰ বাতৰি নিদিয়াৰ কথা আলোচনা হৈছে। কাৰণ সংজুৱা স্বাৰ অভিভংগী চাবলৈ উদগ্ৰীৱ। জগত ভাৰৰীয়াই সকলো কথা জানিও যাব নোৱাৰিলে। সভাগৃহত তাৰ কান্দোনো মানুহৰ হাঁহিৰ হে খোৰাক হ'ল এই শ্লেষাত্মক পৰিস্থিতিৰ ওপৰত গল্পটো ৰচিছে। গল্প'টাৰ মানবীয় আবেদন অনস্বীকাৰ্য।

'স্মৃতিৰ পলাশ' গল্পত দুখীয়া মেধাবী ল'ৰাৰ জীৱনৰ আশা আকাঙ্খা কেনেকৈ জহিখহি গৈ ধসৰ পাণ্ডুলিপিত পৰিণত হয় তাৰ খতিয়ান আছে। আবাহন যুগৰ পৰা এনেধৰণৰ গল্পৰ এটা প্ৰবহমান ধাৰা বৈ আহিছে। তীক্ষ্ণধী নায়কৰ লগত হলি-গলি কৰিও বীনাই দৰিদ্ৰলোকৰ বাস্তৱতাৰ কেৰিয়াৰ ধ্বংস হোৱাত নিম্নখাপৰ যোগ্যৱান সহপাঠীক বিয়া কৰাই সুখী হ'বৰ চেষ্টা কৰিছে।

কিম্বদন্তী মূলক 'অশৰীৰী' গল্পত দুৰ্বল শ্ৰেণীৰ মানুহৰ ভাল পোৱা আৰু আশা-আকাঙ্খাক বলৱান মানুহৰ কামনাৰ অগ্নিয়ে কেনেকৈ ছাৰখাৰ কৰে তাৰ খতিয়ান আছে। জংঘলৰ পৰ্বতে

কন্দৰে আজিও অকালতে প্ৰাণ হেৰুৱা তৰুণ-তৰুণীৰ আত্মা গুমৰি ফুৰে ড শৰ্মাই মৰ্মস্পৰ্শী ভাষাত এই শোকাবহ পৰিস্থিতিৰ ছবি অঙ্কিত কৰিছে।

'স্মৃতিৰ পলাশ সংকলনত সন্নিৱিষ্ট 'দেৱতা' গল্পত নাৰীৰ বিচিত্ৰ ৰূপৰ ইংগিত আছে। ৰমলা চাহখেতিয়কৰ ছোৱালী। তাই মিলিটাৰী স্বামীৰ সৈতে কামেং অঞ্চলত থাকে। তাই আধুনিকা আৰু কামেং ক্লাবৰ প্ৰধান আকৰ্ষণ চুৰিদাৰ পায়জামা আৰু বেলবটম তাইৰ প্ৰিয় পৰিচ্ছদ। সন্তান সম্ভৱা হৈ তাই সম্প্ৰতি ঘৰত শাহুৱেকৰ লগতে আছে। তাই গিৰিয়েকক মাতি পঠাইছে। তেওঁ হন্তদন্ত হৈ আহি যি দেখিলে সিয়ে তেওঁক আচৰিত কৰে। তাইৰ বেশভূষাত অনিন্দ্য শুভ্ৰতাই বিৰাজ কৰিছে। তাইৰ নতুন ৰূপে তেওঁক মুগ্ধ কৰে। তেওঁক মাতি পঠোৱাৰ কাৰণ এয়ে, যে, তাই স্বামী আৰু শাহুৱেকৰ লগত ওচৰতে গঢ় লোৱা শিৱমন্দিৰত পূজা দিবলৈ যাব। আগতেতো তাইৰ এইবোৰৰ প্ৰতি মনকাণ নাছিল। মানুহৰ মনটো বিচিত্ৰ। ৰমলাৰ মনস্তাত্ত্বিক পৰিবৰ্ত্তন অভাবনীয় হ'লেও অস্বাভাবিক নহয়।

মধ্যবিত্ত জীৱনৰ গল্পধৰ্ম, প্ৰতিযোগিতাপৰয়াণ প্ৰচেষ্টা আৰু স্বপ্নভংগৰ ছবি মৰিচিকা গল্পত সংবেদনশীল হাস্যৰসাত্মক ব্যংগৰে সৈতে বৰ্ণোৱা হৈছে। বুধীন মাষ্টৰৰ কুকুৰ বিদ্বেষ সকলোৰে জনাজাত। এদিন স্কুলৰ পৰা উভটি আহি তেওঁৰ নিজৰ ঘৰত 'কুকুৰৰ পৰা সাবধান চাইনবোৰ্ড দেখি তেওঁ হতভম্ভ হয়। মাষ্টৰৰ ঘৈণীয়েকে অফিচাৰ ক্লেৰ্কৰ এজনৰ ঘৰত 'টাইগাৰ' নামৰ কুকুৰ আৰু কুকুৰৰ গৰাকীৰ উন্নাসিনতা দেখি উপায়ান্তৰ হৈ কুকুৰ এটা কিনি আনি প্ৰতিযোগিতাত নামি গাত তত

নাইকীয়া হৈছে। আৰু ‘টাইগাৰ’ৰ বিপৰীতে তাৰ নাম থৈছে ‘লায়ন’। এই চৰ্ ছৰাশা সোনকালে নিৰৰ্থক আৰু সকলো দিশৰ পৰাই খৰছবহুল বুলি প্ৰমাণিত হয়। ধনীৰ জগত প্ৰতিযোগিতাতে নামিলে যোগ্যহীন মানুহ পদে পদে কৰ্ফাল খাই মৰিব লাগে এই সত্য এই ব্যঙ্গাত্মক গল্পৰ সহায়ত উদ্ভাসিত কৰা হৈছে।

মধ্যবিত্ত জীৱনৰ প্ৰত্যাশা আৰু স্বপ্নভংগৰ শেকাবহ পৰিণতি ‘মহাকালৰ স্বাক্ষৰ’ গল্পত প্ৰকাশ পাইছে। ৰিপুঞ্জয় পাঠশালাৰ পণ্ডিত, যোগ্যহীন। সককালৰ সুহৃদ অবিনাশ মাটিৰ হাকিম হৈ শ্বিলঙত সুপ্ৰতিষ্ঠিত। পণ্ডিতে বন্ধুপুত্ৰৰ নামমতে প্ৰথম পুতেকৰ নাম ৰাখিছিল সৌৰভ কুমাৰ। কিন্তু চাকৰি বাকৰিৰ আশাত তেওঁ ল ৰাটোক বন্ধুৰ ওচৰলৈ পঠিওৱাত দুখীয়া মানুহৰ ল’ৰা বুলি পৰিয়ালটোৰ অবজ্ঞাৰ পাত্ৰ হয়। ধনীৰ পুতেকে নিজৰ নামধাৰী তাৰৈপুত্ৰই শ্বিলঙত থাকি বাপেকৰ তাত সৰু চাকৰি কৰাটোও তাৰ অসহ্য। গতিকে ঘৰৰ ল’ৰা ঘৰলৈ উভটিল। বুঢ়াকালত পণ্ডিতৰ সুখ হৈছে, আৰু ঐহিক জীৱনৰ প্ৰতিষ্ঠা লাভ কৰা বন্ধু গাঁৱলৈ শান্তি বিচাৰি তেওঁৰ ওচৰলৈ উভটি আহিছে। এনেবোৰ শ্লেষাত্মক পৰিস্থিতিৰ ওপৰত আলোক পাত ড শৰ্মাৰ অন্যতম বিশেষত্ব।

এইদৰে শৰ্মাই তেওঁৰ ভালেমান গল্পত মধ্যবিত্ত জীৱনৰ শ্লেষাত্মক পৰিস্থিতিৰ ওপৰত আলোকপাত কৰিছে। তেখেতৰ শ্ৰেষ্ঠ গল্পসমূহত বহুবঙ্কিতা বা বৰ্ণনাৰ কাৰণে বৰ্ণনাৰ স্থান নাই। গল্পভাগ লাহে লাহে, কিন্তু অনিবাৰ্যভাবে পৰিণতিৰ ফালে আগ বাঢ়ে। গল্পবোৰৰ বিষয়বস্তু বিচিত্ৰ হোৱা বাবে, পাঠকৰ মনত আমনিৰ ভাব নাহে। শৰ্মাই জীৱনৰ সামগ্ৰিক ৰূপায়ণৰ বাবে পুৰুষাৰ্থ কৰে। চুটিগল্পৰ ঠেক পৰিসৰলৈ চাই শৰ্মাৰ এই

প্ৰচেষ্টা সাৰ্থক হোৱা বুলি ক'ব লাগিব। তেওঁ সমাজৰ কোনো ব্যক্তি বা শ্ৰেণীকে শোষণ কৰাৰ মনোবৃত্তি দেখুওৱা নাই। তেওঁৰ সমালোচনা নিৰ্ভীক আৰু ঠাই বিশেষে ক্ষুৰধাৰ। তেওঁৰ ভাষা প্ৰাঞ্জল, জীৱন বীক্ষাও স্বচ্ছ। ঠাইয় ঠায়ে সংবেদনশীল আৰু বক্ৰাঘাটপূৰ্ণ হাস্যৰসৰ ছিটিকনিয়ে গল্পবোৰৰ সুখপাঠ্যতা বৃদ্ধি কৰিছে।

# Socio Religious Life of the Assamese Hindus

## FOREWORD

Dr. Maheswar Neog

Working for his Ph D degree under my guidance Dr Hemanta kumar Sarma made an excellent job of his study of the rites and rituals, fasts and feasts of the Hindu population of the district of Kamrup now administratively truncated Innumerable are the rites of these people going through the year He has carefully gone into the sporadically available accounts of a few writers, but for the most part he had to explore the vast field through practical spot investigation He has already to his credit a few publications being anthologies of folk songs associated with popular ceremonies of the district In course of his field-work he has participated in various festivities and personally collected information and songs in the local language This has led him into the very care of the heart of the people True that some of these festivities have their record in the dharma Sastras written in Sanskrit, exhibiting an all-India character of the religious performances but what

is most interesting is the local colour due to the impact of regional life and local way of making these rituals In effect we find an admixture of what have been termed by sociologists as 'great Tradition, and "little tradition" There are quite a number of temples, built at widely differing dates, dedicated to Visnu, Siva' Devi and other deities as also Vaisnava maths called sattra These temples afford the site for the observance of festivals and rituals on various occasions Accounts of these are enliveningly brought into Dr Sarma's narrative as also various fo k-tales connected with these duties and sites, and generally meant to glorify the deity enshrined in the temple The process of assimilation of folk deities or village gods in the 'great tradition" presents another interesting aspect of study like the present one Some of these new gods and goddesses have been noticed in Pavitra Assam ( Sacred Assam ) edited by myself Dr Sarma inserts details of observances on a popular scale round about divine presences as viewed by the common man and clebrated with prayers in the local tongue and not through mantras precribed in the Sankrit vidhis (code of wo ship) References to these popular rituals render the present study into a work of much significance The work also notices certain evil spirits, held in revesence and awe among the the masses, as these too contribute to folk religion of the district Besides the sacramental rites prescribed in different vidhis or dharmsastras, there are

the different lokacaras or stri-acaras, which show the people in their true colour This is particularly seen in the rites connected with Hindu marriages These are, again, such folk festivities as the nuptials of frogs and nuptials of trees which bring in a playful attiude of the folk in the face of calamities

Dr Sarma's work altogether makes for a very intersesting and illuminating reading as it also gives us an introduction to the life of the Assamese Hindus of the old undivided district of Kamrup and I hope, will be accepted by scholars at the value it commands

Guwahati—3
12 March, 1991

Foreward written by Dr M Neog in the published volume of Dr H K Sarma

## ন হন্যতে
## হন্যমানে শৰীৰে

শ্ৰীঅণিমা গোস্বামী

ফুল কলি মৰি যায়
বোঁৱাই সুগন্ধি সোঁত,
সময়ৰ সোঁতত সহাঁৰি জনাই ।
মানৱ দেহাটিও আমাৰ
একেদৰে লীন যায়
ধৰিত্ৰীক কীৰিটিৰে শুৱায় ।

অতীত কালৰ পৰা
বসুধা বুকুত
জন্মিলে কতনো ব্যাস, বাল্মীকি শঙ্কৰাচাৰ্য্য ।
কতনো লেখনিৰে উপদেশ আহিৰে
ৰাখি গল মাথো পদচিহ্ন ॥

শিৰোমণি শঙ্কৰে আপোন ৰচনাৰে
পিন্ধালে অক্ষয় কীৰিটি যিটি
অসম মাতৃক ।
কালমেঘে ছাটি ধৰা, কুসংস্কাৰে আৱৰি লোৱা,
সময়ৰ গতিত বাগৰিল
আপোন কীৰিটি যেন আপোনাতে জিলিকিল ॥

কীৰিটী পিন্ধিছে আজি
হেমন্তশর্মা দেৱেও
অমৰণ অভগন হব কীৰ্ত্তি-যশ
নামটিও উজ্জ্বল হব চিৰদিন বৈ ৰব
"সুৰভি" য়ে সুৰবিৰ মৃত্যু দিবস্ত

জ্ঞান গৰ্ভ লেখনিৰে
চিৰ সুন্দৰৰ পূজাৰে
আপোন কীৰ্ত্তিতে মানৱে আপুনি সাজে
ৰাখি যায় অক্ষয় ভাণ্ডাৰ
বীনখনো ভাগি যায়, তাঁৰবোৰো ছিঙিযায়
বৈ থাকে তাৰ মাথো অমিয়া জোকাৰ ।

—•—

## মাজুপিতাৰ কৰুণ স্মৃতিত

ৰঞ্জিৎকুমাৰ শৰ্মা

কেনেকৈ লিখিম
মধুৰ কবিতা,
এন্ধাৰ বাটত
হেৰাল শলিতা।
কেনেকৈ ৰচিম
শব্দৰ মালিতা
হৃদয়ত এবুকু
অমানিাৰশ চিতা।
প্ৰাণৰ হেপাঁহত
পলাশৰ স্নিগ্ধতা,
নাই আজি নাই
মাজুপিতা নাই।
ৰিক্ত হৃদয়
নিমজ্জ জীৱন মোৰ।
শীতৰ অন্তত
সাৱটিছো তিক্ততা।
পুন বিচাৰি পামনে
সেই মহানতা ?
তেওঁৰ পাহৰালে হিয়াৰ
প্ৰেমৰ সততা ?

—০—

# ড° হেমন্তকুমাৰ শৰ্মা বিষৈৰ স্মৃতিত

শ্ৰীঅমৃত চন্দ্ৰ শৰ্মা

অধ্যাপক হেমন্ত কুমাৰ শৰ্মা জাগতিক সম্পৰ্কত মোৰ ৰিয়ৈ অৰ্থাৎ তেখেতৰ দ্বিতীয় কন্যা শ্ৰীমতী ৰূপলেখাক মোৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীমান মুকুতলৈ বিয়া দিছিল। ১৯৫১ চনৰ ১৭ ফেব্ৰুৱাৰী তাৰিখে। ইয়াৰ আগতে শৰ্মাৰ লগত মোৰ ব্যক্তিগত পৰিচয় নাছিল যদিও তেখেতৰ লেখা মাজে সময়ে পঢ়িছিলো আৰু অজানিতে তেখেতৰ প্ৰতি এটি শ্ৰদ্ধাভাৱ ওপজিছিল। মুকুত আৰু লেখাৰ বিয়াৰ দিন সেই বছৰৰে ১৭ ফেব্ৰুৱাৰীত থিৰ থাক হৈছিল। দুৰ্ভাগ্যবশত দুবছৰমান পূৰ্বৰে পৰা কিড্‌নি ৰোগত ভুগি থকা তেখেতৰ একমাত্ৰ পুত্ৰ অঞ্জনৰ অকাল বিয়োগ ঘটে। পুত্ৰশোকৰ দৰে দাৰুণ আঘাত বুকুত বান্ধি লৈ আগৰ নিৰ্ধাৰিত দিনত কন্যা সম্প্ৰদান কৰিলে। মুখত হাঁহি বুকুত বিষ লৈ সাহিত্য চৰ্চ্চা, সামাজিক কাম, সাংসাৰিক দায়িত্বত ঘূৰি ফুৰিছিল যদিও নিষ্ঠুৰ কালে ১৯৯২ চনৰ ১৮ জানুৱাৰীৰ ৰাতিপুৱা পঞ্চভৌতিক দেহৰ অৱসান ঘটাই তেখেতৰ হৰি লৈ গ'ল। তেখেতৰ মৃত্যু তেখেতৰ পৰিয়ালবৰ্গত, বন্ধু-বান্ধৱ আদিৰ লগতে আমিও অসহনীয় দুখ পাইছো। ঈশ্বৰে তেখেতৰ আত্মাক চিৰ শান্তি প্ৰদান কৰক।

## পৰম শ্ৰদ্ধাৰ শৰ্মা চাৰ

কুসুমী ঠাকুৰ

বছৰবোৰ আহে আৰু যায়। নিয়ম গঢ়োতা জনে নিয়ম ভাঙিবলৈও বেছি সময় নলয়।

সৌ সিদিনা লাচিত নগৰৰ ডাঙৰ গছ এজোপাৰ তলতে থকা সৰু দোকান এখনত সোমাই তামোল খাব খোজোতেই লগ পাইছিলো— আমাৰ পৰম শ্ৰদ্ধাৰ শৰ্মাচাৰক। অতি আন্তৰিকতাৰে চাৰে সুধিছিল,— আৰু পঢ়া শুনা কিবা কৰিছোনে নাই,—মুৰত হাত বুলাই আশীৰ্ব্বাদ কৰি উপদেশ দিছিল— পঢ়া শুনা কৰিবলৈ। ঘৰলৈ মাতিছিল বহাকৈ। লগতে থকা মোৰ সৰু জনী ছোৱালীক দেখুৱাই মোক কৈছিল —এওঁলোক আমাৰ বৰ মৰমৰ ছাত্ৰী আছিল। চাৰৰ পৰা পোৱা মৰমে আমাক অনুপ্ৰেৰণা যোগাই-ছিল। সেয়ে কলেজীয়া দিনবোৰত কিবা অকণমান নুবুজিলেই চাৰক দিগ্‌দাৰি কৰিছিলো। কলেজৰ শিক্ষা শেষ কৰাৰ বহু বছৰৰ মূৰত চাৰে মাতোতে কলেজৰ দিনবোৰলৈ মনত পৰি গৈছিল। ভাবিছিলো— চাৰৰ ঘৰলৈ যাম, নজনাখিনি শিকিম, নুবুজা খিনি বুজি লম— কিন্তু সকলোবোৰ খেলিমেলি হৈ গ'ল—।

কোনে ভাবিছিল—চাৰে ইমান সোনকালে আমাক এৰি যাব বুলি—? ভগবানৰ ওচৰত কাতৰ মিনতি—সদায়ে হাঁহি থকা চাৰৰ আত্মাই যেন চিৰশান্তি লাভ কৰে।

# পৰিশিষ্ট

## ডক্টৰ হেমন্তকুমাৰ শৰ্মাৰ জীৱন-পঞ্জী

জন্মস্থান  নলবাৰী জিলাৰ অন্তৰ্গত পিপলিবাৰী গাওঁ।

জন্মবছৰ  ১৯১৯, ১৫ চেপ্তেম্বৰ।

মৃত্যু  ১৮ জানুৱাৰী ১৯৯২ চন।

পিতৃ মাতৃ  নলবাৰী গৰ্ডন হাইস্কুলৰ শিক্ষক আৰু নাট্যকাৰ ৺ধনেশ্বৰ শৰ্মা আৰু অন্নপূৰ্ণা দেৱী।

সহধৰ্মিনী  শ্ৰীমতী ইন্দিৰা দেৱী।

পুত্ৰকন্যা  দীপশিখা (ৰীতা) — স্বামী — পৰেশ চন্দ্ৰ ভাগৱতী, ৰূপালেখা (ৰূপা) স্বামী — কীৰ্তিনাথ শৰ্মা। অঞ্জন কুমাৰ শৰ্মা (ৰূপম, ৪/২/৯১ ইং তাৰিখে স্বৰ্গী হয়), গীতিলেখা দেৱী (কমা)।

### শিক্ষাজীৱন

প্ৰাথমিক পৰ্যায়  পিপলিবাৰী নিম্ন প্ৰাথমিক স্কুলত শিক্ষালাভ আৰু ১৯৪১ চনত এটা জলপানী লৈ উত্তীৰ্ণ।

মাধ্যমিক পৰ্যায়  ককয়া এম ই স্কুল ( ১৯৪১ ৪৩ , নলবাৰী গৰ্ডন হাইস্কুল ( ১৯৪৩ ৪৯ )। এটা জলপানী লৈ ১৯৪৯ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ (গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত)।

স্নাতক পূৰ্বপৰ্যায় . নলবাৰী কলেজ, নলবাৰী (১৯৪৯ ৫১), আই, এ, ১৯৫১, কটন কলেজ, গুৱাহাটী ( ৯৫১-৫৩ ,

বি. এ, অসমীয়াত অনার্চসহ গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৫৩।

স্নাতকোত্তৰ পৰ্যায় — অসমীয়া বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয় ১৯৫৫-৫৭), এম, এ (অসমীয়া, প্ৰথম স্থান লাভকৰা কাৰণে ডক্টৰ বানীকান্ত কাকতি বঁটা লাভ), ১৯৫৭।

ডক্টৰেট — গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পি, এইচ ডি, ডিগ্ৰী লাভ ডক্টৰ মহেশ্বৰ নেওগৰ তত্ত্বাবধানত) ১৯৭৪।

## কৰ্ম্ম-জীৱন

স্কুলত শিক্ষকতা — পানবজাৰ আদৰ্শ প্ৰাথমিক বিদ্যালয়, গুৱাহাটী (১৯৪৯, নলবাৰী গৰ্ডন হাইস্কুল, নলবাৰী, (১৯৫১), দমদমা হাইস্কুল, চেচামুখ। (১৯৫৩-৫৫)

গ্ৰন্থাগাৰ-সেৱা — গুৱাহাটী জিলা পুথিভঁৰালৰ প্ৰথম গ্ৰন্থাগাৰিক (১৯৫৫ ৫৮)

কলেজত শিক্ষকতা — প্ৰাগ্‌জ্যোতিষ মহাবিদ্যালয় (অস্থায়ীভাৱে ১৯৫৮), আৰ্যবিদ্যাপীঠ কলেজ (অস্থায়ীভাৱে, ১৯৫৮ ৬২), কটন কলেজ (প্ৰবক্তা ১৯৫৮-৭, অধ্যাপক - ১৯৭০ ৰ পৰা বৰ্তমানলৈ)

গৱেষকৰ নিৰ্দেশক আৰু তত্ত্বাবধায়ক : বৰ্তমানলৈ তলৰ দুগৰাকী ছাত্ৰীয়ে ডক্টৰেট ডিগ্ৰী লাভ কৰিছে।

১। ড° শ্ৰীমতী স্বাধীনতা মহন্ত—"জ্যোতিপ্ৰসাদ আগৰৱালা আৰু জয়শঙ্কৰ প্ৰসাদৰ নাটকৰ এটি তুলনাত্মক অধ্যয়ন" (গু বি° ১৬/২/৯০)।

২। ড° শ্ৰীমতী নন্দিৰা গোস্বামী— "ৰজনীকান্ত

বৰদলৈ : তেওঁৰ জীৱন আৰু সাহিত্যিক অৱদান" (গু বিঃ ২৭/৩/৯১ ইং) আৰু চাৰি গৰাকী ছাত্ৰ-ছাত্ৰীয়ে ড° শৰ্মাৰ তত্বাবধানত গৱেষণাৰ কাম কৰি আছে ।)

গৱেষনা পত্ৰ — ভাৰতবৰ্ষ বিশেষকৈ অসমৰ সাহিত্য সংস্কৃতিৰ বিষয়ে কেইবাখনো গৱেষনা-পত্ৰ নিখিল ভাৰত প্ৰাচ্যবিদ্যা সম্মিলন, অখিল ভাৰত ইতিহাস আৰু সংস্কৃতি সমাজ প্ৰমুখ্যে কেইবাটিও সৰ্ব-ভাৰতীয় অনুষ্ঠানৰ লগত জড়িত আলোচনা চক্ৰসমূহত উপস্থাপন কৰা হৈছে আৰু কেইবা-খনো গৱেষন' পত্ৰ সৰ্বভাৰতীয় খ্যাতি সম্পন্ন স্মৃতিগ্ৰন্থ আৰু আলোচনীত প্ৰকাশ পাইছে ।

## সামাজিক জীৱন

ডক্টৰ শৰ্মা তলত নাম উল্লেখ কৰা সামাজিক-সংস্কৃতি অনুষ্ঠানৰ লগত বিভিন্ন প্ৰকাৰে জড়িত

১। সাহিত্য একাডেমিৰ অসমীয়া উপদেষ্টা সমিতিৰ সদস্য (১৯৮৮-)
২। সৰ্বভাৰতীয় প্ৰাচ্য বিদ্যা সন্মিলনৰ সদস্য (১৯৬৬- ) ।
৩। অখিল ভাৰতীয় ইতিহ'স আৰু সংস্কৃতি সমাজৰ সদস্য (১৯৮৬) ।
৪। নিখিল ভাৰত জন সংস্কৃতি ক'ংগ্ৰেছৰ সদস্য ।
৫। সহ সম্পাদক, অসম সাহিত্য সভা (১৯৬৩-৬৫) ।
৬। সম্পাদক, অসম সাহিত্য সভা পত্ৰিকা (১৯৭২ ৭৩) ।
৭। প্ৰধান সম্পাদক, অসম সাহিত্য সভা (১৯৭৬-৭৭) ।
৮। উপ সভাপতি, অসম সাহিত্য সভা (১৯৮৭-৮৮) ।
৯। যুটীয়া সম্পাদক, কামৰূপ অনুসন্ধান সমিতি (১৯০৭ ৭৯) ।
১০। সদস্য, কাৰ্যপালিকা, কামৰূপ অনুসন্ধান সমিতি (১৯৮৫-) ।
১১। সভাপতি, কামৰূপ সাহিত্য পৰিষদ (১৯৮৭-৮৮) ।

১২। প্ৰধান সম্পাদক, অসম লেখক সমবায় সমিতি ১৯৮০-৮২)।

১৩। কোষাধ্যক্ষ, অসম ভাষা-বিজ্ঞান সমাজ (১৯৯০-)।

১৪। কোষাধ্যক্ষ, শ্ৰীশংকৰদেৱ সংস্কৃতি সমাজ (পুৰী আঁচনি, গুৱাহাটী।

১৫। অসমীয়া পাঠ্যক্ৰম আৰু অধ্যয়ন সমিতিৰ সদস্য (১৯৯১) গুৱাহাটী বিশ্ববিদ্যালয়।

১৬। সদস্য বাজ্যিক পুথিভঁৰাল পৰিকল্পনা সমিতি, ৰাজা ৰাম মোহন ৰয় গ্ৰন্থগাৰ স্থাপন কলিকতা।

১৭। সদস্য, সাহিত্য বঁটা সমিতি, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী (১৯৮৭-৮৯)।

১৮। সদস্য, পুথি বছা সমিতি, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী (১৯৮৯-৯১)।

১৯। সদস্য, কাৰ্যকৰী সমিতি, অসম লোক-সংস্কৃতি সমাজ (১৯৯১-)।

২০। সভাপতি, কটনিয়ানৰ সম্পাদনা সমিতি, কটন কলেজ, গুৱাহাটী (১৯৮০-)।

২১। সভাপতি, পৰিচালনা সমিতি, পিপলিবাৰী হাইস্কুল (১৯৮২-৮৬)

## ডক্টৰ হেমন্তকুমাৰ শৰ্মাৰ ৰচিত—সম্পাদিত গ্ৰন্থসমূহৰ নাম

ক। চুটি গল্পৰ সংকলন ঃ

১। স্মৃতিৰ পলাশ, (১৯৭৯), প্ৰকাশক . বীনা লাইব্ৰেৰী, গুৱাহাটী।

২। সেই মালাধাৰি (১৯৮১), „ চন্দ্ৰ প্ৰকাশ টিহু।

৩। ৰাখী বন্ধন (১৯৮৩), „ মণি মানিক প্ৰকাশ, গুৱাহাটী

৪। সন্ধ্যাৰাগ (১৯৮৮) „ বীনা লাইব্ৰেৰী, গুৱাহাটী।

('সন্ধ্যাৰাগ' হিন্দী ভাষালৈ অনুদিত হৈছে।)

খ। উপন্যাস ঃ

১। 'এন্ধাৰৰ পাৰ ভাঙি', পূৰ্বকাশ' মাহেকীয়া আলোচনীত প্ৰকাশ, কলিকতা, ১৯৫৮-৫৯।

গ। কবিতা সংগ্ৰহ

গ কবিতা-মঞ্জুৰী (অপ্ৰকাশিত)

ঘ। নাটক আৰু অনাতাৰ নাটিকা ঃ (অপ্ৰকাশিত)

নাটক . ১। মুক্তিৰ পথত ।

অনাতাৰ নাটিকা . ২। ৰাজ সন্ন্যাসী, ৩। অজুৰ্নমাল, ৪। একলব্য, ৫। বিপ্ৰ-দামোদৰ, ৬। মাতৃ যশোদা ।

ঙ। সাহিত্য-সমালোচনামূলক গ্ৰন্থ ঃ

১। অসমীয়া সাহিত্যত দৃষ্টিপাত, ১ম সং (১৯৬১), প্ৰকাশক নিউবুক ষ্টল, গুৱাহাটী ৫ম সং . (১৯৮৭), প্ৰ ৰীনা লাই-ব্ৰেৰী, গুৱাহাটী ।

২। অসমীয়া সাহিত্যৰ বেঙনি, ১ম সং (১৯৬৭) প্ৰ' নিউ বুক ষ্টল, গুৱাহাটী, ২য় সং . (১৯৮৮), প্ৰ অসম বুক ডিপো, গুৱাহাটী ।

৩। সাহিত্য বিচিত্ৰা (১৯৮৭), প্ৰ অসম বুক ডিপো, গুৱাহাটী ।

৪। সাহিত্যৰ জেউতি (১৯৯০), প্ৰ' অসম বুক ডিপো, গুৱাহাটী ।

চ। ভ্ৰমণ কাহিনী ঃ

১। কাবেৰীৰ পাৰে পাৰে, ১ম সং (১৯৬৩) প্ৰ নিউ বুক ষ্টল, গুৱাহাটী, ২য় সং (১৯৮৮), প্ৰ প্ৰকাশিকা, গুৱাহাটী ।

ছ। জীৱনী ঃ

১। জীৱনী সৌৰভ (১৯৮৮), প্ৰ ৰীনা লাইব্ৰেৰী, গুৱাহাটী ।

২। ব্যক্তিত্বৰ জিলিকনি (১৯৯১), প্ৰঃ ৰাধা প্ৰকাশন, গুৱাহাটী ।

জ। লোক-সংস্কৃতি সম্পৰ্কীয় সংকলন ঃ

১। অসমীয়া লোকগীতি সঞ্চয়ন, ১ম সং (১৯৭৮) গুৱাহাটী ; ২য় সং (১৯৯০) প্ৰ. ৰীনা লাইব্ৰেৰী, গুৱাহাটী ।

২। কামৰূপী লোকগীতি সংগ্ৰহ (১৯৭৮), অসম সাহিত্য সভা, যোৰহাট ।

৩। কিংবদন্তীৰ সাধু (১৯৭৮), অসম সাহিত্য সভা, যোৰহাট ।

৪। মায়ং অঞ্চলৰ লোক-সংস্কৃতি, অসম সৰকাৰে প্ৰকাশ কৰিবলৈ লৈছে।

৫। লোক-সংস্কৃতিত বিহু আৰু বিহুগীত, (প্ৰকাশৰ কাৰণে সাজু কৰা হৈছে।

খ। সংকলিত আৰু সম্পাদিত :

১। চুটি গল্প-সংকলন (১৯৫৯, অধ্যক্ষ গিৰিধৰ শৰ্মাৰ সৈতে যুটীয়া ভাবে সম্পাদিত), প্ৰ° ওৰিয়েণ্টেল বুক কো., গুৱাহাটী

২। সাহিত্য-সমীক্ষা (১৯৬৩, ড মহেশ্বৰ নেওগৰ সৈতে যুটীয়া-ভাবে সম্পাদিত), প্ৰ° অসম সাহিত্য সভা, যোৰহাট।

৩। মাধুৰদেৱৰ চোৰধৰা আৰু পিম্পৰা গুচোৱা ঝুমুৰা, ১ম সং (১৯৬৩), নিউ বুক ষ্টল গুৱাহাটী।

৪। বীনাৰ ঝংকাৰ (১৯৬৪, নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ কেইটামান বাছকবনীয়া গল্পৰ সংকলন), প্ৰ. চপলা বুক ষ্টল, ছিলং।

৫। চৌধুৰীৰ সাহিত্য প্ৰতিভা (১৯৬৪, বিহগী কবি ৰঘুনাথ চৌধাৰীৰ সাহিত্য প্ৰতিভা সম্পৰ্কীয় আলোচনা) প্ৰ সবিতা সভা, গুৱাহাটী।

৬। ৰজনী বৰদলৈ ৰচনামালা (১৯৬৭), অসম সাহিত্য সভা, যোৰহাট।

৭। কামৰূপ ৰত্নমালা, ১ম খণ্ড (১৯৭৩-অবিভক্ত কামৰূপ জিলাৰ কেইবাগৰাকী কৃতীলোকৰ জীৱনী—অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাৰ সৈতে যুটীয়া ভাবে সম্পাদিত), ৰাধা প্ৰকাশন, গুৱাহাটী।

৮। হাজৰিকাৰ সাহিত্য প্ৰতিভা (১৯৭৪), অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাৰ সাহিত্য-প্ৰতিভাৰ মূল্যায়নৰ প্ৰচেষ্টা) নিউ বুক ষ্টল, গুৱাহাটী।

৯। কামৰূপ-ৰত্নমালা, ২য় খণ্ড (১৯৭৬, অবিভক্ত কামৰূপ জিলাৰ কেইবাগৰাকী কৃতী লোকৰ জীৱনী-সংকলন অধ্যাপক

অতুল চন্দ্ৰ হাজৰিকাৰ সৈতে যুটীয়া ভাবে সম্পাদিত) প্ৰ লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী ।

১০। তৰুণৰাম ফুকন স্মৃতি মাল্য (১৯৭৭, যুটীয়াভাবে সম্পাদিত) অসম সাহিত্য সভা যোৰহাট ।

১১। নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গ্ৰন্থ (১৯৭৮), অসম প্ৰকাশন পৰিষদ, গুৱাহাটী ।

১২। অসম-গৌৰৱ (১৯৭৯, কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক অধ্যাপিকাসকলৰ সৈতে যুটীয়াভাবে সম্পাদিত), প্ৰ অসমীয়া বিভাগ, কটন কলেজ, গুৱাহাটী ।

১৩। নলিনী বালা দেৱী (১৯৭৯), প্ৰ অসম সাহিত্য সভা, যোৰহাট ।

১৪। কৰ্মযোগী গিৰিধৰ শৰ্মা (১৯৭৯), প্ৰ ৰাধা প্ৰকাশন, গুৱাহাটী ।

১৫। নাগেন্দ্ৰ নাৰায়ণ চৌধুৰী (১৯৮ ), প্ৰ অসম সাহিত্য সভা, যোৰহাট ।

১৬। মাধৱদেৱৰ 'অৰ্জুন ভঞ্জন নাট' (১৯৮১), প্ৰ ময়ুৰ প্ৰকাশ, গুৱাহাটী ।

১৭। বীৰেন্দ্ৰ ভট্টাচাৰ্যৰ সাহিত্য কৃতি (১৯৮৩), প্ৰ চন্দ্ৰ প্ৰকাশ, টিহু ।

১৮। প্ৰবন্ধ-সংকলন (১৯৮৯), প্ৰ অসম লেখক সমবায় সমিতি, গুৱাহাটী ।

১৯। অতুল চন্দ্ৰ হাজৰিকাৰ 'স্মৃতি-ৰঞ্জিকা' (১৯৯০), প্ৰ অসম সাহিত্য সভা, যোৰহাট ।

ঞ। ইংৰাজী গ্ৰন্থ ঃ

Socio Religious life of the Assamese Hindus, (1991), D K. Publishers, Delhi

ট৷ সম্পাদিত আলোচনী ঃ

১৷ অসম সাহিত্য সভা পত্রিকা (১৯৭৩-৭৪), ৩০শ বছৰ, ১ম সংখ্যাৰ পৰা ৯ম সংখ্যালৈ ।

ঠ৷ অনুবাদ

১৷ পুতুলা নাচৰ ইতিকথা (মানিক বন্দোপাধ্যায়ৰ "পুতুল নাচেৰ ইছ ইতিকথা" নামৰ বঙলা উপন্যাসৰ অনুবাদ), প্ৰঃ সাহিত্য একাডেমি, নতুন দিল্লী ।

ড৷ পাঠ্য-পুথি ঃ

১৷ সাহিত্য-সৌৰভ, (১৯৭৬), প্ৰ প্ৰকাশিকা, গুৱাহাটী।

ঢ৷ 'অসমীয়া বিশ্বকোষ' আৰু 'Enyclopaedia of Indian Literature'ত কেইবাটিও সংক্ষিপ্ত নিবন্ধ প্ৰকাশ পাইছে।

ইষ্টাৰ্ণ পাব্লিকেশ্যন
পূব শৰণীয়া
গুৱাহাটী ৭৮১০০৭

শ্ৰীনৱদ্বীপ বৰুন পাটগিৰিৰ ৰচনা সম্ভাৰ

১। অসমীয়া কবিতাৰ প্ৰবাহ
২। এটি কলি দুটি পাত ( ড° মুলকৰাজ আনন্দৰ 'Two Leaves and a Bud' মুকলি অনুবাদ )
৩। ব্ৰহ্মদেশৰ সাধু ( অনুবাদ )
৪। Ordeal of our plannings
৫। চীনদেশৰ গল্প ( যন্ত্ৰস্থ )

---

আবাহন আৰু আসাম হিতৈষী যুগৰ সাহিত্যিক ঃ

শ্ৰীৰঘুনাথ দেৱচৌধুৰীৰ ৰচনাৱলী

১। প্ৰকৃতি দৰ্পন
২। মানৱ সভ্যতা
৩। শকুন্তলা
৪। বেতাল পঞ্চবিংশতি
৫। আব্ৰাহাম লিঙ্কন
৬। কামৰূপৰ প্ৰাচীন বুৰঞ্জী ( অনুবাদ° কনকলাল বৰুৱা )
৭। অসম বুৰঞ্জী ( যন্ত্ৰস্থ ° অনুবাদ ° E. A Gait )
৮। মানুহৰ মাজে মাজে

# চম্পাৱতী প্ৰকাশন

লাচিত নগৰ

গুৱাহাটী ৭৮১০০৭

## অধ্যাপক কনকচন্দ্ৰ ডেকাৰ ৰচনা সম্ভাৰ

### মৌলিক ৰচনা

১। অসমৰ প্ৰসিদ্ধ মুক্তি যুজাঁৰু [ভাৰতৰ ৰাষ্ট্ৰপতিৰ দ্বাৰা-উন্মোচিত]

২। কুমাৰ ভাস্কৰ বৰ্মা [ অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত ]

৩। Sankardeva The Great Vaisnava Saint of India [ ১৯৮২ চনত জয়পুৰত বহা প্ৰাচ্যবিদ্যা সম্মিলনৰ সভাপতি ডক্টৰ গৌৰীনাথ শাস্ত্ৰীৰ দ্বাৰা উন্মোচিত ]

৪। শ্ৰীশ্ৰীমধুপুৰ ধামৰ সংক্ষিপ্ত ইতিবৃত্ত

৫। সোৱৰণী গ্ৰন্থ ( জীৱনী-গ্ৰন্থ )

৬। অধ্যক্ষ জ্ঞানদাভিৰাম বৰুৱা ( জীৱনী )

৭। কবি ছতিৰাম হাজৰিকাৰ পদ্য বুৰঞ্জী

৮। মধ্যযুগীয় আসাম ও ওড়িশাৰ সাংস্কৃতিক সম্পৰ্ক ( ডঃ হৰেকৃষ্ণ মহতাবৰ দ্বাৰা পূৰীত উন্মোচিত : ১৯৮৫ )

### সম্পাদিত আৰু সঙ্কলিত ৰচনা

৯। অসমৰ প্ৰয়াত মুক্তি যুজাৰুৰ জীৱনী কোষ

১০। কামৰূপা কামৰূপ সাহিত্য পৰিষদৰ মুখপত্ৰ

১১। সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকা [ ডক্টৰ হেমন্তকুমাৰ শৰ্মাৰ সৈতে সম্পাদিত ]

১২। অভিনন্দন গ্ৰন্থ [ খনীন্দ্ৰ চন্দ্ৰ বৰুৱাৰ জীৱন আৰু কৰ্মভিত্তিক ]

১৩। মোৰ আত্মজীৱনীৰ চমুটোকা আৰু ৰচনাৱলীৰ কিয়দংশ [ খনীন্দ্ৰচন্দ্ৰ বৰুৱাৰ আত্মজীৱনী আৰু ৰচনা ]

১৪। অতুলচন্দ্ৰ বৰুৱাৰ ৰচনাৱলী

১৫। নাট্যকাৰ ধনেশ্বৰ শৰ্মাৰ ব্যক্তিমহিমা

১৬। বিচিত্ৰ নাৰায়ণ দত্তবৰুৱা

১৭। শিক্ষাবিদ উমাকান্ত গোস্বামী [ ৺অম্বিকা দেৱী গোস্বামীৰ লগত সম্পাদিত ]

১৮। জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱ [ ১ম খণ্ড ]

১৯। জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱ [ ২য় খণ্ড শ্ৰীমিত্ৰদেৱ মহন্তৰ সৈতে সম্পাদিত ]

২ । Widen your Horizon [ অধিবিদ্যা পৰিষদৰ হৈ ]

২১। লুইতৰ মোহ [ শ্ৰীযুতা সুপ্ৰভা গোস্বামীৰ গল্প সঙ্কলন ]

২ । কনিকা [ শ্ৰীযুত সুপ্ৰভা গোস্বামীৰ অনুবাদ কৰা এণ্ডাৰ্চনৰ সাধু ]

২৩। জনতাৰ সুৰ [ শ্ৰীচণ্ডীচৰণ বৰ্মনৰ কবিতা সঙ্কলন ]

২৪। জ্ঞানদা [ জে বি আইন মহাবিদ্যালয়ৰ প্ৰথম স্মৃতি-গ্ৰন্থ ]

২৫। গীতা জ্ঞান-মঞ্জৰী [ অসমীয়া, ইংৰাজী আৰু হিন্দী সদৌ ভাৰত গীতা সম্মিলনৰ স্মৃতিগ্ৰন্থ ডক্টৰ মহেশ্বৰ নেওগৰ দ্বাৰা উন্মোচিত ]

২৬। কামৰূপ একাডেমী সোণালী জয়ন্তী স্মৃতি-গ্ৰন্থ

২৭। Gauhati University B T Journal

২৮। অসম উচ্চতৰ মাধ্যমিক শিক্ষা সন্থাৰ মুখপত্ৰ

২৯। Silver Jubilee Volume of Banikanta college of Teacher Education

৩০। অশ্ৰু অঞ্জলি ( ড হেমেন্তকুমাৰ শৰ্মাৰ স্মৃতিত )

৩১। সুৰভি ২য় সংখ্যা ( সুৰভি সাহিত্য সমাজৰ মুখপত্ৰ )

৩২। সুৰভি ৩য় সংখ্যা ঐ

৩৩। সুৰভি শতবৰ্ষীয় সংখ্যা ( ড° বাণীকান্ত কাকতিদেৱলৈ জন্ম-শতবাৰ্ষিকী অৰ্ঘ শ্ৰীৰঞ্জিত শৰ্মাৰ সৈতে সম্পাদিত )

৩৪। অশ্ৰু মালা ( বিশিষ্ট শিক্ষাবিদ্ দণ্ডেশ্বৰ গগৈৰ স্মৃতিত )

৩৫। অগ্ৰতীৰ্থ ( সুলেখিকা ভন্নী তালুকদাৰৰ স্মৃতিত )

৩৬। Professor Hemanta Kumar Sarma memorial lectures : By Dr S N Pant, Pro-vice-chancellor of National Museum, New Delhi )

৩৭। অধ্যাপক হেমন্তকুমাৰ শৰ্মা

৩৮। Hundred great Assamese ( in the press )

৩৯। অসমৰ প্ৰসিদ্ধ মুক্তি-যুঁজাৰু ( ২য় খণ্ড , যন্ত্ৰস্থ )

৪০। ভাৰতৰ স্বাধীনতা আন্দোলনত অসমৰ শ্বহীদ ( যন্ত্ৰস্থ ) ( ১৮৫৭ ১৯৪৩ চন )